# বিষয় ঃ শঙ্কৰদেৱ

নগেন শইকীয়া



**BISOY : SANKARADEVA,** *A collection of Essays on Srimanta Sankaradeva by Dr. Nagen Saikia, published by Naba Kalita, Kiran Prakashan, Dhemaji, on occasion of the 560th birth anniversary of Sankardeva, 2008.*

---

*First Edition : 2008* *Price Rs. 75.00/-*

বিষয় ঃ শঙ্কৰদেৱ, শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে ডক্টৰ নগেন শইকীয়াৰ লেখাৰ সংকলন। নৱ কলিতা, কিৰণ প্ৰকাশন, ধেমাজিৰ দ্বাৰা শঙ্কৰদেৱৰ ৫৬০ বাৰ্ষিক জন্মজয়ন্তী উপলক্ষ্যে প্ৰকাশিত।

প্ৰথম প্ৰকাশ ঃ ২০০৮ চন

বেটুপাত ঃ উজ্জ্বল দিহিঙ্গীয়া

অক্ষৰ বিন্যাস ঃ সোৱণ গোস্বামী, ডিব্ৰুগড়,
দূৰভাষ ঃ ৯৯৫৪৪১৭২৪৬/০৩৭৩-২৩৭৫৭২০

ছপাশাল ঃ ধেমাজি অফ্‌ছেট্‌ প্ৰিণ্টাৰ্ছ
বৰ্তনপুৰ, ধেমাজি
ফোন ঃ ০৩৭৫৩-২২৪২৮

মূল্য ঃ ৭৫.০০ টকা

# পত্ৰং-পুষ্পং-ফলং-তোয়ং

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, আচাৰ্য্য বাণীকান্ত কাকতি, পণ্ডিত ডিম্বেশ্বৰ নেওগ, পাণ্ডিত্য-বাৰিধি ড° মহেশ্বৰ নেওগ প্ৰমুখ্যে আমাৰ জাতীয় জীৱনৰ অগ্ৰণী পণ্ডিতসকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন, কৃতি, কৃতিত্ব আৰু অসামান্য প্ৰতিভা-সম্পন্ন অতুলনীয় ব্যক্তিত্ব-সম্পৰ্কে বিস্তৃত আলোচনা কৰি যোৱাৰ পিছত শঙ্কৰদেৱৰ বিষয়ে সীমাবদ্ধ জ্ঞানেৰে ক'বলৈ যোৱাটো জোনাকী পৰুৱাৰ পোহৰেৰে সূৰ্যক পৰিচয় কৰাবলৈ যত্ন কৰাৰ দৰে যে হ'ব সেই বিষয়ে মোৰ মনত বিন্দুমাত্ৰ সন্দেহো নাই। তথাপি জ্ঞানৰ সমুদ্ৰ-সদৃশ বিশালতা, অন্তৰ্দৃষ্টিৰ গভীৰতা, অতুলনীয় বহুমুখী সৃষ্টিশীল প্ৰতিভাৰ অসামান্যতা, অসম-কামৰূপ-বেহাৰ মধ্যযুগৰ এই তিনিওখন ৰাজ্যত অকলশৰীয়াকৈ আধ্যাত্মিক, বৌদ্ধিক, ভাষিক, সামাজিক, সাংস্কৃতিক আৰু সাহিত্যিক নৱ-জাগৰণ সৃষ্টি কৰোঁতা 'সৰ্বগুণাকৰ' এই ব্যক্তিত্বৰ কথা ভাবিলেই বিস্মিত আৰু বিমুগ্ধ হওঁ। সীমাবদ্ধ অধ্যয়ন, জ্ঞান আৰু অভিজ্ঞতাৰে মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে সম্যক বিচাৰ কৰা সম্ভৱ নহয়। কিন্তু তথাপি যোৱা প্ৰায় পঞ্চাছ বছৰত বিভিন্ন সময়ত মনত উদয় হোৱা নানা প্ৰশ্ন, মনৰ মাজৰ নানা সিদ্ধান্ত, অনুভৱ আৰু ভাবনা কেতিয়াবা কেতিয়াবা ৰাজহুৱাকৈ আৰু কেতিয়াবা কেৱল নিজৰ বাবে ব্যক্ত কৰিছোঁ নাইবা টুকি ৰাখিছোঁ। 'বিষয় ঃ শঙ্কৰদেৱ' তেনে কিছু লেখা আৰু টোকাৰ এটি সৰু সংকলন। ইয়াৰ মাজেৰে মই চাবলৈ যত্ন কৰিছোঁ শঙ্কৰদেৱৰ সকলো কৃতিৰ আধাৰ স্বৰূপ তেওঁৰ দৰ্শনক কি বুলিনো আখ্যা দিব পাৰি, সেই কথাও। শঙ্কৰাচাৰ্য আৰু ৰামানুজ কাৰো আশ্ৰয় ল'বলৈ ঠেলি দিয়াকৈ মই এইগৰাকী মহাপুৰুষৰ মাজত 'অভেদ ভক্তিবাদ'ৰ প্ৰকাশ দেখা পাওঁ। মনৰ মাজত শ্ৰদ্ধা বা স্নেহ থাকিলে সংশ্লিষ্ট বিষয়ৰ বিচাৰ বহু সময়ত একদেশদৰ্শী হ'ব পাৰে। এই ক্ষেত্ৰতো যিমান দূৰলৈকে পাৰি সচেতনভাৱেই এক সন্তুলিত দৃষ্টিভংগীৰে চাবলৈ যত্ন কৰিছোঁ। শঙ্কৰদেৱক সৰু কৰিবলৈ কৰা প্ৰয়াস দেখিলে ব্যথিত হওঁ এই ভাবি যে তাৰ দ্বাৰা শঙ্কৰদেৱৰ কোনো ক্ষতি নহয়, ক্ষতি হয় প্ৰয়াস কৰোঁতাসকলৰহে। ধৰ্মৰ বহিৰঙ্গৰ বিভিন্ন পৃথকতা সত্ত্বেও শঙ্কৰদেৱ সামগ্ৰিকভাৱে অসমৰ জাতীয় জীৱনৰ সৰ্বোচ্চ নায়ক।

এই সৰু পুথিখনত সন্নিৱিষ্ট লেখাসমূহ বিভিন্ন সময়ত লিখাৰ বাবে বিষয়ৰ ক্ৰম স্বাভাৱিকতে নাই। তদুপৰি বিভিন্ন সময়ত এক বিষয়ৰ পুনৰাবৃত্তি ঘটিছে। তথাপি সময়ৰ সাক্ষী হৈ তেনেকৈয়ে থাকক বুলি বিশেষ হাত নুফুৰাকৈ ৰখা হ'ল। কাৰোবাৰ কামত লাগক বা নালাগক সেই কথা নুভাবি নিমিলাকৈ লেখাসমূহ গাঁথি থোৱা হ'ল। ছপাশালৰ মাজেদি সৰকাই অনা দায়িত্ব লোৱাৰ বাবে ধেমাজিৰ কিৰণ প্ৰকাশনৰ উদ্যোগী ডেকা প্ৰকাশক নৱ কলিতাৰ শলাগ ল'লোঁ। শলাগ ল'লোঁ অক্ষৰ বিন্যাসৰপৰা আৰম্ভ কৰি আগ-গুৰি ধৰি দিওঁতা সোৱণ গোস্বামীৰো।

১ ভাদ, ১৯৩০ শক
১৮ আগষ্ট, ২০০৮ খ্ৰীষ্টাব্দ

নগেন শইকীয়া

# বিষয় সূচী



## দ্বিতীয় ভাগ

# অসামান্য শঙ্কৰদেৱ

শঙ্কৰদেৱৰ বাহিৰে আন কোনো সন্তৰ নামৰ আগত 'মহাপুৰুষ' — এই অভিধাটি ব্যৱহৃত হোৱা নাই। তেনেভাৱে 'মহাপুৰুষীয়া' এই বিশেষণটোও আন কোনো ধৰ্ম-মাৰ্গৰ পৰিচয়সূচক শব্দস্বৰূপে ব্যৱহৃত হোৱা নাই। বিশিষ্টাদ্বৈতবাদ মতৰ চতুৰ্থ আচাৰ্য যমুনাচাৰ্য (প্ৰথমগৰাকী ৰংগনাথ)ৰ দ্বাৰা প্ৰণীত 'মহাপুৰুষ নিৰ্ণয়' নামৰ পুথি এখন থকাৰ কথা জনা যায়। 'পুৰুষ' শব্দই চৈতন্য বা আত্মাক বুজায়; 'প্ৰকৃতি' শব্দই বুজায় 'জড়' বা শৰীৰক। সাংখ্যই এই 'পুৰুষ' আৰু 'প্ৰকৃতি'কে সৃষ্টিৰ মূল বুলি কয়। বেদান্তই এই পুৰুষ আৰু প্ৰকৃতিৰ ওপৰত 'মাধৱ'ক থাপনা কৰিলে। 'নামঘোষা'ত মাধৱদেৱে লিখিছে ঃ

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ। ৪০৩।

মাধৱদেৱে উল্লেখ কৰা 'মাধৱ' বেদান্তৰ ব্ৰহ্ম। এই ব্ৰহ্মাই মহাপুৰুষ। মহাপুৰুষ শব্দই বিষ্ণুকো বুজায় (Monier Williams, A Sanskrit-English Dictionary. P. 797)। মাধৱদেৱে নামঘোষাত (পদসংখ্যা ৬৪৯) পৰীক্ষিতক শুকে কোৱা বুলি কৈছে ঃ

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি যাক শুনিবাৰ পাত্ৰ
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি।

সাধাৰণ অৰ্থত মহাপুৰুষ শব্দই মহৎ পুৰুষ, অৰ্থাৎ মহৎ ব্যক্তিকো বুজায়। ইয়াৰ সমাৰ্থক 'মহাত্মা' শব্দ বিবেচ্য। কিন্তু মাধৱদেৱে শঙ্কৰদেৱক 'গুৰু-ভটিমা'ত

"জগজ্জন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ"

বুলি ঈশ্বৰৰ অংশৰূপে নমস্কাৰ কৰাটো মন কৰিবলগীয়া। যমুনাচাৰ্য প্ৰণীত 'মহাপুৰুষ-নিৰ্ণয়' যে ঈশ্বৰ-নিৰ্ণয়ৰে পুথি সেই সম্পৰ্কে বোধকৰো সন্দেহ কৰিবলগীয়া নাই।

'গুৰুচৰিত'সমূহৰ শঙ্কৰদেৱক 'ঈশ্বৰ' আৰু ঈশ্বৰৰ অৱতাৰৰূপে মান্য কৰাৰ অনেক প্ৰসংগ সিঁচৰতি হৈ আছে। আনকি বৈষ্ণৱ কবিসকলে ৰচনা কৰা কাব্যাদিতো শঙ্কৰদেৱৰ বিষয়ে য'তেই উল্লেখ কৰিছে ত'তে তেনে বা তেনে পৰ্যায়ৰ অভিধা ব্যৱহাৰ কৰিছে। উদাহৰণস্বৰূপে 'কুলাচল বধ' কাব্যত ৰাম সৰস্বতীয়ে লিখা "শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ নৰৰূপে জাত ভৈলা"লৈ আঙুলিয়াব পাৰি। ভাৰতীয় পৰম্পৰাতো "গুৰুৰ্ব্ৰহ্মা গুৰুৰ্বিষ্ণু

গুৰুৰ্দেৱ মহেশ্বৰ”।

গুৰুচৰিতসমূহতে শঙ্কৰদেৱৰ নামৰ আগত ‘মহাপুৰুষ’ অভিধাটিৰ প্ৰথম ব্যৱহাৰ সম্ভৱতঃ কৰা হৈছিল। ভূষণদ্বিজৰ চৰিত পুথিৰ প্ৰথমতে থকা ‘মহাপুৰুষ স্বৰ্গীয় শঙ্কৰদেৱ’ নামটিৰ ‘মহাপুৰুষ’ শব্দটি ছপা পুথিৰ সংগ্ৰাহক তথা প্ৰকাশকে ব্যৱহাৰ কৰা যেন লাগে। কিন্তু পুথিত ভূষণদ্বিজে নিজে শব্দটি অৱশ্যে ব্যৱহাৰ কৰিছে ঃ

“মহাপুৰুষৰ নাতিৰ চৰণে
উঠি আসি প্ৰণাম কৰয়।” ৯১৫।।

নাইবা — “মহাপুৰুষৰ আসন থাপিয়া
সবে সেৱা কৰি ৰৈলা।” ৯১৩।।

‘গুৰুচৰিত কথা’তো শংকৰদেৱৰ অভিধাস্বৰূপে ‘মহাপুৰুষ’ শব্দটি ব্যৱহৃত হৈছে ঃ
“মহাপুৰুষৰ একান্তিক সেৱকৰ দাসৰো দাসৰ চৰণত ধৰো।” ৩।।

“পাছে মহাপুৰুষৰ নিতে নিতে বাঢ়ি যৌৱন হৈ আহিছে।” ৩৯।।
“একদিনা স্নান কৰি মহাপুৰুষ গুৰু এচলা শিল আছে বহাৰ
মুখতে তাতে বহি চুলি ফালিছে।” ৫০।।
“মহাপুৰুষ গুৰু জি তীৰ্থৰ জি ভাব কথা কাৰ্য মাত বলি ....।”৬৯।।

এনেভাৱে বিচাৰিলে আদিৰ পৰা অন্তলৈ বিভিন্ন ঠাইত ‘মহাপুৰুষ’ শব্দটিৰ প্ৰয়োগ দেখা যাব। ‘গুৰুচৰিত কথা’ত মহাপুৰুষ শব্দটি কেৱল বিশ্লেষণ হৈ নাথাকি শংকৰদেৱৰ নামৰ সমাৰ্থক শব্দ হিচাপে কৰা প্ৰয়োগো মন কৰিবলগীয়া। এই প্ৰয়োগ সত্ৰীয়া জীৱনত পিছলৈ সণ্ডালনি হৈ পৰে।

যথাৰ্থতে, যোৱা ৫৫০ বছৰৰ সুদীৰ্ঘ সময়ছোৱাত শঙ্কৰদেৱৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ তুল্য কোনো ব্যক্তিয়ে অসমত জন্মগ্ৰহণ কৰা নাই। কেৱল অসমতে বুলিলেও শুদ্ধ কোৱা নহ’ব। সৰ্বভাৰতীয় পটভূমিত আৰু বিশ্বৰ পটভূমিত থৈ যদি বিচাৰ কৰা হয়, শঙ্কৰ-প্ৰতিভা যে স্বৰূপাৰ্থতে মহাপুৰুষৰ প্ৰতিভা সেই সত্যটো অনুভূত হ’ব। সন্দেহ নাই, বিশ্বৰ ইতিহাসত অনেক ওখ দাৰ্শনিকৰ জন্ম এই সময়ছোৱাত হৈছে; শঙ্কৰদেৱ তেনে দাৰ্শনিক নহয়। সন্দেহ নাই, শঙ্কৰদেৱৰ সমকক্ষ অনেক সন্ত আৰু ধৰ্ম-প্ৰচাৰকৰ জন্ম হৈছে; তেওঁবিলাক শঙ্কৰদেৱতকৈ কোনোগুণে কম নহয়। সন্দেহ নাই, শঙ্কৰদেৱৰ সমকক্ষ অনেক শাস্ত্ৰজ্ঞ পণ্ডিতৰো জন্ম হৈছে; তেওঁবিলাকো শঙ্কৰদেৱতকৈ কোনো গুণে কম নহয়। কিন্তু একেটি ব্যক্তিত্বৰ মাজত তত্ত্বজ্ঞ দাৰ্শনিকৰ, শাস্ত্ৰজ্ঞ পণ্ডিতৰ, অপূৰ্ব বস্তু নিৰ্মাণক্ষম প্ৰজ্ঞাৰ অধিকাৰী কবিৰ, নৃত্য-গীত-বাদ্য — এই তিনিওটি কলাৰ তত্ত্ব আৰু প্ৰয়োগত পাৰংগত এগৰাকী প্ৰতিভাধৰ স্ৰষ্টাৰ, নাট্যতত্ত্ব আৰু নাট্যকলাবিদ, নাট্যকাৰ আৰু অভিনেতাৰ, পৰ্যটক-সংস্কাৰক আৰু সংগঠকৰ, এগৰাকী চিত্ৰকৰৰ আৰু সৰ্বোপৰি, নৱ-বৈষ্ণৱ আন্দোলনক

দাস্যভক্তিৰ প্ৰাধান্যৰে এটি শক্তিশালী নতুন মাত্ৰা দিওঁতা ধৰ্মপ্ৰচাৰকৰ প্ৰতিভা আৰু বৈশিষ্ট্যই একেলগে সমন্বিত ৰূপ লাভ কৰা নাই। সমগ্ৰ বিশ্বৰ কোনো সন্তৰ মাজত এনে গুণ, প্ৰতিভা আৰু দক্ষতাৰ একত্ৰ সমাৱেশ এতিয়ালৈকে হোৱা নাই। তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱে শঙ্কৰদেৱৰ আঁকোৱালি নোপোৱা ব্যক্তিত্ব আৰু প্ৰতিভা বিস্ময়বিমুগ্ধ দৃষ্টিৰে চাই দিয়া 'সৰ্বগুণাকৰ' বিশেষণটি তেওঁৰ প্ৰতিভা চিনি পোৱাৰ সঁচাৰ কাঠীস্বৰূপ।

তেওঁ অসমীয়া মানুহক দি গ'ল বিশ্ব সৃষ্টিৰ আৰু স্ৰষ্টাৰ ধাৰণা, দি গ'ল বিশিষ্ট জীৱন-দৃষ্টিভংগী, দি গ'ল আধ্যাত্মিক-নৈতিক-সামাজিক আৰু মানবীয় মূল্যবোধ আৰু দি গ'ল এক গভীৰ সৌন্দৰ্যবোধ আৰু শিল্পবোধ। তেওঁৰ ধৰ্মই সেই বাবে কেৱল ব্যক্তিগতভাৱে জীৱন-যাপনৰ আধাৰকে দি যোৱা নাই, দি গৈছে এক সামাজিক জীৱন-যাপনৰো আধাৰ। যথাৰ্থতে অসমৰ মানুহৰ তেওঁ অন্তৰ্জীৱন আৰু বহিৰ্জীৱনত সৰ্বাত্মক পৰিৱৰ্তন সাধন কৰি অকলেই সৃষ্টি কৰি গ'ল এক নৱ-জাগৰণ। অসমীয়া জাতিয়ে শঙ্কৰদেৱে সাধন কৰি যোৱা নৱ-জাগৰণত স্নান কৰি পৰিশোধিত হৈ দ্বিজত্ব লাভ কৰিলে। ভাৰতবৰ্ষৰ কোনো সন্তই এনেভাৱে এটা জাতিৰ জীৱনত সৰ্বাত্মক পৰিৱৰ্তন সাধন কৰি যোৱা নাই। তেওঁ সৃষ্টি কৰি যোৱা সাংস্কৃতিক পৰিমণ্ডলে তেওঁৰ ধৰ্মৰ অনুগামীসকলকে সামৰি লোৱা নাই, বৰং বৰ্ণ-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে সকলোকে সামৰি লৈছে। অসমীয়া হিন্দুসকলৰ বিভিন্ন ধৰ্মীয় সম্প্ৰদায়েই নহয়, অসমীয়া মুছলমান, খ্ৰীষ্টিয়ান, শিখ, বৌদ্ধ আদি ধৰ্মাৱলম্বী সকলো একেটা সামাজিক-সাংস্কৃতিক পৰিমণ্ডলত ডাঙৰ-দীঘল হোৱাৰ বাবেই ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে অসমীয়া মানুহৰ মানসিক প্ৰকৃতি একে ধৰণৰ। সেই বাবে যি সকলৰ তেওঁ পোনপটীয়া ধৰ্মগুৰু নহয়, সেইসকলৰো তেওঁ সামাজিক-সাংস্কৃতিক গুৰুস্বৰূপ। আনকি শঙ্কৰদেৱক বিৰোধ কৰা বা কৰিব খোজা সকলো একেটা সাংস্কৃতিক পৰিমণ্ডলৰে সন্তান। প্ৰসংগতঃ স্মৰণীয় যে আহোম ৰজাসকলে পূবৰ পৰা ক্ৰমাৎ সকলোকে সামৰি ৰাজনৈতিকভাৱে অসমীয়া জাতি গঠন কৰিলে আৰু পশ্চিমত কোঁচ ৰজাসকলে অসমীয়া জাতি গঠনত সাংস্কৃতিক পৃষ্ঠপোষকতা দান কৰিলে। আৰু শঙ্কৰদেৱে অসম-কামৰূপ-বেহাৰ তিনিও দেশক সাংস্কৃতিক আৰু মানসিকভাৱে বান্ধি একগোট কৰিলে। শঙ্কৰদেৱৰ অবিহনে বৰ্তমানৰ সাংস্কৃতিক অসম অকল্পনীয় হৈ ৰ'লহেঁতেন।

সন্দেহ নাই, শঙ্কৰদেৱৰ পূৰ্বেই এই ব্ৰহ্মপুত্ৰ উপত্যকালৈ ভাৰতীয় সভ্যতাৰ সুঁতি এটি বৈ আহি পৰিব্যাপ্ত হৈ পৰিছিল। খ্ৰীষ্টপূৰ্ব কালতে 'ইণ্ডো-এৰিয়ান' ভাষাৰ ঠাল এটি আহি নোসোমোৱা হ'লে তিবেবতো বৰ্মী, ভোট-চীন আৰু কুকি-চীন গোষ্ঠীৰ ধ্বনি-নিৰ্ভৰ সুৰীয়া ভাষা কোৱা বিভিন্ন সৰু সৰু সামাজিক গোটসমূহৰ বাবে এটা

উমৈহতীয়া ভাষাৰ জন্ম নহ'লহেঁতেন; তদুপৰি, ভাৰতীয় আৰ্য-সংস্কৃতিৰ বিভিন্ন উপাদানো সোমাই আহি উমৈহতীয়া অসমীয়া সংস্কৃতিৰ নতুন ভেঁটি তৈয়াৰ কৰাও সম্ভৱ নহ'লহেঁতেন। আমাৰ প্ৰাচীন শিলালেখসমূহে, বামুণী পাহাৰ, দ-পৰ্বতীয়া, নুমলীগড়, সৰুপথাৰ, পিংগলেশ্বৰ, সূৰ্য পাহাৰ আদিৰ স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শনসমূহে ৰাজনৈতিকভাৱে নহ'লেও সাংস্কৃতিকভাৱে ভাৰতবৰ্ষৰ লগত অসমক একেলগ কৰি থৈ গৈছে। প্ৰশ্ন হ'ব পাৰে — তেনে অসমনো ভাৰতবৰ্ষৰ পৰা বিচ্ছিন্ন হ'ল কেতিয়া? বিচ্ছিন্ন হ'ল মোগল সম্ৰাটসকলৰ দিনত। কাৰণ দিল্লীৰ বাদশ্বাহে সোতৰবাৰ আক্ৰমণ কৰিও অসমক দিল্লীৰ বাদশ্বাহৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰিলে। এতেকে আধুনিক ভাৰতবৰ্ষৰ বুৰঞ্জী লেখকসকলেও গংগা উপত্যকালৈহে ভাৰতবৰ্ষক দেখা পালে। যদিও শঙ্কৰদেৱে "দুৰ্লভ মনুষ্য জন্ম ভাৰতত পাইলোঁ" বুলি ঘোষণা কৰি গৈছে, নাইবা তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱেও "ধন্য ধন্য কলিকাল ধন্য নৰতনু ভাল ধন্য ধন্য ভাৰতবৰিষ" বুলি কৈ গৈছে, তথাপি ঊনবিংশ শতিকাৰ আধুনিক ভাৰতৰ বুৰঞ্জী লেখকসকলেও অসমক ভাৰতবৰ্ষৰ বাহিৰতে থৈ ভাৰতবৰ্ষৰ অসম্পূৰ্ণ বুৰঞ্জী লিখি থৈ গ'ল। ফলত ভাৰত বুৰঞ্জীত মধ্যযুগৰ অসমতো নায়েই, স্বাধীনতা লাভৰ আগৰ অসমো নাই। আনকি, ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ ভূমিকাৰ বিষয়েও তথ্যপূৰ্ণ বিৱৰণ এতিয়াও সোমাবলৈ বাকী আছে। অসম বুলিলে এতিয়াও ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ শিক্ষিত লোকেও কেৱল জনগোষ্ঠীয় জীৱন যাপন কৰা পাৰ্বত্য অঞ্চলৰ লোক আৰু তেওঁবিলাকৰ বংশধৰসকলৰ আবাসস্থল বুলি ভাবে। জনগোষ্ঠীয় মূলৰ বুলি ভবাত আপত্তি নাই; কাৰণ দৰাচলতে অসমৰ সৰহসংখ্যক লোকেই বিভিন্ন জনগোষ্ঠীয় বা সামাজিক গোটৰ পৰাই আহিছে। এইসকলেই অসমীয়া জাতিৰ ঘাই ভেটিও বান্ধি দিছে। কিন্তু মন কৰিবলগীয়া কথা হ'ল এয়ে যে নৃতাত্ত্বিক বিচাৰত আৰু ব্যৱহাৰিক জীৱনৰ নানা সাংস্কৃতিক বিশেষত্ববিলাকৰ মূলৰ বিচাৰত অসমীয়া মানুহৰ গৰিষ্ঠ সংখ্যকেই দক্ষিণ-পূব এছিয়াৰ লগত জড়িত হ'লেও ভাষা আৰু সাংস্কৃতিক ভাবনাত অসমীয়া মানুহ — সকলো জনগোষ্ঠীকে সামৰি — ভাৰতীয় ভাষা আৰু সাংস্কৃতিক ভাবনাৰ অংশীদাৰ। এই ভাৰতীয়ত্ব আনকি জীৱন্ত জনগোষ্ঠীয় ভাষা আৰু সংস্কৃতিৰ মাজতো সমানেই সক্ৰিয় হৈ আছে।

শঙ্কৰদেৱৰ বহু আগতেই যে ভাৰতীয় ভাষা-সংস্কৃতিয়ে আহি অসমত নিজৰ ঠাই উলিয়াই লৈ উমৈহতীয়া জাতীয় ভাষা-সংস্কৃতিৰ আৰু সমাজ-জীৱনৰ সূচনা কৰিলে আৰু প্ৰতিষ্ঠাও দিলে সেই কথা ইতিপূৰ্বে উল্লিখিত হৈছে। কিন্তু ই সকলো লোকক সাংস্কৃতিক সম অধিকাৰ দিয়া বুলি ক'ব নোৱাৰি। এতেকে ধৰ্ম-কৰ্মৰ অধিকাৰো কেৱল পুৰোহিতসকলৰ হাতত থাকিল। তদুপৰি, হিন্দু শাক্ত তান্ত্ৰিকতা আৰু বৌদ্ধ

সহজীয়া তান্ত্রিকতাই ধর্ম সাধনত ঘটোৱা বিকাৰ ক্ষতিকাৰক হৈ উঠিল। এই বিষয়বিলাকৰ সম্পর্কে ইতিমধ্যেই আলোচনা আৰু অধ্যয়ন হৈছে [ড° বাণীকান্ত কাকতিৰ 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা', ড° মহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' দ্রষ্টব্য] আনহাতে প্রাচীন জনগোষ্ঠীসমূহৰ সামূহিক জীৱন-যাত্ৰাৰ মাজত ফুটি উঠা সামূহিক দায়বদ্ধতাৰ মনোভাৱ প্রশংসনীয় আৰু গ্রহণীয় হ'লেও অপৰিশীলিত বিশ্বাস, সংস্কাৰ আৰু কেতবোৰ আচাৰ-ব্যৱহাৰৰ মাজত থকা অমানুষিকতা আৰু নিষ্ঠুৰতা কোনো প্রকাৰে গ্রহণীয় নাছিল। অৱশ্যেই ক্ষেওঁবিলাকে তেনে আচাৰ আৰু ৰীতি-নীতি গভীৰ বিশ্বাসেৰেই পালন কৰিছিল। ব্রাহ্মণ্য ধৰ্মত সকলোৰে অধিকাৰ থকাৰ প্ৰশ্নই নাছিল; আৰু বৰ্ণ-বিভাজন স্পষ্টতঃ প্রবল আছিল। এনে এক সামাজিক ঐতিহাসিক পটভূমিত মানুহৰ কথা বাদেই অন্যান্য ইতৰ প্ৰাণীকো সমান জীৱস্বৰূপে জ্ঞান কৰিবলৈ শিকনি দিয়াটো এটা অভূতপূর্ব ঘটনা। "সকল প্ৰাণীক দেখিবাহা আত্মসম" নাইবা "কুক্কুৰ চণ্ডাল গদৰ্ভৰো আত্মাৰাম" নাইবা "ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল" আদি সিঁচৰতি হৈ থকা শিকনিসমূহে এটা নতুন জীৱন-দৃষ্টিৰ, নতুন বোধৰ নির্যাস কঢ়িয়াই আনিলে। এই দৃষ্টি আৰু বোধৰ ঘাই শিপাডাল পোত গৈ আছে উপনিষদত। শঙ্কৰদেৱে তেওঁৰ ছাত্ৰাৱস্থাতে বেদ-উপনিষদ, কাব্য-মহাকাব্য, পুৰাণ-উপপুৰাণকে ধৰি সমগ্ৰ ভাৰতীয় চিন্তা-চৰ্চা আৰু শিল্প-সাহিত্যৰ লগত গভীৰ পৰিচয় স্থাপন কৰি লোৱাৰ বাবেই, আৰু তাৰো সাৰবত্তা আহৰণ কৰি লোৱাৰ বাবেই স্বচ্ছ জীৱন-দৃষ্টি আৰু জীৱনবোধ দাঙি ধৰিব পাৰিছিল। শঙ্কৰদেৱৰ আগলৈকে অসমৰ আন কাৰো মাজত বিশ্ব চৰাচৰৰ সৃষ্টিৰ ঘাই কাৰণ সম্পৰ্কীয় এনে বোধৰ প্ৰকাশ ঘটা নাছিল।

"চতুৰ্বিংশতি অৱতাৰ"ৰ প্ৰথম কীৰ্তনটি আৰম্ভ হৈছে — "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন" বুলি। এই ব্ৰহ্মই সৃষ্টিৰ কাৰণো আৰু সৃষ্টিও। ঈশোপনিষদৰ প্ৰথম মন্ত্ৰটোৰ প্ৰথম শাৰীটোত "ঈশাবাস্য মিদংসৰ্বং যৎকিঞ্চ জগত্যাং জগৎ" বুলি ব্ৰহ্ম আৰু ঈশ্বৰৰ অভেদত্বৰ ইংগিত দি গৈছে। শঙ্কৰদেৱে "ঈশস্বৰূপে হৰি সৱঘটে বৈঠহ জৈছন গগন বিয়াপি" বুলি কৰা এই মন্ত্ৰফাকিৰ ভাঙনি প্ৰণিধানযোগ্য।

সন্দেহ নাই, শঙ্কৰদেৱে 'জ্ঞানতো কৰ্মতো কৰি অধিক" বুলি ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি গৈছে। কিন্তু তেওঁ নিজে জ্ঞানমাৰ্গেৰে কৰা যাত্ৰাৰ অন্ততহে 'সমজ্ঞাৰ লোক'ৰ বাবে ভক্তিমাৰ্গ মুকলি কৰি দিছে। তেওঁ ব্ৰহ্ম উপাসনাৰ কথা কোৱাৰ প্ৰশ্নই নুঠে, কিন্তু নিজে তেওঁ 'ব্ৰহ্মৰূপী সনাতন'কে নমস্কাৰ কৰিছে। 'হৰমোহন'ৰ হৰিস্তুতিত কৈছে ঃ

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।। ৫২০।।
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।

সুৱৰ্ণে কুণ্ডলে যেন নাহিকে অন্তৰ।।
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ।
অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন।। ৫২১।।
... তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীজনে কৰে হৃদয়ত ধ্যান।। ৫২৩।।

'দশম স্কন্ধ'ত বসুদেৱে স্তুতি কৰি কৈছে ঃ

তুমি সত্য ব্ৰহ্ম মিছা জগত স্ৰজনা।
তোমাৰ মায়ায়ে কৰৈ তোমাত কল্পনা।।
প্ৰকৃতিত আছে মাত্ৰ ব্যৱহাৰ ধৰ্ম।
তুমিসি স্বৰূপ পৰিপূৰ্ণ পৰমব্ৰহ্ম।।

'দ্বাদশ স্কন্ধ'ৰ "ব্ৰহ্মোপদেশ" অংশত কৈছে ঃ

নাহি জন্ম পূৰ্বত অদ্যাপি নোহো জাত।
অজৰ অমৰ তুমি আত্মাসে সাক্ষাত।।
দেহৰেসে ধৰ্ম ইটো জনম-মৰণ।
দেহতেসে হন্তে হোৱে দেহ উতপন্ন।। ২০৪।।
দেহতে আছাহা মাত্ৰ তুমি দেহহীন।
যেন অগ্নি থাকন্তে কাষ্ঠতো কৰি ভিন্ন।।
যেন ঘট ভাঙি গৈলে ঘটৰ আকাশ।
আকাশত লীন হোৱৈ নুহি তাৰ নাশ।। ২০৫।।
... মই পৰমাত্মা আত নুহিকে সন্দেহ।
দেহতেসে আছো মই নোহো ইটো দেহ।। ২০৯।।
যিটো মঞি সেহি ব্ৰহ্ম মানা হেন মনে।
যিটো ব্ৰহ্ম সেহি মঞি জানা সৰ্বক্ষণে।। ২১০।।

শঙ্কৰদেৱৰ ৰচনাৱলীত ভাগৱতৰ কাহিনীৰ আঁৰত উপনিষদ তথা বেদান্তৰ 'মহতোমহীয়ান অণোৰণীয়ান' ব্ৰহ্মই থাপনা পাতি বহি আছে। ব্ৰহ্মৰ নিৰ্বিকাৰ, সৰ্বব্যাপ্ত, নিৰ্গুণ স্বৰূপ তেওঁ কিমান গভীৰভাৱে অনুভৱ কৰিছিল সেই কথা ভাবিলে ৰোমাঞ্চিত হ'ব লাগে। ততোধিক বিস্মিত হ'ব লাগে যেতিয়া তেওঁ বুদ্ধি আৰু বোধৰো উৰ্ধ্বত নিৰ্লিপ্ত অৱস্থাৰ পৰা জীৱন আৰু জগতক চোৱা বুলি বোধ জন্মে। মই স্থানান্তৰত (গৰীয়সী, চতুৰ্থ বছৰ, ষষ্ঠ সংখ্যা) শঙ্কৰদেৱ মাজত এক বৌদ্ধিক নিৰ্লিপ্তি অনুভৱ কৰাৰ কথা ব্যক্ত কৰিছিলো। তেওঁৰ কেইটামান 'বৰগীত'ৰ বাহিৰে আন ক'তো আনুভূতিক আৱেগৰ স্পৰ্শ নাই। কাৰণ তেওঁ "কাৰ্য-কাৰণ সমস্ত"ৰ মূল ব্ৰহ্মক চিনি পোৱাৰ পিছত "বেদান্তৰো জানা এহিসে তত্ত্ব" বুলি নিৰাবেগ চিত্তে ঘোষণা কৰিব পাৰিছিল। বেদান্তৰ

ব্ৰহ্মাই তেওঁৰ লক্ষ্য। এই ব্ৰহ্মা সৎ (Existant) অথচ গুণাতীত। এই অসৎ (Non-existant) জগতখন সৎ ব্ৰহ্মাকে আধাৰ কৰি আছে "তুমি সত্যব্ৰহ্মা তোমাত প্ৰকাশে জগত ইটো অসন্ত। জগততে হৰি তুমিও প্ৰকাশা অন্তৰ্যামী ভগৱন্ত।।" এতেকে ব্ৰহ্মা তত্ত্বৰূপে অদ্বৈতময় (monistic or nondualistic); কিন্তু তত্ৰাচ "দেহতে আছাহা মাত্ৰ তুমি দেহহীন" — ইয়েইতো ব্যৱহাৰিক সত্য। সেয়েহে, নিৰ্গুণ ব্ৰহ্মাক বুজি পাবলৈ সগুণ ঈশ্বৰৰে যে কেৱল প্ৰয়োজন এনে নহয়, জীৱ আৰু ঈশ্বৰৰ স্বগতভেদ হৃদয়ংগম কৰাৰো প্ৰয়োজন হয়। তেতিয়াহে ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ গুছয় মায়াৰ ভ্ৰম।" বৰগীততো কৈছে ঃ

'নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সেহি জন্মে জীৱৰ জনম দূৰ কৰা।"

এতেকে ব্ৰহ্মা জন্মৰহিত হৈয়ো তেওঁ অৱতাৰস্বৰূপে অৱতীৰ্ণ হয়। সন্দেহ নাই, শঙ্কৰাচাৰ্যয়ো বেদান্তৰ ব্ৰহ্মাকে সত্য বুলিছে; কিন্তু তেওঁ জগতক অস্বীকাৰ কৰিছে। তত্ত্বৰূপে ব্ৰহ্মা অদ্বৈতময় সেই বিষয়ে সন্দেহ নাই। সেই ব্ৰহ্মাই শঙ্কৰদেৱৰো "ব্ৰহ্মাৰূপী সনাতন" — সেই বিষয়েও বোধকৰোঁ সন্দেহ কৰিবলগীয়া নাই। মোৰ পূৰ্বৰ এটি প্ৰবন্ধত আৰু অন্য ৰচনাতো শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদ তেওঁৰ লক্ষ্য আৰু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ তেওঁৰ মাধ্যম বুলি আৰু শঙ্কৰদেৱৰ ভক্তিধৰ্মৰ দাৰ্শনিক ভেঁটিটি "শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ পৰা পৃথক নহয়" বুলি কৈছিলোঁ। এই বিষয়ে ড° অমলেন্দু চক্ৰবৰ্তীয়ে "গৰীয়সী"ত লিখা চিঠিখনৰ মই তাৎক্ষণিক উত্তৰ এটা দিলোঁ যদিও বিষয়টো মোৰ মনত এটা চিন্তাৰ বিষয় হৈ থাকিল। ড° কাকতিয়ে এই ক্ষেত্ৰত ৰামানুজৰ বিশিষ্টতাদ্বৈতবাদৰ প্ৰতি নিৰ্দেশ কৰি গৈছে। বৈদান্তিক ভক্তিবাদী প্ৰায় সকলোৱেই ৰামানুজৰ দৰ্শনেই গ্ৰহণীয় বুলি ভাবে। শঙ্কৰাচাৰ্যপন্থী শ্ৰীধৰ স্বামীৰ ভাগৱতৰ টীকাকে শঙ্কৰদেৱে মান্য কৰিলেও তেওঁৰ মায়াবাদ তেওঁ গ্ৰহণ কৰা নাই। তদুপৰি, শঙ্কৰদেৱে অৱতাৰবাদক স্বীকাৰ কৰিও ক'তো বিশিষ্টাদ্বৈতবাদৰ প্ৰসংগত পোনপটীয়াকৈ উল্লেখ কৰা নাই। যিহেতু তেওঁ এটা বিশিষ্ট দাৰ্শনিক মত প্ৰতিষ্ঠাৰ বাবে যত্ন কৰা নাই, এতো [illegible]ক্ষভাৱে কোনো মত গ্ৰহণ বা খণ্ডন কৰাৰ যত্নও কৰা নাই। তেনেহ'লে তেওঁৰ কোনো নিজস্ব দাৰ্শনিক মত নাইনে? কোনো দাৰ্শনিক দৃষ্টি অবিহনে কোনো ধৰ্মও প্ৰতিষ্ঠিত হ'ব নোৱাৰে — লাগে সেই দাৰ্শনিক দৃষ্টি উহ্য হৈয়েই থাকক।

শঙ্কৰদেৱৰ ভক্তিধৰ্মৰো দাৰ্শনিক ভিত্তি এটি আছে; আৰু এই ভেটিটি অদ্বৈতবাদ আৰু বিশিষ্টাদ্বৈতবাদৰ সমন্বয়ত গঢ়ি উঠা যেন লাগিলেও যথাৰ্থতে বেদান্তৰ ব্ৰহ্মা আৰু গীতাৰ কৃষ্ণৰ অভেদত্বৰ উপাদানেৰেই গঢ়ি উঠিছে বুলি ক'লে অত্যুক্তি কৰা নহ'ব। বেদান্তৰ ব্ৰহ্মাই শঙ্কৰাচাৰ্যৰো ব্ৰহ্মা আৰু শঙ্কৰদেৱৰো ব্ৰহ্মা। কিন্তু এই ব্ৰহ্মাৰ

স্বৰূপ নিৰ্ণয়ত থকা পৃথকতা অনস্বীকাৰ্য বুলি ভাব হৈছে। কৃষ্ণৰ সগুণ 'ৰূপ' ধ্যানৰ মাজেদি যিটি 'অপৰূপ' উপলব্ধ হয়, সেই অপৰূপ নিৰ্গুণ ব্ৰহ্মাৰ বাহিৰে একো নহয়। যিহেতু নিৰ্গুণ ব্ৰহ্মাৰ ৰূপ কল্পনা কৰা অসম্ভৱ, সেই বাবে নিৰ্গুণ ব্ৰহ্মাৰ ধাৰণাও দুৰূহ কৰ্ম। এতেকে, সৃষ্টি-স্থিতি-লয়ৰ যি নিয়ত লীলা বিশ্ব চৰাচৰত চলি আছে সেই লীলাৰ ঘাই শক্তিৰ মানৱীয় পাৰ্থিৱ ৰূপ কৃষ্ণৰ মাজেদি দাণ্ডি ধৰি নিৰ্গুণ ব্ৰহ্মাৰ ওচৰ চপোৱাৰ পন্থা ভাগৱতে উলিয়াই দি গৈছে। ভাগৱত-পুৰাণ কৃষ্ণলীলাৰ পুৰাণ। তাত্ত্বিক বিচাৰত বেদান্তৰ ব্ৰহ্মই লক্ষ্য আৰু ভাগৱতৰ কৃষ্ণ মাধ্যম। ভক্তিৰ প্ৰায়োগিক বিচাৰত "কৃষ্ণস্তু ভগৱান স্বয়ং"। এতেকে "মামেকং শৰণ্যংব্ৰজ"ই হ'ল ভক্তৰ প্ৰতি পন্থা নিৰ্দেশ।

প্ৰশ্ন হ'ব পাৰে, ইয়াতনো কি নতুনত্ব বা মৌলিকত্ব আছে? মহত্ত্বইবা কি আছে? শঙ্কৰদেৱৰ অতুলনীয় মহত্ত্ব ইয়াতেই যে তেওঁ নিৰ্গুণ ঈশ্বৰক সগুণ ৰূপৰ মাজেদি উপলব্ধি কৰাৰ বাটটো কেৱল সাধাৰণভাৱে হৃদয়ৰ বোধৰ আধাৰতে নিৰ্মাণ কৰা নাই, তেওঁ অনুভৱ-নিৰ্ভৰ ন্যায়ৰ ওপৰত নিৰ্ভৰ কৰি যুক্তিও প্ৰদৰ্শন কৰা নাই। তেওঁ তত্ত্বজ্ঞ দাৰ্শনিক হিচাপে আৰু শাস্ত্ৰজ্ঞ পণ্ডিত হিচাপে বেদ-উপনিষদৰ তত্ত্ব আৰু কাব্য-মহাকাব্য আৰু পুৰাণসমূহৰ মত বিচাৰ-বিশ্লেষণ কৰি নিৰ্গুণ ব্ৰহ্ম আৰু সগুণ ঈশ্বৰৰ সম্পৰ্ক স্থাপন কৰিছে। সন্দেহ নাই, বাৰে বাৰে ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰি জ্ঞানক তেওঁ আঁতৰাই থৈছে। কাৰণ সাধাৰণ নিৰক্ষৰ মানুহৰ বাবে যুক্তিৰ তৰ্ক নহয়, বিশ্বাসহে, আৰু তত্ত্ব নহয় আখ্যানহে ভগৱৎ উপলব্ধিৰ আধাৰ হ'ব পাৰে। জ্ঞানৰ জটিল, কণ্টকাকীৰ্ণ বাটেৰে গৈ য'ত ওলাবগৈ লাগে, ভক্তিয়ে সহজে তালৈকে লৈ যায়। জ্ঞান সেই অৰ্থতহে পৰিত্যাজ্য, অন্য অৰ্থত নহয়। কিন্তু তেওঁৰ ভক্তিমাৰ্গৰ তলত দৰ্শনৰ তত্ত্ব আৰু শাস্ত্ৰৰ মত (সেই শাস্ত্ৰ ভাগৱত) এই দুয়োটি উপাদানে সুদৃঢ় আধাৰশিলা নিৰ্মাণ কৰি থৈছে। অসমতো এনেভাৱে জ্ঞানৰ অদৃশ্য আধাৰৰ ওপৰত ভক্তিৰ সহজ পন্থা নিৰ্মাণ কৰোঁতা দ্বিতীয়জন শঙ্কৰদেৱৰ আগতো নাই, পিছতো নাই; আনকি ভাৰতবৰ্ষতো বিচাৰি পোৱা টান হ'ব। ভাৰতবৰ্ষৰ সন্তসকলৰ মাজত শঙ্কৰদেৱৰ দৰে বৌদ্ধিক নিৰ্লিপ্ততাৰ অধিকাৰী দ্বিতীয় এগৰাকী সন্ত বিচাৰি পোৱাও টান হ'ব। তেওঁ তেওঁৰ বৌদ্ধিক প্ৰতিভাৰে ভক্তিধৰ্মক এটা নতুন মাত্ৰা দি থৈ গৈছে। এই দিশটো এতিয়াও বিশেষভাৱে আলোচিত হোৱা বুলিব নোৱাৰি। সন্দেহ নাই, তেওঁৰ এই বৌদ্ধিক ভেঁটি নিৰ্মাণ কৰি দিছিল তেওঁৰ আনুষ্ঠানিক শিক্ষাই। মহেন্দ্ৰ কন্দলিৰ টোলত তেওঁ কি কি অধ্যয়ন কৰিছিল তাৰ তালিকা এখন 'গুৰুচৰিত কথা'ত দিছে (পৃষ্ঠা ২৪-২৫ দ্ৰষ্টব্য)। এই তালিকাখন কিছু সংক্ষেপ কৰি ল'লেও দেখা যাব যে তেওঁ বেদ, উপনিষদ, কাব্য, মহাকাব্য, পুৰাণ, কলা, জ্যোতিষ, ন্যায়, ছন্দ, যোগ আদি সকলোবোৰ বিষয় খৰচি মাৰি অধ্যয়ন কৰি লোৱাৰ পিছতহে তেওঁৰ পন্থা আৰু কাৰ্যসূচী নিশ্চিত কৰি লৈছিল। তেওঁৰ সমসাময়িক কোনো ভাৰতীয় ধৰ্মগুৰু

এনেভাৱে প্ৰস্তুত আৰু নিশ্চিত হৈ লৈছিল বুলি জনা নাযায়। সংস্কৃত ভাষাতো বিদগ্ধ পণ্ডিত শঙ্কৰদেৱে সংস্কৃতত ৰচনা আৰু সংকলন কৰা 'ভক্তি ৰত্নাকৰ' গ্ৰন্থই তেওঁৰ বিদ্যায়তনিক অধিকাৰ আৰু অসাধাৰণ প্ৰতিভা নিৰ্দেশ কৰে। যিসকলে শঙ্কৰদেৱে কোনো নিজস্ব দাৰ্শনিক মতবাদ স্থাপন কৰি যোৱা নাই বুলি ভাবে সেইসকলৰ বাবে শঙ্কৰদেৱৰ ৰচনাত অন্তৰ্নিহিত তত্ত্ব নিজেই প্ৰত্যাহ্বান হৈ থিয় দি আছে। যোৱা পাঁচশ পঞ্চাছ বছৰত এনে আন এগৰাকী তত্ত্বজ্ঞ আৰু শাস্ত্ৰজ্ঞ মহাপুৰুষৰ আবিৰ্ভাৱ অসমত হৈছেনে?

নব বৈষ্ণৱ আন্দোলনে সৃষ্টি কৰা ভক্তি ধৰ্মকো এইগৰাকী মহাপুৰুষে এক বিশিষ্ট আয়তন দি থৈ গৈছে। সেই বিশিষ্টতা হ'ল দাস্য ভক্তিৰ বিশিষ্টতা, হনুমন্তী কাণ্ঠাৰ বিশিষ্টতা আৰু মুক্তিতো নিস্পৃহ ৰসময়ী ভক্তি বাঞ্ছাৰ বিশিষ্টতা। সেই বাবেই এই ধৰ্মমাৰ্গৰ শেষ লক্ষ্য সম্পূৰ্ণ ভগৱানত বিলীন হোৱাটো নহয়; বৰং ভগৱানৰ দৰে হৈ ভগৱানক নিৰন্তৰ নিজৰ ওচৰত পাই থকাহে ইয়াৰ লক্ষ্য। শঙ্কৰদেৱতকৈ ৩৬ বছৰৰ সৰু চৈতন্যদেৱৰ ব্যক্তিত্ব, আদৰ্শ আৰু পন্থাৰ লগত শঙ্কৰদেৱৰ এই স্পষ্ট পৃথকতা বিশেষভাৱে মন কৰিবলগীয়া। ইমানতো যিসকলে চৈতন্যদেৱক শঙ্কৰদেৱৰ গুৰু পাতিব খোজে, সেইসকলৰ ঐতিহাসিক জ্ঞান, বিচাৰবোধ আৰু বিদ্যায়তনিক অৰ্হতা অত্যন্ত সন্দেহজনক আৰু সমূলঞ্চে অ-নিৰ্ভৰশীল। স্পষ্টতঃ চৈতন্যদেৱ — চৈতন্যদেৱেই, আৰু শঙ্কৰদেৱ — শঙ্কৰদেৱেই। দুটা পৃথক সামাজিক-সাংস্কৃতিক-ঐতিহাসিক পটভূমিত জন্ম লাভ কৰা দুজন সন্তক একাকাৰ কৰাটো অত্যন্ত দূষণীয় কৰ্ম হ'ব।

গুৰুত্বপূৰ্ণ কথা হ'ল এয়ে যে নৱবৈষ্ণৱ আন্দোলনে ভাৰতত বেলেগ বেলেগ অঞ্চলত পৃথক প্ৰকৃতিৰ সমস্যাৰ সন্মুখীন হৈছিল আৰু এই আন্দোলনে সংশ্লিষ্ট সময় আৰু অঞ্চলৰ উপযোগীকৈ নিজকে সজাই লৈছিল। মহাপুৰুষ শঙ্কৰদেৱে যদিও নৱ-বৈষ্ণৱ আন্দোলনৰ মূল ভাৱশক্তিকে কঢ়িয়াই আনিছিল, তাক ধৰ্ম তথা সংস্কৃতিৰ ৰূপ দিওঁতে অসমৰ প্ৰকৃতি, অসমৰ লোকজীৱন আৰু লোক-সংস্কৃতিৰ উপাদান লৈ ৰূপ দিছিল। উদাহৰণস্বৰূপে নামঘৰৰ স্থাপত্যৰ সৰল ৰূপটোৰ লগত মৰং ঘৰ বা চ'ৰা ঘৰৰ স্থাপত্যৰ সাদৃশ্যলৈকে প্ৰথমে [illegible]ঙুলিয়াব পাৰি। আকৌ, নামঘৰৰ মণিকূটত ভাগৱত থোৱাৰ বাবে কৰোৱা আসনৰ ভাস্কৰ্যলৈ চকু দিলে জ্যোতিপ্ৰসাদে বিলাতৰ পৰা ঘূৰি আহি কোৱা কথালৈ মনত পৰে ঃ "আমাৰ নামঘৰত থকা সিংহাসনৰ সিংহবোৰ এৰুৱাই পেলালে তাত আজিকালিৰ কিউবিষ্ট পৰিকল্পনা, ডাৱৰ নোহোৱা আকাশৰ জোন জিলিকাদি জিলিকি পৰে" (অসমীয়া স্থাপত্যৰ নৱৰূপ)। তেওঁ নামঘৰৰ সৰল স্থাপত্যৰ গুৰুত্বও প্ৰতিপন্ন কৰি থৈ গৈছে। তেওঁ কৈছে, "অতি আচৰিত কথা যে শ্ৰীশঙ্কৰদেৱৰ নামঘৰৰ সহজ-সৰলতাই আজি বিশ্ব স্থাপত্যৰ আধুনিক আৰু ভাবিষ্যিতিক ৰূপবো আদৰ্শ। ..... বিশ্ব স্থাপত্যৰ বৰ্তমান আদৰ্শৰ ফালৰ পৰা চাবলৈ গ'লে আমাৰ নাঘৰৰ

ৰৌপিক পৰিকল্পনা আজি পাঁচশ বছৰৰ আগতো আগবাঢ়িহে আছিল। শঙ্কৰদেৱে এই স্থাপত্য আৰু ভাস্কৰ্যৰ ৰূপৰ উপাদান অসমৰ প্ৰকৃতি আৰু জনজীৱনৰ পৰাই আহৰণ কৰিছিল।

কেৱল ভাস্কৰ্য আৰু স্থাপত্যকে তেওঁ নৱৰূপত সজালে এনে নহজ; বৰং অন্যান্য কলাসমূহৰ ক্ষেত্ৰতো তেওঁ এহাতে ভাৰতীয় ঐতিহ্য আৰু আনহাতে অসমৰ জন-জীৱন আৰু জন-সংস্কৃতিৰ ঐতিহ্যৰ এক অভিনৱ সমন্বয় সাধন কৰিলে। ভাৰতীয় ৰাগ সংগীতৰ উপাদান আৰু অসমৰ জন-সংগীতৰ উপাদানেৰে নতুন সংগীতৰ ধাৰাৰ সৃষ্টি কৰিলে। ৰাগৰ নাম ব্যৱহৃত হ'ল, কিন্তু তাৰ ৰূপ সলনি হ'ল। কাৰণ, শংকৰদেৱে সংগীতক কেৱল কলা হিচাপেই সৃষ্টি কৰা নাছিল নাইবা তাৰ সাধনাৰ বাট কটা নাছিল, বৰং সংগীতক তেওঁ বৈষ্ণৱ আদৰ্শ আৰু শিকনি প্ৰচাৰ কৰাৰ বাবে নকৈ গঢ়ি তুলিছিল। তদুপৰি ৰাগ-সংগীতৰ এমুঠি সাধক সৃষ্টি কৰাও তেওঁৰ লক্ষ্য নাছিল; ৰাগ সংগীতৰ ভাব-শক্তিৰ আৰু ৰূপৰ আধাৰত ৰচিত সংগীতৰ জটিলতা আঁতৰাই সাধাৰণ লোকেও চৰ্চা কৰিব পৰাকৈ তাৰ নৱৰূপৰ কল্পনা কৰিছিল। বৰগীত আৰু নাটৰ গীতৰ মাজত, প্ৰসংগীয়া সুৰৰ মাজত এই ৰূপ ফুটি উঠিল আৰু ই ভাৰতীয় মাৰ্গ সংগীতৰ এটা নতুন ধাৰা — 'লোকপ্ৰিয় ধাৰা'ৰ সৃষ্টি কৰিলে। তেওঁ নিজে ৰাগ-সংগীতত অধিকাৰ প্ৰতিষ্ঠা কৰাৰ পিছতহে সংগীতৰ এই নৱ-ৰূপ ৰচনা কৰি উলিয়াইছে। তেওঁৰ সংগীত ৰচনাৰ লক্ষ্য আৰু উদ্দেশ্য নুবুজিলে তাৰ মহিমাও সৰ্বাংশে অনুভৱ কৰিব পৰা নাযাব।

তেওঁ নৃত্য, গীত, অভিনয়ৰ উপযোগীকৈ বাদ্য আৰু তাৰ তাল ৰচনা কৰিলে। মৃদংগৰ ৰূপ সলাই 'খোল' সাজি উলিয়ালে মাটিৰে। চৰিতপুথিত কেনেকৈ কপিলী মুখৰ মাটিৰে খোল সাজিলে, কেনেকৈ কাউৰীয়ে বৰা ভাত খাই ঠোঁট ঘঁহাওঁতে হোৱা শব্দ শুনি খোলত ঘুণ দিয়ালে তাৰ আখ্যান আছে। তেওঁ নিজে স্বৰযন্ত্ৰও যে পূৰ্ণ শতাংশে জানিছিল তাৰ ইংগিতো চৰিতে দিছে। কিন্তু তেওঁ সৰ্বসাধাৰণ মানুহৰ উপযোগী ৰূপ দিবলৈ গৈ তাক সৰল কৰি তুলিলে। স্বৰৰ জটিলতাৰ ঠাইত তালৰ বিভিন্ন মাত্ৰাৰ প্ৰয়োগত বৰং অধিক গুৰুত্ব দিলে। ফলত বাদ্য, তাল আৰু অভিনয়ৰ বিভিন্ন অংগ সাধাৰণ ভক্তসকলেও সহজে আয়ত্ত কৰিব পৰা হ'ল। অভিনয় আৰু নৃত্যৰ ক্ষেত্ৰত আনকি প্ৰতিটো ভংগীৰ প্ৰকৃতি চাই সংস্কৃত নামৰ ঠাইত ঘৰুৱা অসমীয়া নাম ব্যৱহাৰ কৰি লোক-জীৱনৰ ওচৰ চপাই আনিলে। একপ্ৰকাৰ ক'বলৈ গ'লে শাস্ত্ৰীয় নৃত্য-গীত-বাদ্য-অভিনয়ক লৌকিক জীৱনৰ উপযোগী নৱ-ৰূপ দান কৰি এক অভূতপূৰ্ব কৰ্ম সম্পাদন কৰিলে। ভাৰতবৰ্ষৰ কোনো সন্তই ধৰ্মপ্ৰচাৰৰ বাবে কলাৰ সকলো ৰূপ এনেভাৱে ব্যৱহাৰ কৰা নাই — এনেভাৱে নতুনকৈ ৰচনা কৰি এটা বিশেষ ধাৰাৰ সৃষ্টি কৰি যোৱা নাই। যিখিনি তেওঁবিলাকে কৰিছে — সেইখিনিৰ

আঁৰত শঙ্কৰী-কলা ৰচনাৰ কষ্টকৰ সাধনাৰ দৰে সাধনা জড়িত থকা বুলি কোৱা সম্ভৱ নহয়। অসমত প্ৰচলিত শ্ৰীহস্তমুক্তাৱলী আৰু সংগীত দামোদৰ আৰু ওজাপালিকে ধৰি চলি অহা নৃত্য-গীতৰ ধাৰাৰ পৰা গ্ৰহণ কৰা উপাদান আৰু লোক-জীৱনৰ পৰা গ্ৰহণ কৰা উপাদান কেনেভাৱে তেওঁ প্ৰয়োগ কৰিছিল সেই বিষয়ে এতিয়াও বিস্তৃত, গভীৰ আৰু পৰ্যাপ্ত অধ্যয়ন হোৱা নাই। মহেশ্বৰ নেওগ, কেশৱ চাংকাকতি, প্ৰদীপ চলিহা, বীৰেন্দ্ৰনাথ ফুকন, বীৰেন্দ্ৰনাথ দত্ত, তৰুণচন্দ্ৰ গোস্বামী, গোলাপচন্দ্ৰ মহন্ত, গিৰিকান্ত মহন্ত আদিৰ অধ্যয়নে, সুৰেশ গোস্বামী, জীবেশ্বৰ গোস্বামী আদিৰ যত্নই শঙ্কৰী সংগীতৰ বিশিষ্টতাৰ পৰিচয় দাঙি ধৰিছে। কিন্তু ভাৰতবৰ্ষৰ মানুহে এতিয়াও শঙ্কৰী সংগীতৰ বিশিষ্টতা বুজি পাব পৰাকৈ পৰ্যাপ্ত কাম কৰা হোৱা নাই। শঙ্কৰী সংগীত আৰু অভিনয়ৰ ক্ষেত্ৰত সম্ভৱতঃ অভিনয়তেই লৌকিক উপাদান তুলনামূলকভাৱে অধিক।

শঙ্কৰী সংগীতত দক্ষিণ-পূব এছিয়াৰ লোক-সংগীতৰ উপাদানৰ দুটা সাধাৰণ বৈশিষ্ট্যলৈ আঙুলিয়াব পাৰি : এটা হ'ল চীনদেশীয় কোনো কোনো সংগীতৰ লগত থকা সাদৃশ্য। ১৯৯৩ চনত চীন দেশলৈ যাওঁতে সংগ্ৰহ কৰি অনা তেওঁবিলাকৰ পুৰণি গীত-এটিৰ সুৰৰ আমাৰ প্ৰসংগীয়া নামৰ সৈতে সাদৃশ্য দেখি বিস্মিত হৈছিলোঁ। দ্বিতীয়টি উদাহৰণ — প্ৰসংগীয়া নামৰ অন্তত 'জয়' দি আশীৰ্বাদ দিয়াৰ সুৰত টাই ভাষাৰ আশীৰ্বাদৰ সুৰ (চাও কাও অ' চাও কাও)ৰ প্ৰতিধ্বনি শুনা যায়। সংগীত-বিশাৰদসকলে এই বিষয়ে বিস্তৃত আৰু গভীৰ অধ্যয়ন কৰাৰ এক বহল আৰু অনাবাদী ক্ষেত্ৰ পৰি আছে। অভিনয়ৰ আহাৰ্যৰ ক্ষেত্ৰত উদ্ভাৱন কৰা সাজ-পাৰ, মুখা আদিৰ প্ৰসংগও উল্লেখনীয়। যেতিয়ালৈকে এই আটাইবিলাকৰ বিষয়ে তুলনামূলক অধ্যয়ন কৰা নহ'ব, তেতিয়ালৈকে ইবিলাকৰ বিশিষ্টতাও চকুত পৰাকৈ আৰু চকুত লগাকৈ জিলিকি নুঠিব।

আনজন শঙ্কৰদেৱ হ'ল কবি শঙ্কৰদেৱ। তেওঁ সংস্কৃত ছন্দ আৰু অলংকাৰ শাস্ত্ৰত নিজৰ অধিকাৰ প্ৰতিষ্ঠা কৰি লৈছিল। তেওঁৰ মাজত একেলগে আছে এজন সংবেদনশীল কবি, এজন আদৰ্শৰ প্ৰতি দায়বদ্ধ শিল্পী, এজন কাব্যৰসিক আৰু কাব্য সমালোচক। তেওঁ একেৰাহে এজন কবি, নাট্যকাৰ, গীতিকাৰ, ভাষ্যকাৰ। একেৰাহে তেওঁ সুৰকাৰ, গায়ক, নাট্য-প্ৰযোজক আৰু অভিনেতা। তেওঁ আছিল ৰসবেত্তা আৰু ৰসস্ৰষ্টা। তেওঁ আছিল ছান্দসিক আৰু ছন্দস্ৰষ্টা। তেওঁ কাব্যৰ ভাব-বস্তু, ৰূপবস্তু, বিষয়বস্তু আৰু ৰসবস্তু সম্পৰ্কে সচেতন আছিল। তেওঁ যে কাব্য ৰচনা কৰিছে — সেই বিষয়েও আছিল সচেতন। উত্তৰাকাণ্ড ৰামায়ণত (পদ ৭৫৫) কৈছে :

আমাৰ কবিতা জানি নিন্দা নুবুলিবা বাণী
নক'িবা তাত উপহাস।।

দশম স্কন্ধত (পদ সংখ্যা ১৯৪২ আৰু ২১৩০) কৈছে ঃ

কৃষ্ণৰ কিংকৰ কবি বচিল শঙ্কৰ ছবি
নিৰন্তৰে বোলো ৰাম ৰাম।

"কৃষ্ণৰ কিংকৰে ৰচিলা শংকৰে" বুলিতো অনেক ঠাইত কৈছে, দশমত (পদ সংখ্যা ২০১১) "হেনয় কৃষ্ণৰ ভৃত্য শঙ্কৰে ৰচিলা গীত" বুলি কৰা উল্লেখো মন কৰিবলগীয়া। একেখনি গ্ৰন্থতে 'পয়াৰ' ৰচনা কৰাৰ কথাও উল্লেখ কৰিছে (পদসংখ্যা ১৪৭৬)। এই প্ৰসংগবিলাকে তেওঁ যে কাব্য ৰূপ সম্পৰ্কে সচেতন আছিল, তাৰ সাক্ষ্য বহন কৰিছে।

কেৱল যে নিজৰ কাব্যকৃতি সম্পৰ্কে সচেতন আছিল, এয়ে নহয়, বৰং তেওঁ কাব্যৰ দোষ-গুণ সম্পৰ্কেও সচেতন আছিল। "পূৰ্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদি তেঁহে বিৰচিলা ৰামকথা" আদি পংক্তিৰ মাজত যিদৰে অগ্ৰজ কবিৰ শ্ৰেষ্ঠত্বৰ প্ৰতি সপ্ৰশংস শ্ৰদ্ধা জ্ঞাপন কৰিছে, তেনেদৰেই প্ৰকাশ কৰিছে নিজৰ বিনয়ো। ই তেওঁৰ মহত্বৰে পৰিচয় মাত্ৰ।

মহাপুৰুষ শঙ্কৰদেৱেই কাব্য-সমালোচনাৰো অসমীয়া ভাষাত আৰম্ভণি কৰিলে। ভাব-বস্তুৰ ক্ষেত্ৰত, শৰীৰ-সৰ্বস্বতাই যাতে কাব্যত প্ৰভাৱ পেলাব নোৱাৰে তাৰ বাবে তেওঁ আছিল অত্যন্ত সতৰ্ক। সেই বাবে নাৰায়ণ দাস ঠাকুৰৰ মুখত কবি পীতাম্বৰৰ ভাগৱতৰ পদত ৰুক্মিণীয়ে কৃষ্ণ নহা দেখি "কোন অংগ খুণ দেখি নাইলা যদুমণি" বুলি বৰ্ণোৱা অংশ শুনি, তেনে বিৱৰণ বা বক্তব্য তেওঁ কেনেভাৱে নাকচ কৰিছিল সেই কথা বহুবাৰ চৰ্চিত হৈছে। এই কথা স্পষ্ট যে যাতে শৃংগাৰ ৰসো দাস্য ভক্তিলৈ ৰূপান্তৰ কৰিব পাৰি, তেনেভাৱে কাব্য ৰচনা কৰাটো আছিল কবি শঙ্কৰদেৱৰ লক্ষ্য আৰু অন্যান্য বৈষ্ণৱ কবিসকলৰ বাবে নিৰ্দিষ্টও কৰি দিয়া তেওঁৰ অনুশাসন। তেওঁ কাব্যত নৱৰস সৃষ্টি কৰিছে, কিন্তু তেওঁৰ ৰস-নিষ্পত্তিৰ লক্ষ্য কেৱল ৰস-সৃষ্টি নহয়। 'ৰাস-ক্ৰীড়া'ত কৈছে ঃ

শৃংগাৰ ৰসে আছে যাৰ ৰতি।
আকে শুনি হৌক নিৰ্মল মতি।।

'গুৰুচৰিত কথা'ত এটি সুন্দৰ বিৱৰণ আছে ঃ

"আৰু একদিনা দুওজনা গুৰু ঠাকুৰ আতা জতি
মধাই আনো ভক্তসবেৰে গৈছে বুৰি লুইতে
ভটিয়াই ঃ পালেং দি ঘাটে ..... নাঞ্চ চমু চাপিলন্তি ঃ
বোলে বৰাপোও কতক কবিতা কৰা ঃ নাৰায়ণ
দাসেও কৰা ঃ মধাঞ্চ কৰা। চোট আতা কৰিলে
কবিতা গুৰু বাক্য শিৰে ধৰি ..... ঠাকুৰ আতা
কৰিলে ..... মধাঞ্চ কৰিলে।। তেহে গুৰুজনে বোলে
বৰাপোএ জি কবিতা কৰিলে সাত পাতাল স্বৰ্গ

সাত বৈকুণ্ঠ ভেদি গ'ল ঃ নৌকা চাদি উপটি গ'ল ঃ
নাৰায়ণ দাসৰ কবিতা নাঞ্চ চপচপিয়া হ'ল।।
মধাইৰ কবিতাহে তলিতে লুকাল।"

দৰাচলতে তেওঁ অসমীয়া মানুহক আধ্যাত্মিক আৰু নৈতিক তথা সামাজিক মূল্যবোধৰ লগতে দান কৰিলে নতুন শিল্পবোধ আৰু নতুন নান্দনিক দৃষ্টিভংগী। ভাল-বেয়া, পাপ-পুণ্য, উচিত-অনুচিত, শুচি-অশুচিৰ পৰা খাদ্য-খাদ্য, পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিলৈকে জীৱনৰ সকলো দিশ নিয়ন্ত্ৰণ কৰা মূল্যবোধ আৰু নিৰ্দেশনা প্ৰতিষ্ঠা কৰাৰ উপৰিও শিল্প-জ্ঞান আৰু সৌন্দৰ্যবোধৰো অলিখিত বৈয়াকৰণিক ভেটি স্থাপন কৰি দিলে। মনৰ ৰিপু দমন কৰি মানুহক সংযত আৰু বিনীত হ'বলৈ শিকালে ঃ সকলো বিষয়ত উগ্ৰতাৰ পৰিবৰ্তে 'শান্ত'ৰ প্ৰতিষ্ঠা কৰিলে; মন-প্ৰকৃতি আৰু দৃষ্টিকো তাৰ উপযোগীকৈ গঢ়ি তোলাৰ অন্তৰ্নিহিত শিক্ষাৰে 'সামাজিক লোক'ক শিক্ষিত কৰি তুলিলে। 'শৰণ'ৰ শিক্ষাত কেৱল গীতাৰ একশৰণেই মুখ্য হ'লেও, তাৰ লগত শৰীৰ আৰু মন দুয়োকে শুচি কৰি তোলাৰ প্ৰয়োজনীয় শিক্ষাও সংযুক্ত হৈ আছে। তেওঁ দান কৰা নান্দনিক বোধেও অসমীয়া মানুহৰ মানসিক জগতক কৰি তুলিলে পৰিশীলিত সংবেদনশীলতাৰে উজ্জ্বল আৰু নম্ৰ। কেৱল ধৰ্মাচৰণৰ বাবে ব্যৱহৃত সামগ্ৰীতে নহয় ব্যৱহাৰিক জীৱনত ব্যৱহৃত সামগ্ৰীৰ মাজতো এক নতুন চাৰুতা ফুটি উঠিবলৈ ধৰিলে। পুৱা শুই উঠাৰ পৰা গধূলি শোৱালৈকে এই চাৰুতাৰ প্ৰত্যক্ষ বা পৰোক্ষ অভিব্যক্তি ঘটিবলৈ ধৰিলে। ৰজঃ আৰু তামসিক বৃত্তিৰ ঠাইত সাত্বিক বৃত্তিৰ প্ৰতিষ্ঠাই ব্যক্তিমন আৰু সমষ্টিমনক দান কৰিলে উদাৰতা আৰু মানবীয় কোমলতা।

মহাপুৰুষ শঙ্কৰদেৱে অসমীয়া চিত্ৰশৈলী এটিৰো বাট প্ৰশস্ত কৰি থৈ গৈছে। চিহ্নযাত্ৰাৰ আখ্যানৰ বা বৃন্দাৱনী বস্ত্ৰৰ কথা বাদ দিও আমাৰ পুথিচিত্ৰলৈ এই ক্ষেত্ৰত আঙুলিয়াব পাৰি। চিত্ৰত দশম স্কন্ধৰ 'চিত্ৰ-ভাগৱত' শঙ্কৰদেৱৰ পৰৱৰ্তী কালৰ তুলাপতীয়া পুথি হ'লেও, এই পুথিৰ এটি আৰ্হি আছিল বুলি ঠাৱৰাব পাৰি। তদুপৰি, আন যি চিত্ৰিত আৰু অলংকৃত পুথি পোৱা হৈছে, সেইবিলাকেও এই বিষয়ৰ এটা ধাৰণা দিব পাৰে। অসমীয়া পুথি-চিত্ৰত ৰাজপুত-মোগল শৈলীৰ যি সাঁচ দেখা যায়, সেয়ে ইয়াৰ একমাত্ৰ পৰিচয় নহয়; ইয়াৰ লগত যুক্ত হৈছে স্থানীয় আবয়ৱিক আৰু নৈসৰ্গিক বিশিষ্টতা আৰু মনো... ইয়াত মোগল বা ৰাজপুত চিত্ৰশৈলীৰ কামৰ সূক্ষ্মতাৰ অভাৱ যেন বোধ হ'লেও ভাবৰ সূক্ষ্মতাৰ অভাৱ ক'তো হোৱা নাই। তদুপৰি চিত্ৰত 'স্পেচ'ৰ ব্যৱহাৰো মন কৰিবলগীয়া। অৰ্থাৎ ৰচনাৰ মাজত আৱশ্যকীয় ছন্দ স্পন্দ আৰু সুষমা ৰক্ষা কৰিও একেখন পাততে পটভূমি আৰু 'স্পেচিফিকেচন' দুয়োটাৰ বাবে ঠাই উলিয়াই দিয়াৰ পদ্ধতি মন কৰিবলগীয়া। চিত্ৰ-বিশেষজ্ঞসকলে এই আটাইবোৰ দিশ বিচাৰ কৰিলে মহাপুৰুষ শঙ্কৰদেৱৰ হাততে অস... া চিত্ৰশৈলী (Assamese School of Painting)

এটি বাট কাটি ওলাই অহাটো প্ৰতিপাদন কৰিব পাৰিব বুলি ভাব হয়।

সঁচাকৈয়ে ভাবি আচৰিত হ'ব লাগে এটা জীৱনত, সেই জীৱন লাগে ছকুৰি বছৰৰ হওক, এই আটাইবোৰ কাম সম্পাদন কৰি যোৱা কেনেকৈ সম্ভৱ হ'ল। তেওঁ বেদ, উপনিষদৰ পৰা সমগ্ৰ প্ৰাচীন ভাৰতীয় সাহিত্য, দৰ্শন, ব্যাকৰণ, ছন্দ, অলংকাৰকে ধৰি বিভিন্ন বিষয় অধ্যয়ন কৰি, তাৰ সাৰ সংগ্ৰহ কৰিলে; তাৰ সাৰ চয়ন কৰিলে; আৱশ্যকীয় কাব্য-মহাকাব্যৰ সৃজনশীল অনুবাদ কৰিলে। তেওঁ ৰচনাৱলী লিখিবলৈ সাঁচিপাত তৈয়াৰ কৰা, চিয়াঁহী তৈয়াৰ কৰা, আৱশ্যক অনুসৰি অলংকৰণ কৰা সকলো কাম সম্পাদন কৰি ল'লে; তেওঁ ভাৰতীয় ৰাগ সংগীত আৰু মাৰ্গ নৃত্য, অভিনয় আদিৰ সম্যক জ্ঞানৰ ভিত্তিত, অসমৰ জনজীৱনৰ লগত খাপখোৱাকৈ আৰু বৈষ্ণৱ আদৰ্শৰ বাহক হ'ব পৰাকৈ নৃত্য, গীত ৰচনা কৰিলে। তাৰ বাবে আৱশ্যকীয় বাদ্য প্ৰস্তুত কৰা, তাল ৰচনা কৰা, ৰাগ নিৰ্ধাৰণ কৰা, হস্ত আৰু ভংগীৰ নৱৰূপ দান কৰা আদি সকলো ব্যৱহাৰিক আৰু বৈজ্ঞানিক কাৰ্য সম্পাদন কৰিলে; ভাস্কৰ্য, স্থাপত্য, চিত্ৰ — এই তিনিওটি ৰৈখিক কলাৰ তত্ত্ব আৰু প্ৰয়োগ-কলাৰ ওপৰত সম্পূৰ্ণ অধিকাৰ সাব্যস্ত কৰি তাৰ নৱৰূপ ৰচনা কৰিলে, আধ্যাত্মিক-নৈতিক-সামাজিক মূল্যবোধ প্ৰতিষ্ঠা কৰিলে আৰু অসমৰ মানুহক জীৱন-যাত্ৰাৰ এটা বিশিষ্ট পদ্ধতি দান কৰিলে; এক গভীৰ জীৱনবোধৰ আৰু বিশ্ব চৰাচৰৰ জ্ঞানেৰে মানুহক তাৰ সকলো পৰিচয়ৰ উৰ্ধ্বত প্ৰতিষ্ঠা কৰিলে। সেই সময়ত উচ্চ কুলজ আৰু অন্ত্যজৰ মাজত থকা বিভাজন আঁতৰাই "ভকতিত নাহি জাতি-অজাতি বিচাৰ" বুলি মানুহক সমমৰ্যাদা দান কৰিলে; চণ্ডালে হৰিকীৰ্ত্তন কৰিছে বুলি নিন্দা কৰাসকলক নিন্দা আৰু শাস্তিৰ যোগ্য বুলি ঘোষণা কৰিলে; "অসম-কছাৰী, খাছী, গাৰো, মিৰি, যৱন, কংক গোৱাল/অসম, মলুক ৰজক-তুৰুক/যৱন কংক গেৱাল" সকলোকে সমমৰ্যাদাত বহুওৱাৰ কথা ঘোষণা কৰিলে। যিসকলে শঙ্কৰদেৱৰ সমকালীন ৰাজনৈতিক-সামাজিক পটভূমিৰ কথা বিচাৰ নকৰাকৈ শঙ্কৰদেৱক সমালোচনা কৰিব খোজে, তেওঁবিলাকৰ যথাৰ্থতে 'অন্ধৰ হস্তী দৰ্শন' হয়। তেওঁবিলাকৰ অবিদ্যা নাশ নোহোৱাকৈ "কণ্ঠলগ্ন বৰ্দ্ধক সাক্ষাত" তেওঁলোকে নোপোৱাৰ সম্ভাবনাই বেছি। পঞ্চদশ-ষোড়শ শতিকাৰ অসমৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক পটভূমিৰ কথা এবাৰ ভাবি চালেই শঙ্কৰদেৱৰ অতিমানৱীয় প্ৰতিভা আৰু দক্ষতাৰ আভাস অনুভৱ কৰা যাব। জ্যোতিপ্ৰসাদে কৈছিল ঃ

> "তেওঁ সুকুমাৰ কলাৰ আটাইকেউবিধ কবিতা, সংগীত, স্থাপত্য, ভাস্কৰ্য আলেখ্যত বিশাৰদ হৈছিল। তেওঁ কবিতা লিখিছিল, তেওঁ গীত লিখিছিল, তেওঁ সুৰ সংযোগ কৰিছিল, তেওঁ ছন্দ যোজনা কৰিছিল, তেওঁ নৃত্য পৰিকল্পনা কৰিছিল, তেওঁ গাইছিল, বজাইছিল, নাচিছিল। ..... আজি বিশ্ব স্থাপত্যৰ যৌগিক সৰলতা আৰু স্তূপ সমাৱেশেৰে ৰচনা কৰিব খোজা

স্থাপত্যৰ সৌন্দৰ্যৰ আদিম প্ৰকাশ শ্ৰীমন্ত শঙ্কৰৰ নামঘৰতেই ই দেখিছিলোঁ। হিন্দু, বৌদ্ধ আৰু মোগল স্থাপত্যৰ প্ৰভাৱৰ মাজত এনে স্থাপত্যৰ বৈপ্লৱিক ভংগীয়ে মোৰ মনত বিস্ময় ওপজায়। ১৯৩০ চনত বাৰ্লিনত ভাৱিষ্যিতিক আধুনিক স্থাপত্যৰ কেইটামান নতুনকৈ সজা ৰাজহুৱা ঘৰ দেখি, চক খাই উঠি সেই বিদেশৰ চহৰৰ পৰাই এই অসমৰ মহাপ্ৰতিভালৈ মই মূৰ দোঁৱাইছিলোঁ। ইয়াৰ পিছত য়ুৰোপৰ পৰা মই উভতি আহি ১৯৩১ চনত বৰদোৱা সত্ৰলৈ গৈ তাত নামঘৰৰ খুঁটাত কাটি থোৱা ভাস্কৰ্যৰ নিদৰ্শন দেখি আকৌ এবাৰ বিস্ময়ত অভিভূত হৈছিলোঁ। ..... পশ্চিমীয়া শিক্ষা পাই অহংকাৰত অন্ধলা হৈ ঘৰৰে মহাপ্ৰতিভাক চিনি নেপাই ফুৰা মোৰ মনটোৰ সকলো অহংকাৰ সেইদিনা একেবাৰেই ধূলিসাৎ হৈ গ'ল। সেইদিনাৰ পৰাহে মই অসমীয়া হ'বলৈ আৰম্ভ কৰিলোঁ। মোৰ ভিতৰৰ চাহাবটো ওলাই লৰ মাৰিলে। ..... তাৰ পিছত নামঘৰৰ ভিতৰলৈ সোমাই গৈ দেখিলোঁ — থাপনাখন দেখোন cubist design-ৰ। তাত আঁকা থকাবোৰ কোনোটো impressionist, কোনোটো symbolist শিল্পীৰ আলেখ্যৰ দৰে। বাৰে বাৰে এটা প্ৰশ্ন জাগিবলৈ ধৰিলে — বিলাতলৈ কেলেই পঢ়িবলৈ গৈছিলোঁ? যি বিচাৰি গৈছিলোঁ ঘূৰি আহি দেখোন ঘৰতে পালোঁ। তেতিয়াৰে পৰা শ্ৰীমন্ত শঙ্কৰৰ সৰ্বতোমুখী প্ৰতিভা বুজিবলৈ চেষ্টা কৰি আহিছোঁ। আজিওতো সকলো বুজি শেষ কৰিব পৰা নাই।"

(শিল্পীৰ পৃথিৱীত)

শঙ্কৰদেৱৰ বিশাল ব্যক্তিত্ব আৰু প্ৰতিভা অবিহনে অসমীয়া জাতিৰ পৰিচয়ৰ বিকল্প ভেটি ক'ত? ডিম্বেশ্বৰ নেওগে সঠিকভাৱেই মূল্যায়ন কৰি কৈছে :

অসমীয়া সমাজৰ প্ৰকৃত বুৰঞ্জী, অসমীয়া জাতীয়তাৰ স্বৰূপ ইতিহাস, বাস্তৱতে শঙ্কৰদেৱৰ জীৱনী মাত্ৰ। ..... অকল অসমীয়া আধ্যাত্মিক জীৱনত নহয়, অসমীয়া জাতিৰ বহুমুখী কৰ্মপ্ৰতিভা আৰু কাৰ্য-শক্তিৰ অন্ত নপৰা একোটি উঁহ মাত্ৰ শংকৰদেৱ; জাতীয় প্ৰাণ স্পন্দনৰ একেটি কম্পান কেন্দ্ৰ লেম্বল শংকৰদেৱ।" (যুগনায়ক শঙ্কৰদেৱ)

কিন্তু আমি কি কৰিছোঁ? কোনোবাই শঙ্কৰদেৱক 'শূদ্ৰ' বুলি নিজৰ জীৱনৰ পৰা আঁতৰাই থ'বলৈ যত্ন কৰিছোঁ; কোনোবাই শঙ্কৰক 'ব্ৰাহ্মণ-বিদ্বেষী' ৰূপত সজাইছোঁ; ..... কোনোবাই তেওঁক বৈদিক আচাৰ-ব্যৱহাৰৰ বিৰোধী বুলি প্ৰত্যয় গৈছোঁ; কোনোবাই তেওঁক তেনে বুলিপ্ৰত্যয় নিয়াবলৈ যত্ন কৰিছো। আমাৰ এই দুই প্ৰকাৰৰ মনোবৃত্তিয়েই ভুল আৰু ক্ষতিকাৰক। কাৰণ, শঙ্কৰদেৱে ব্ৰাহ্মণসকলক বৈদিক আচৰণ পৰিত্যাগ কৰিবলৈ কোৱা নাছিল; তেওঁ বেদ বিৰোধীসকলৰ ক্ৰটীৰ

কথাও বিভিন্ন স্থানত কৰং কৈ গৈছে। তেওঁ অসমত পূজা-পাতলৰ, শাক্ত ধৰ্মৰ বলি-বিধানকে ধৰি অমানুবিক কাৰ্যৰ আৰু বহু দেৱতাৰ পূজাৰ বিৰুদ্ধে থিয় দি, বেদ-উপনিষদ-ভাগৱতৰ আধাৰত একমাত্ৰ বিষ্ণু তথা কৃষ্ণৰ উপাসনাৰ প্ৰশস্ত পথ উলিয়াই দিলে। তদুপৰি, কৰ্মকাণ্ডৰ বৰ্ণ-বিভাজনৰ আৰু পুৰোহিতৰ বাহিৰে বাকীসকলক ধৰ্মৰ অধিকাৰৰ পৰা বঞ্চিত কৰি ৰখাৰ অবাঞ্ছনীয়তাৰ বিৰুদ্ধে থিয় দি পুৰোহিত শ্ৰেণী আৰু বৰ্ণ-বিভাজন তথা কৰ্মকাণ্ডী প্ৰথাৰ ঠাইত নামধৰ্মৰ 'শ্ৰৱণ-কীৰ্ত্তন'ৰ দুৱাৰ সকলোলৈকে সমানে মুকলি কৰি দিলে। শঙ্কৰদেৱৰ গুৰুকুলৰ ৰামৰাম গুৰুকে ধৰি ব্ৰাহ্মণসকল যেনেভাৱে আকৃষ্ট হৈ তেওঁৰ পৰা ধৰ্ম গ্ৰহণ কৰিলে তাৰ এখন সুদীৰ্ঘ তালিকা বেজবৰুৱাই দি গৈছে; গুৰু-চৰিততো তাৰ বিৱৰণ আছেই। শঙ্কৰদেৱে বিষ্ণুমূৰ্তিক ক'তো অমান্যও কৰা নাই। বৰং বিষ্ণুমূৰ্তি থাপনা কৰাৰ আৰু কোবোলা বাঢ়ৈৰ হতুৱাই কলীয়া ঠাকুৰৰ মূৰ্তি সজোৱাৰ খবৰো চৰিতপুথিয়ে দিছে। তদুপৰি জগন্নাথকে ধৰি ভাৰতৰ বিভিন্ন তীৰ্থস্থানত তেওঁ নিজেও মূৰ্তি দৰ্শন কৰি আহিছে। কিন্তু তেওঁৰ যাই শিক্ষা হ'ল — 'নিৰাকাৰ ভগবানক মূৰ্তিৰ মাজত পাব নোৱাৰি; এতেকে "অব্যক্ত ঈশ্বৰৰ নাম কীৰ্তন আৰু শ্ৰৱণেই তেওঁক নিজৰ মাজত পোৱাৰ একমাত্ৰ পথ — এই সত্যটো হৃদয়ে হৃদয়ে ধাৰণ কৰা।" কৃষ্ণ নিজেই নিৰাকাৰ ব্ৰহ্মৰ আকাৰ স্বৰূপ। সেই কৃষ্ণক ভজনা কৰিলেই হ'ল। "অন্যত বসত ৰতি" যুক্ত হোৱাৰ বাসনা পৰিত্যাজ্য। তেওঁৰ মাজত ক'তো সম্প্ৰদায়-বিৰোধিতা নাই; কৰ্মকাণ্ডৰ প্ৰথাৰ বিৰোধিতাহে আছে। শঙ্কৰদেৱে ব্ৰাহ্মণসকলক শৰণ নিদিয়ে বুলি আৰু দামোদৰদেৱ আৰু হৰিদেৱে শঙ্কৰদেৱৰ পৰা ধৰ্ম নোলোৱা বুলি খবৰ দিয়া 'চৰিত পুথি'সমূহ অষ্টাদশ-ঊনবিংশ শতিকাত ৰচিত চৰিতপুথি। দৰাচলতে অসমলৈ কৃষ্ণৰাম ভট্টাচাৰ্যৰ আগমনেই অসমত ব্ৰাহ্মণ-অব্ৰাহ্মণৰ বিভাজন কটকটীয়া কৰি তুলিলেহি। তাৰে আধাৰতে ৰচিত হ'ল পৰৱৰ্তী কালৰ চৰিত পুথি। শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত মাধৱদেৱ, দামোদৰদেৱ, গোপাল আতা, হৰিদেৱ, পুৰুষোত্তম ঠাকুৰ চতুৰ্ভুজ ঠাকুৰেওতো ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে বিভিন্নজনক ধৰ্ম প্ৰচাৰৰ দায়িত্ব দিছিল। আমাৰ আটাইকেইটা সংহতিতো ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ সত্ৰাধিকাৰ আছে। তদুপৰি, শঙ্কৰদেৱৰ চৰিতকাৰসকলৰ ভিতৰতে দেখোন ভূষণ দ্বিজ, বৈকুণ্ঠ দ্বিজ, ৰমানন্দ দ্বিজ, সাৰ্বভৌম ভট্টাচাৰ্য এইসকল ব্ৰাহ্মণ ভক্ত কৰি আছে। দৰাচলতে সন্তসকলক ভাৰতবৰ্ষত কোনো জাত বা সম্প্ৰদায়ৰ পৰিচয়েৰে গ্ৰহণ কৰা হোৱা নাছিল। অসমতো সেয়ে হৈছিল। বংগদেশৰ কৌলীন্য প্ৰথাৰ আমদানিৰে কৃষ্ণৰাম ভট্টাচাৰ্যইহে অসমৰ সমাজত এই বিভাজনৰ বীজ সিঁচি দিলেহি। অষ্টাদশ শতিকাৰ প্ৰথম ভাগৰ পৰাই অসমৰ

ৰাজনৈতিক-সাংস্কৃতিক অৱনতি আৰম্ভ হৈ উনবিংশ শতিকাৰ প্ৰথম ভাগত সি আহি সম্পূৰ্ণ হ'লহি। অষ্টাদশ শতিকাৰ প্ৰাৰম্ভতে আনি সুমুওৱা এই বঙলুৱা প্ৰভাৱহে অসমৰ বৈষ্ণৱ ধৰ্মত সোমোৱা এনেবোৰ বিভাজনৰ ঘাই গুৰি। এই প্ৰভাৱবোৰ সোমোৱা প্ৰায় দুশ বছৰ হ'লহি। ফলত ইয়াৰ অনেক উপাদান একেবাৰ নোৰৰাকৈ সোমাল। এতিয়া নতুন পোহৰত নিৰাপদভাৱে, ঐতিহাসিক দৃষ্টিৰে, বিজ্ঞানসম্মত পদ্ধতিৰে আমাৰ যোৱা পাঁচশ বছৰৰ ধৰ্মৰ ইতিহাস বিচাৰ কৰাৰ বাবে সময়ে জনোৱা আহ্বানপ্ৰতি আমি কেনেভাৱে সঁহাৰি দিব পাৰোঁ, তাৰ দ্বাৰাহে আমাৰ সামাজিক সাংস্কৃতিক জীৱনৰ ভৱিষ্যতৰ পথ নিৰূপিত হ'ব। ৰামকৃষ্ণ পৰমহংস আছিল নিৰক্ষ সন্ত। তেওঁ হৃদয়ৰ বোধেৰে নিজেও উদ্দীপিত হৈছিল আৰু বাকীসকলৰো মন উদ্দীপন ঘটাইছিল। তেওঁক তেওঁৰ ভক্তসকলে বিশ্বৰ বুকুলৈ সাৰ্থকভাৱে লৈ গ'ল। অথচ শঙ্কৰদেৱৰ দৰে সৰ্বগুণাকৰ সন্ত এগৰাকীক বিশ্বৰ কথা দূৰতে থাক, ভাৰতবৰ্ষকে জনাব নোৱৰাটো কম দুৰ্ভাগ্যৰ কথানে? ভাৰতৰ কথা বাদ দিওঁতেওঁক যদি অসমৰ বিভিন্ন সামাজিক গোটৰ মাজলৈ লৈ যোৱা হ'লহেঁতেন, অসমৰ সমাজজীৱনত ঘটা বিচ্ছিন্নতাকামিতাৰ ব্যাধিত অসম ভুগিব নালাগিলহেঁতেন। ৰবীন্দ্ৰ কুমাৰ দাসগুপ্তই তেওঁৰ Sankardeva : The Founder of Assamese Vaisnavism প্ৰবন্ধত (দ্ৰষ্টব্য Essay on Sankardeva, Ed. R. K. Deva Goswami) ভাৰতৰ ধৰ্মীয় সাহিত্য-সম্পৰ্কীয় ফাৰ্কুহাৰৰ গ্ৰন্থ কাৰ্পেণ্টাৰৰ Theism in Mediavel India গ্ৰন্থত, ক্ষিতিমোহন সেনৰ মধ্যযুগৰ ভাৰতীয় ৰহস্যবাদ শীৰ্ষক বক্তৃতাত ক'তো শঙ্কৰদেৱৰ উল্লেখ নথকাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছে। আন্তৰ্জাতিক ক্ষেত্ৰৰ বিদৎমণ্ডলীয়ে য'ত শঙ্কৰদেৱৰ বিষয়ে জনাৰ সুযোগ পোৱা নাই, সেই ক্ষেত্ৰত অসম আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি সম্পৰ্কে জানিব কেনেকৈ? শঙ্কৰদেৱক বাদ দি শঙ্কৰপ্ৰেমী আৰু শঙ্কৰ-বিদ্বেষী কাৰো পৰিচয় নাই — এই সত্যটো অসমীয়া মানুহে যিমান সোনকালে বুজিব পাৰে, সিমানেই মংগল। দুয়ো পক্ষই নিজৰ ত্ৰুটী আৰু দৃষ্টিদোষ আঁতৰাই শঙ্কৰদেৱক বিচাৰিলে তেওঁবিলাকৰ সকলোৰে জীৱনত তেওঁ বিয়পি থকা দেখিবলৈ পাব। ডিম্বেশ্বৰ নেওগে সঠিকভাৱেই কৈছে : "মুঠতে কি সাহিত্য, কি সামাজিক জাতীয় জীৱন ক'তো শঙ্কৰদেৱৰ প্ৰভাৱৰ পৰা অসমীয়া জাতিক বিচ্ছিন্ন কৰিবা কোনো আন্দোলন ঘটা নাই, ঘটিবৰ সম্ভাৱনাও হোৱা নাই। ..... যোৱা পাঁচ বছৰেই অসমীয়া জাতিৰ বেদব্যাস সেই শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলী, সৰস্বতীসকল।"

অসমীয়া জাতিৰ জন্মলগ্নৰ পৰা আজিলৈকে শঙ্কৰদেৱৰ সমকক্ষ মহাপুৰুষ জন্ম

হোৱা নাই। কবি দুৰ্বৰাই সকলোৰে যেন মনোভাব প্ৰকাশ কৰি গাইছে ঃ

"অসমৰ ৰীতি-নীতি অসমৰ সদাচাৰ,
অসমৰ ৰীতি-নীতি অসমৰ ব্যৱহাৰ।
সকলোকে তুমি দেৱ সজালা নতুন,
সাজে তোমাৰ গৰিমা-গীতি হৃদয়ে হৃদয়ে বাজে।
* * * * *
বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম, দিলা জ্ঞান,
দিলা ভাষা অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱনীদেৱ লিখে এ সাধ্য কাৰ।
গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ।। □

# ভাৰতীয় দাৰ্শনিক তত্ত্বৰ পটভূমিত শঙ্কৰদেৱ

দৰ্শন হ'ল জীৱন আৰু জগত-সম্বন্ধে কোনো এটা পদ্ধতিগত অনুসন্ধানৰ যোগে এটা সিদ্ধান্তত বা মতত উপনীত হোৱাৰ পথ। এই পথ হ'ল জ্ঞানৰ পথ। জীৱন আৰু জগতৰ ৰহস্যই মানুহৰ মনত তুলি আহিছে প্ৰশ্নৰ পিছত প্ৰশ্ন। সেই প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ গৈ মানুহ সন্মুখীন হৈ আহিছে নানা প্ৰতিপ্ৰশ্নৰ। তথ্যৰ শক্তি আৰু যুক্তিৰ অস্ত্ৰৰে প্ৰতিপ্ৰশ্ন খণ্ডন কৰি মানুহে নিৰ্মাণ কৰিছে সমাধান বিচাৰিবৰ বাবে জ্ঞানৰ পথ এই পথ হ'ল বুদ্ধিৰ পথ। এই পথ হ'ল পাণ্ডিত্যৰ পথ — তৰ্কৰে কণ্টকাকীৰ্ণ পথ। তথ্য, যুক্তি আৰু অন্বেষণৰ পথৰ বিভিন্নতাই সৃষ্টি কৰিছে বিভিন্ন দাৰ্শনিক ধাৰাৰ আৰু মতৰ প্ৰত্যেক দাৰ্শনিকেই নিজৰ অন্বেষণৰ পথৰ শুদ্ধতা আৰু লাভ কৰা ফলৰ সত্যতা প্ৰতিপন্ন কৰিবলৈ যত্ন কৰি আহিছে। প্ৰত্যক্ষ আৰু অপ্ৰত্যক্ষ জ্ঞান হ'ল এই অন্বেষণৰ আধাৰ।

কিন্তু, এজন সন্তক বা এজন কবিক বা এজন শিল্পীক কোনো দৰ্শনৰ প্ৰবক্তাস্বৰূপে বিচাৰ কৰিব পাৰিনে? এজন সন্তই এটা পদ্ধতিগত দৰ্শন প্ৰতিষ্ঠা কৰিবৰ বাবে তেওঁৰ বাণী প্ৰচাৰ নকৰে, এজন কবিয়ে নাইবা এজন শিল্পীয়ে কোনো এটা বিশিষ্ট দাৰ্শনিক ধাৰাৰ জ্ঞান দিবৰ বাবে কোনো কাব্য নাইবা শিল্প ৰচনা নকৰে। অৱশ্যেই তেওঁবিলাকৰ বাণী নাইবা কৰ্মই কোনো এটা বিশিষ্ট দৰ্শনিক ভেটি কৰিব পাৰে; নাইবা নিজস্ব এটা জীৱন-দৰ্শনিক ভেটি কৰিব। এই কথাও স্মৰণীয় যে কোনো সন্ত, কবি বা শিল্পীয়ে কোনো এটা প্ৰতিষ্ঠিত দৰ্শনিক আধাৰ কৰিলেও সেই দৰ্শনিক তেওঁৰ নিজৰ জীৱনবোধলৈ ৰূপান্তৰ কৰি ল'ব পাৰিলেহে তেওঁৰ বাণী বা কৰ্মই প্ৰাণৰ উত্তাপ কঢ়িয়াই আনিব পাৰে। তেনে অৱস্থাত তেওঁ গৃহীত তত্ত্বৰ নিজস্ব ব্যাখ্যা বা ভাষ্যও বেলেগে দাঙি ধৰিব পাৰে। এতেকে, কোনো দৰ্শনৰ প্ৰতিষ্ঠা নকৰিলেও বা প্ৰবক্তা নহ'লেও প্ৰতিভাবান সন্তৰ, প্ৰতিভাবান কবিৰ, প্ৰতিভাবান শিল্পীৰ বাণী আৰু কৰ্মৰ এটা নিজৰ দাৰ্শনিক ভেটি থাকে। তেওঁৰ কামৰ মাজেদি তেওঁৰ জীৱন দৰ্শনৰ প্ৰকাশ ঘটে।

কেৱল সন্ত বা কবি বা শিল্পীসকলৰ ক্ষেত্ৰতে নহয়, সকলো মানুহৰ ক্ষেত্ৰতে এটা জীৱন-দৰ্শন জ্ঞাতে বা অজ্ঞাতে ক্ৰিয়াশীল হৈ থাকে। ইয়াৰ দ্বাৰাই মানুহে জীৱন আৰু জগত সম্পৰ্কে নিজস্ব ধাৰণা সৃষ্টি কৰি লয়, আৰু এনে ধাৰণাই তেওঁৰ চিন্তা আৰু কাম নিয়ন্ত্ৰণ কৰে। Aldus Huxley য়ে তেওঁৰ Ends and Means নামৰ গ্ৰন্থত কৈছে "Men live in accordance with the philosophy of life, their conceptio

of the world. It is impossible to live without a metaphysic.

সন্তসকলৰ লগত একেলগে কবি আৰু শিল্পীসকলৰ প্ৰসংগ উত্থাপন কৰাৰ কাৰণ হ'ল কবি আৰু শিল্পীসকলৰ দৰে সন্তসকলেও মানুহৰ বোধক জগাই তোলে, বুদ্ধিক নহয়। বুদ্ধি সদায় বিচাৰযোগ্য; বোধ অনুভৱযোগ্য; বুদ্ধি তৰ্ক-নিৰ্ভৰ; বোধ বিশ্বাস-নিৰ্ভৰ। সন্ত, কবি আৰু শিল্পীৰ কথা একেলগে উচ্চাৰণ কৰাৰ আন এটা কাৰণ হ'ল শঙ্কৰদেৱৰ মাজত তিনিওটি ব্যক্তিত্বৰ এক বিৰল সমন্বয় সাধিত হৈছিল। এই সমন্বিত ব্যক্তিত্ব আৰু উপলব্ধি তেওঁৰ মাজত তত্ত্বজ্ঞান তথা দৰ্শন নিজস্ব বোধলৈ ৰূপান্তৰিত হৈছিল অত্যন্ত স্বাভাৱিক ৰূপত। সেই বাবে তত্ত্ব আৰু বোধৰ মাজত কোনো পৃথকতাৰ সুৰুঙা ক'তো নাথাকিল। পাণ্ডিত্য আৰু সৃষ্টি-প্ৰতিভাৰ, বুদ্ধি আৰু বোধৰ এনে বিৰল সমাহাৰ যথাৰ্থতে লক্ষ্যণীয়।

শঙ্কৰদেৱৰ ব্যক্তিত্ব বিচ্ছিন্ন ব্যক্তিত্ব নহয়। তেওঁৰ জীৱনাদৰ্শ, ব্যক্তিত্ব, প্ৰতিভা, তেওঁৰ তত্ত্বজ্ঞান, তেওঁৰ শিল্প-জ্ঞান, তেওঁৰ বোধ আৰু তেওঁৰ বাণী এহাতে বৈদিক যুগতে আৰম্ভ হৈ ক্ৰমাৎ সমৃদ্ধি লাভ কৰি আহি থকা ভাৰতীয় দৰ্শন, শিক্ষা, সংস্কাৰ আৰু শিল্পৰ তত্ত্ব আৰু ৰূপৰ লগত সম্পৃক্ত, আনহাতে মধ্যযুগৰ ভাৰতবৰ্ষৰ ভক্তি আন্দোলনৰ দ্বাৰা উজ্জীৱিত। তেওঁ এই ঐতিহ্যৰ পৰাই সমল আহৰণ কৰি যিদৰে নিৰ্মাণ কৰি লৈছে নিজস্ব বৌদ্ধিক তথা দাৰ্শনিক বুনিয়াদ, তেনেদৰে নিৰ্মাণ কৰি লৈছে তাৰ ওপৰত নিজস্ব প্ৰণালীৰ সৌধ। তেওঁ সেই বাবে ভাৰতীয় ঐতিহ্যৰ পৰা বিচ্ছিন্ন নহয়; কিন্তু নিৰ্বিশেষে নহয়। অধ্যাপক বাসুদেৱশৰণ অগ্ৰবালে মহেশ্বৰ নেওগৰ Sankaradeva and His Times সম্পৰ্কে কৰা আলোচনা-প্ৰসংগত শঙ্কৰদেৱৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ মহত্ব সম্পৰ্কে কৈছিল, "There are poets and composers, there are saints and religious teachers, there are musical masters, there are preachers; but Sankaradeva was a genius in whom all these qualities were rolled into one."

ভাৰতীয় চিন্তা, ভাৰতীয় দৰ্শন, ভাৰতীয় সাহিত্য, ভাৰতীয় ধৰ্ম, ভাৰতীয় সংস্কৃতি — এই সকলোৰে নিজস্ব ভাব আৰু গঢ়ৰ সূত্ৰপাত হৈছে বেদতে। Griswold-এ তেওঁৰ Religion of the Rig Veda নামৰ গ্ৰন্থত কৈছে, "For Indian History, Religion, Philosophy and Civilisation, the Rig Veda is a book of origins." বেদতেই আৰম্ভ হৈছে জীৱন আৰু বিশ্ব প্ৰপঞ্চৰ ৰহস্যৰ অন্বেষণ। অগ্নি, বায়ু আৰু বৰুণ আৰু এই তিনি শক্তিস্বৰূপ দেৱতাৰ পৃথক পৃথক ৰূপ আৰু গুণৰ আধাৰত কল্পিত তেত্ৰিছগৰাকী দেৱতাক কৰা প্ৰশংসাসূচক স্তুতি আৰু বাঞ্ছাসূচক প্ৰাৰ্থনাৰে ঋকবেদ উপচি আছে। তাৰ মাজেদিয়েই আৰম্ভ হৈছে অদৃশ্য জীৱন-ৰহস্য অবিষ্কাৰ কৰাৰ যত্ন আৰু পাৰ্থিৱ জীৱন শান্তিপূৰ্ণ আৰু আনন্দময় কৰি তোলাৰ যত্নও।

জ্ঞান আৰু কৰ্ম এই দুটা ভাগ লৈ বেদ সম্পূৰ্ণ হৈছে। মন্ত্ৰ ভাগ হ'ল জ্ঞানকাণ্ড; আৰু ব্ৰাহ্মণ ভাগ তথা গদ্য ভাগ হ'ল কৰ্মকাণ্ড : "মন্ত্ৰ ব্ৰাহ্মণয়োঃ বেদনামধেয়ম্"। মন্ত্ৰভাগ "ত্ৰিবিধ লক্ষণান্বিত" : মিতত্ব, অমিতত্ব আৰু স্বৰত্ব। সেই বাবেই বেদক 'ত্ৰয়ী' বোলা হয়। ঋকবেদৰ মন্ত্ৰতেই যুক্ত হৈছে গায়ত্ৰী আদি ছন্দ; ঋকত সুৰ যুক্ত হৈ সৃষ্টি কৰিছে গীতৰ, সামগান বা সামগীতৰ। অৰ্থাৎ কেৱল জীৱনৰ আৰু জগতৰ সৃষ্টি-ৰহস্যৰ অনুসন্ধানৰ দ্বাৰা বেদে, পৰৱৰ্তী কালত গঢ় লৈ উঠা আস্তিক্যবাদী, অৰ্থাৎ বেদত তথা ঈশ্বৰত বিশ্বাসী ষড়দৰ্শনৰ ভেটিকে বান্ধি দিয়া নাই, সাহিত্য আৰু সংগীতৰ সৃষ্টিৰ বিশিষ্ট ধাৰাৰো আৱতৰণি ঘটালে। কেৱল সেয়ে নহয়, চাৰি বেদৰ উপৰিও বিশাল বৈদিক সাহিত্যই সামৰি ল'লে উপনিষদসমূহ, আৰণ্যকসমূহ আৰু বেদাংগ — এই পৰিচয়ৰ সীমাৰ মাজত শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ, নিৰুক্ত আৰু জ্যোতিষ।

বেদৰ জ্ঞানকাণ্ডৰ লগত ভক্তি আন্দোলনৰ মৰ্মবাণীৰ সম্পৰ্ক গভীৰ। অৱশ্যেই যাগ-যজ্ঞাদিৰে ৰবা কৰ্মকাণ্ডৰ লগত ভক্তিধৰ্মৰ সম্পৰ্ক নাই। জ্ঞানকাণ্ডই এক ঈশ্বৰৰ সন্ধান প্ৰথমে দিলে। অনেকে ভবাৰ দৰে বেদে এক ঈশ্বৰৰ ঠাইত বহুদেৱতা স্থাপন কৰি যোৱা নাই; বৰং বহুৰ মাজৰ পৰা একক উপনীত হোৱাৰ পথ কাটিছে। উদাহৰণস্বৰূপে ঋক্‌বেদৰ প্ৰথম মণ্ডলৰ ১৬৪ সংখ্যক সূক্তৰ ৪৬ সংখ্যক মন্ত্ৰটিলৈ নিৰ্দেশ কৰিব পাৰি। মন্ত্ৰটি হ'ল :

"ইন্দ্ৰং মিত্ৰং বৰুণমগ্নিমাহুৰথো দিব্যঃ
স-সুপৰ্ণো গৰুত্মান্।
একং সদ্বিপ্ৰা বহুধা বদন্ত্যগ্নিং যমং
মাতৰিশ্বানমাহুঃ।।"

অৰ্থাৎ, "এই আদিত্যক প্ৰাজ্ঞসকলে ইন্দ্ৰ, মিত্ৰ, বৰুণ আৰু অগ্নি বুলি কয়। এওঁ স্বৰ্গীয়, পাখিযুক্ত আৰু সুন্দৰ গতিশীল। এওঁ এক হ'লেও অনেক বুলি বৰ্ণনা কৰা হয়। এওঁকে অগ্নি, যম আৰু মাতৰিশ্বা বোলে।" অষ্টম মণ্ডলৰ ৫৮ সংখ্যক সূক্তটিৰ ২ সংখ্যক মন্ত্ৰটিও তুলনীয়। এই মন্ত্ৰত কৈছে :

এক এবাগ্নিৰ্বহুধা সমিদ্ধ একঃ সূৰ্যো
বিশ্বমনু প্ৰভূতঃ।
একৈবোষাঃ সৰ্বমিদং বি ভাত্যেকং বা
ইদং বি বভূব সৰ্বম্।"

অৰ্থাৎ, "এক অগ্নি বহুপ্ৰকাৰে সমৃদ্ধ হৈছে, এক সূৰ্য সমস্ত বিশ্বত প্ৰতিভাত হৈছে, এক উষাই এই সকলোকে প্ৰকাশ কৰিছে। এই একেই সকলো হৈছে।"

শঙ্কৰদেৱে তেওঁৰ ৰচনাৰ বিভিন্ন স্থানত বেদৰ গুৰুত্বৰ প্ৰসংগ উত্থাপন কৰিছে। 'কীৰ্তন-ঘোষা'ৰ নামৰ 'দশ অপৰাধ'ৰ ভিতৰত 'বেদ-নিন্দা'কো এটি অপৰাধস্বৰূপে

চিনাক্ত কৰিছে। তেওঁ লিখিছে ঃ

যিটো পাপী কৰে নামত হেলা।
বেদকো নিন্দে যদি কোনো বেলা।।
নামৰ ইয়ো দুয়ো অপৰাধ।
ভূঞ্জিবে যাতনা নাহিকে বাধ।।

'পাষণ্ডমৰ্দন'ৰ নুবুজে "বেদ-অভিপ্ৰায় গূঢ়। কৰ্মকো কৰিব নোবাৰে মূঢ়", নাইবা "সেহিসে কুলীন বেদক বুজে। যাহাৰ মুখে হৰিনাম বীজে", নাইবা "দশম স্কন্ধত বেদৰ ভূতি। আক নমানিবে কোন যুগুতি" — আদিত বেদৰ উল্লিখন মন কৰিবলগীয়া।

'কীৰ্তন-ঘোষা'ৰ "বেদস্তুতি" অধ্যায়তো 'বেদ'ৰ মুখেৰেই কোৱাইছে ঃ

অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্তহেন প্ৰকাশে সদায়।
কৰ্ম-জড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়।।

বেদে কৈছে যে অদ্বৈত ৰূপ স্বৰূপ নাৰায়ণেই সকলোকে চৈতন্য শক্তি দান কৰিছে "আমি বেদগণ আত প্ৰমাণ সম্প্ৰতি।" এতেকে, "পাষণ্ডেসে নিন্দে বেদৰ বাণী।" শঙ্কৰদেৱৰ ৰচনাৰ বিভিন্ন স্থানত বেদৰ উল্লিখন সহজ-অন্বেষণযোগ্য হৈ আছে। শঙ্কৰদেৱৰ প্ৰধান শিষ্য যাৰ ওপৰত তেওঁ সমস্ত 'ভাৰ' সমৰ্পণ কৰি গ'ল, সেইগৰাকী পুৰুষ মাধৱদেৱেও নামঘোষাত কৈছে ঃ

"বেদৰ গুপুত বিত্ত নাৰায়ণ হৰি হৰি হৰি, হৰি এ
দৈৱকীত হন্তে আপুনি ভৈলা বিদিত।"

যি কৃষ্ণ বা নাৰায়ণ বা বিষ্ণু ভাৰতৰ ভক্তি-আন্দোলনৰ যাই উপাস্য দেৱতা, সেই কৃষ্ণ বা নাৰায়ণ যে বেদতেই অন্তৰ্হিত হৈ আছিল, সেই কথাৰ ঘোষণাই ভক্তি আন্দোলনৰ লগত থকা বেদৰ তাত্ত্বিক সম্পৰ্কৰ ইংগিত প্ৰদান কৰি থৈছে। বেদৰ দশম মণ্ডলৰ ১২১ সংখ্যক সূক্ত বিশেষভাৱে এই সম্পৰ্কত উল্লেখযোগ্য, য'ত কৈছে, "সৰ্বপ্ৰথমে কেৱল হিৰণ্যগৰ্ভই আছিল। তেওঁ জন্ম হৈয়েই সৰ্বভূতৰ অদ্বিতীয় অধীশ্বৰ হ'ল। তেওঁ এই পৃথিৱী আৰু আকাশক স্বস্থানত স্থাপন কৰিলে। কোন দেৱতাক হব্যৰে পূজা কৰিম? যি জীৱাত্মা দিছে, শক্তি দিছে, যাৰ আজ্ঞা সকলো দেৱতাই মান্য কৰে, যাৰ ছায়া অমৃতস্বৰূপ, মৃত্যু যাৰ বশীভূত, যি নিজ মহিমাৰে দৰ্শনেন্দ্ৰিয়যুক্ত জীৱসমূহৰ অদ্বিতীয় ৰজা হৈছে, যি সকলো দ্বিপদ-চতুষ্পদৰ প্ৰভু, যাৰ মহিমাৰে এই সকলো হিমাচ্ছন্ন পৰ্বত সৃষ্টি হৈছে, সসাগৰা ধৰা যাৰ সৃষ্টি বুলি কোৱা হৈছে, সকলো দিশ যাৰ বাহুস্বৰূপ" ইত্যাদি ইত্যাদি।

এই হিৰণ্যগৰ্ভ, এই পুৰুষ বা এই 'ক'ই হ'ল "বেদৰ গুপুত বিত্ত নাৰায়ণ" সেই

বিষয়ে আৰু সন্দেহ নাই। অবশ্যেই বেদমন্ত্ৰত নিহিত তত্ত্বহে ভক্তিধৰ্মৰ উপাস্য নাৰায়ণ, বেদোক্ত যাগ-যজ্ঞ বা হোমকৰ্মৰ লগত ভক্তিধৰ্মৰ নাৰায়ণৰ সম্পৰ্ক নাই। শঙ্কৰদেৱে ভক্তি প্ৰদীপ'ত কৃষ্ণৰ মুখেৰে "চাৰিয়ো বেদৰ সাৰ নাৰায়ণ নাম মোৰ" (২১০) বুলি ঘোষণা কৰাই এই বুলিও কৈছে যে, "বেদৰ বিহিত/কৰ্ম কৰিবাক/ভকতৰ যোগ্য নুই" (১২৮)। বেদতেই যিহেতু জীৱন আৰু জগতৰ সৃষ্টি-স্থিতি-লয়ৰ ঘাই শক্তিৰ অন্বেষণ আৰম্ভ হৈছে, এতেকে বেদোক্ত এই সত্যক কেন্দ্ৰ কৰি গঢ় লৈ উঠা ভক্তি-আন্দোলনে স্বাভাৱিকতে বেদক অস্বীকাৰ কৰাৰ প্ৰশ্নই নুঠে; প্ৰশ্ন উঠিল বেদ-বিহিত কৰ্ম কাণ্ডৰ। পশু পৰ্যন্ত বলি দি কৰা যাগ-যজ্ঞৰ স্থান ভক্তি-আন্দোলন আৰম্ভ হোৱাৰ অনেক পূৰ্বেই পুৰাণৰ যুগতে প্ৰশ্নৰ সন্মুখীন হ'ল। পুৰাণ-ৰচনাৰো আগতে উপনিষদৰ যুগতে বেদৰ কৰ্মকাণ্ডৰ প্ৰভাৱ ক্ৰমাৎ স্তিমিত হ'বলৈ আৰম্ভ কৰিছিল।

যথাৰ্থতে ভাৰতীয় চিন্তাৰ উৎকৰ্ষ সাধিত হৈছিল উপনিষদৰ বুকুতে। বেদত যি গোপ্য হৈ আছিল, উপনিষদত সেয়ে প্ৰকাশ লাভ কৰিলে। "উপসমীপং নিবাদয়িত গময়াতীত্যউপনিষৎ বাচকং নাম ইতি"। 'প্ৰণৱ' অৰ্থাৎ ওঁকাৰ যাৰ গুপ্ত নাম, সেই অব্যক্ত পৰম শক্তিৰ ওচৰলৈ যোৱাৰ বাবে যি শাস্ত্ৰই পথ দেখুৱায়, সেয়ে উপনিষদ। এয়ে বেদান্ত। বেদৰ জ্ঞানমাৰ্গৰ শেষ স্তৰ হ'ল বেদান্ত। উপনিষদ বা বেদান্ত ধৰ্মগ্ৰন্থ নহয়, বেদান্তই কোনো ধৰ্মৰ ধাৰা স্থাপনৰ নীতি-নিৰ্দেশ কৰা নাই। উপনিষদ ভাৰতীয় আস্তিকতাবাদী ষড়দৰ্শনৰ উৎস; কিন্তু উপনিষদ নিজে সম্পূৰ্ণ দৰ্শন শাস্ত্ৰ নহয়। ইয়াত আচাৰ্য ঋষিসকলে নিজৰ শিষ্যক যোগ্যতা অনুসৰি পৃথকে পৃথকে বিশ্ব চৰাচৰৰ মূল কাৰণ ব্ৰহ্মৰ সম্পৰ্কে জ্ঞান দিবৰ বাবে কৰা ব্যাখ্যা সন্নিবিষ্ট হৈ আছে। এই ব্ৰহ্ম "ন জায়তে ম্ৰিয়তে বা বিপশ্চিনায়ং কুতাশ্চিন্ন বভূৱ কশ্চিৎ। আজো নিত্যঃ শাশ্বতোয়ং পুৰাণো, ন হন্যতে হন্যমানে শৰীৰে। হন্তা চেৎ মন্যতে হন্তুং হতশ্চেৎ মন্যতে হতম্। উভৌ তৌ ন বিজানীতৌ নায়ং হন্তি ন হন্যতে।" উপনিষদৰ আত্মা তথা ব্ৰহ্ম-সম্পৰ্কীয় এই বিবৃতিৰ লগত গীতাৰ সাংখ্যযোগৰ ১৯ আৰু ২০ সংখ্যক শ্লোক তুলনীয়। এই ব্ৰহ্ম অনোৰণীয়ান্, অৰ্থাৎ ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ, আৰু মহতোমহীয়ান, অৰ্থাৎ বিশালতকৈও বিশাল। ব্ৰহ্মতকৈ একো বিশাল থাকিব নোৱাৰে আৰু ব্ৰহ্মতকৈ একো ক্ষুদ্ৰও থাকিব নোৱাৰে। সমস্ত জগতেই ব্ৰহ্ম। সেইবাবেই ব্ৰহ্মময় জগৎ। ঈশোপনিষদত কৈছে, "এই সত্যস্বৰূপ ব্ৰহ্ম হিৰন্ময় পাত্ৰৰ দ্বাৰা অৰ্থাৎ জ্যোতিৰ দ্বাৰা আবৃত (মন্ত্ৰ ১৫)। এই ব্ৰহ্ম এক নিশ্চল অথচ মনতকৈ বেছি বেগী। এনে কোনো শক্তি নাই যি ব্ৰহ্মৰ গতিক অতিক্ৰম কৰিব পাৰে (মন্ত্ৰ ৪)। এই ব্ৰহ্ম কেনেকুৱা? তেওঁৰ কোনো শৰীৰ নাই, সৰ্বত্ৰ গমনশীল, সৰ্বজ্ঞ, সৰ্বব্যাপী, স্বয়ম্ভু, শাশ্বত (মন্ত্ৰ ৮)।

'কঠোপনিষদ'ত নচিকেতাৰ প্ৰশ্নৰ উত্তৰত যমে ক'লে, "সকলোৰে ক্ষয় আছে; মৃত্যু আছে; কেৱল ক্ষয় বা মৃত্যু নাই আত্মাৰ।" বেদৰ মাজত প্ৰকাশিত জিজ্ঞাসা আৰু সাধনাৰ

শেষ লক্ষ্যও হ'ল এই আত্মা বা ব্ৰহ্ম। এই ব্ৰহ্ম স্বয়ম্ভু — নিজেই সৃষ্টি হৈছে। ব্ৰহ্মৰ কোনো স্ৰষ্টা নাই। এই ব্ৰহ্ম সূক্ষ্মতকৈও সূক্ষ্মতম, বিশালতকৈও বিশালতম। শৰীৰ যায়, কিন্তু আত্মা থাকে। আত্মা কি এই কথা বুজা আৰু বুজোৱা সহজ নহয়; ই অনুভৱ-যোগ্যহে। অনুভূতি প্ৰকাশৰ যিদৰে কোনো ভাষা নাই, আত্মা বা ব্ৰহ্মক বুজাব পৰা ভাষাও তদ্ৰূপ নাই।"

যমে আৰু ক'লে, "তুমি বেদ অধ্যয়ন কৰি বেদজ্ঞানী হ'ব পাৰিবা; তোমাৰ ক্ষুৰধাৰ চিন্তা আৰু মেধাৰে চিন্তাবিৎ হ'ব পাৰিবা, শাস্ত্ৰ পাঠ কৰি তুমি পণ্ডিত হ'ব পাৰিবা; কিন্তু যেতিয়ালৈকে নিৰ্মল বুদ্ধিৰে সমস্ত বিশ্ব চৰাচৰত ব্যাপক্ত হৈ থকা অব্যক্ত ব্ৰহ্মাৰ পৰাই যে তোমাৰ ভিতৰৰ অব্যক্ত আৰু বাহিৰৰ ব্যক্তৰ সৃষ্টি হৈছে সেই কথা অনুভৱ কৰিব নোৱাৰা, তেতিয়ালৈকে আত্মবিৎ হ'ব নোৱাৰা। আত্মজ্ঞানী, অৰ্থাৎ মই কোন, এই প্ৰশ্নৰ উত্তৰ অনুভৱ নকৰিলে ব্ৰহ্মবোধ হোৱা সম্ভৱ নহয়।"

ব্ৰহ্মসূত্ৰৰ বিচাৰত এঘাৰখন মৌলিক উপনিষদত (ঈশ, কঠ, কেন, প্ৰশ্ন, মুণ্ডক, তৈত্তিৰীয়, কৌশিতকী, নাৰায়ণ, ঐতৰেয়, ছান্দোগ্য আৰু বৃহদাৰণ্যক) ব্যক্ত জীৱন-তত্ত্ব তথা সৃষ্টিতত্ত্ব কালৰ বিচাৰতো সমুত্তীৰ্ণ হৈ প্ৰমাণিত হৈছে। দৰাচলতে, উল্লিখিত এঘাৰখন উপনিষদেই 'বেদান্ত'। অন্যান্য উপনিষদসমূহো ব্ৰহ্মাৰ প্ৰতিপাদক হোৱা বাবেই 'উপনিষদ' — এই শিতানত অন্তৰ্ভুক্ত হৈছে। দৰাচলতে উপনিষদেই মুকলি কৰি দিলে জ্ঞানৰ দুৱাৰ। বেদৰ যাগ-জগ-যজ্ঞ নাইকিয়া হৈ যোৱা নাছিল, কিন্তু যাগ-যজ্ঞই বিশ্ব চৰাচৰৰ সত্য দৰ্শনৰ মাৰ্গ দেখুৱাব পৰা নাছিল; বৰং যাজকৰ ব্যক্তিগত লাভালাভৰ বিষয়হে এনে কৰ্মৰ লগত যুক্ত হ'বলৈ ধৰিলে।

উপনিষদৰ সাৰতত্ত্বৰে ৰচিত হ'ল শ্ৰীমদ্ভগবদ্গীতা। ঘাই উপনিষদসমূহ ৰচনাৰ পিছত, নাইবা মহাভাৰত ৰচনাৰ পিছত গীতা ৰচিত হৈছে। অৱশ্যে যেতিয়াই সংকলিত হওক, গীতাৰ পাঠভাগ হ'ল প্ৰাচীন। উপনিষদৰ অনেক মন্ত্ৰ প্ৰায় হুবহু গীতাত সন্নিবিষ্ট হৈছে। উপনিষদৰ ব্ৰহ্মতত্ত্ব তথা সৃষ্টিতত্ত্ব আমনি নলগাকৈ, সহজভাৱে আৰু আকৰ্ষণীয়কৈ উত্থাপন কৰিবৰ বাবেই, যুদ্ধৰ পটভূমিত কৃষ্ণাৰ্জুনৰ কথোপকথনৰ মাজেদি নাটকীয় ৰূপত গীতাত দাঙি ধৰা হৈছে। তদুপৰি, উপনিষদীয় তত্ত্বৰ আধাৰত গঢ় লৈ উঠা ভাৰতীয় ষড়দৰ্শনৰ মাজত দেখা পোৱা আপাত-বিৰোধ দূৰ কৰাত গীতাই লোৱা ভূমিকাই পৰৱৰ্তী কালৰ ভক্তি-আন্দোলনৰ তাত্ত্বিক ভেটি সুদৃঢ় কৰি তুলিলে। বিভিন্ন মত আৰু পথৰ সমন্বয় সাধন কৰি গীতাই জ্ঞানযোগ, কৰ্মযোগ আৰু ভক্তিযোগৰ দুৱাৰ মুকলি কৰি দিলে। আত্মাৰ অবিনশ্বৰত্ব, নিষ্কাম কৰ্মযোগ আৰু ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ এয়ে গীতাৰ মৰ্মবাণী। গীতাৰ স্বৰূপ ব্যাখ্যা কৰি কোৱা হৈছে ঃ

সৰ্বোপনিষদো গাৱো দোগ্ধা গোপালনন্দন।
পাৰ্থোবৎস সুধীৰ্ভোক্তা দুগ্ধংগীতামৃতংমহৎ।।

মাধৱদেৱে নামঘোষাত ভাণ্ডিছে ঃ

সকল উপনিষদ ধেনু দোগ্ধা ভৈল তাৰ নন্দসুত
তাৰ বৎস ভৈল কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈলা মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পাণ কৰয়।।

গীতাই প্ৰতিষ্ঠা কৰা একশৰণ শঙ্কৰদেৱ-প্ৰবৰ্তিত মহাপুৰুষীয়া ভাগৱতী ধৰ্মৰ যাই আধাৰস্বৰূপে প্ৰতিষ্ঠিত হ'ল। 'ভক্তি প্ৰদীপ'ত শঙ্কৰদেৱে লিখিছে কৃষ্ণাৰ্জুন সংবাদত ঃ

জগতৰে আত্মা ব্ৰহ্মাদিৰো মই দেৱ।
জানি এক চিত্তে — মোক কৰা সেৱ।।

পুনশ্চ কৈছে ঃ

সৰ্বদেৱ তুষ্ট হোৱে কৃষ্ণক পূজনে।
কহে হেন উপনিষদৰ মন্ত্ৰগণে।।

মাধৱদেৱে নামঘোষাত ভাণ্ডিছে ঃ

মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্বক্ষণ
মোকে পূজা মাত্ৰ মোকে কৰা নমস্কাৰ।
কহিলোঁ তোমাত সত্যবাণী পাইবা সুখে মোক মহামানী
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ।।

ভাৰতবৰ্ষত উপনিষদে মুকলি কৰি দিয়া জ্ঞানৰ দুৱাৰে 'ভাৰতীয় ষড়দৰ্শন' স্থাপনৰ ক্ষেত্ৰও মুকলি কৰি দিলে। কপিলৰ 'সাংখ্য', পতঞ্জলিৰ 'যোগ', গৌতমৰ 'ন্যায়', কণাদৰ 'বৈশেষিক', জৈমিনিৰ 'পূৰ্ব মীমাংসা' আৰু বাদৰায়ণৰ 'উত্তৰ মীমাংসা' বা 'বেদান্ত'ই ভাৰতবৰ্ষত পদ্ধতিগত আৰু সুশৃংখলিতভাৱে মত-অন্বেষণৰ মাৰ্গ প্ৰতিষ্ঠা কৰা। ইয়াৰ ভিতৰত প্ৰাচীনতম সাংখ্য-কাৰিকাই পুৰুষ আৰু প্ৰকৃতি এই দুটা তত্ত্বক সৃষ্টিৰ মূল কাৰণ বুলি চিনাক্তকৰণ কৰিছে। এই দৰ্শনে কৈছে যে ব্যক্ত প্ৰকৃতি হ'ল কাৰ্য আৰু অব্যক্ত প্ৰকৃতিত নিহিত হৈ থাকে এই কাৰ্যৰ যাই কাৰণ। যেতিয়া প্ৰকৃতি আৰু পুৰুষ সাম্য অৱস্থাত থাকে, তেতিয়া একো সৃষ্টি নহয়। কিন্তু যেতিয়া অব্যক্ত প্ৰকৃতি, পুৰুষ বা চৈতন্যৰ সংস্পৰ্শলৈ আহে তেতিয়াই ব্যক্ত কাৰ্যৰ সৃষ্টি হয় আৰু ইন্দ্ৰিয়গ্ৰাহ্য বা স্থূল ইন্দ্ৰিয়গ্ৰাহ্যাতীত প্ৰকৃতিৰ সৃষ্টি হয়। এয়ে ব্যক্ত প্ৰকৃতি। দৰাচলতে প্ৰকৃতি জড়ধৰ্মী আৰু সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনি গুণেৰে গঠিত। এই গুণো অদৃশ্য তিনিটা কাৰণ, আৰু ইহঁত ক্ৰমে সুখ, দুখ আৰু নিস্পৃহতাৰ কাৰণ। অৱশ্যেই প্ৰকৃতিৰ পৰা স্বয়ংক্ৰিভাৱে একো সৃষ্টি নহয় যেতিয়ালৈকে তাত কাৰ্য সম্পাদন কৰা শক্তিৰ ক্ৰিয়া নঘটে। পুৰুষ নিজেই চৈতন্য, কিন্তু ই নিষ্ক্ৰিয়। সাংখ্যই সৃষ্টি, স্থিতি, লয়ৰ কাৰণ প্ৰকৃতি আৰু পুৰুষ বুলি নিশ্চিত কৰিছে আৰু এজন যেকোন

সৃষ্টিকৰ্তা বা ঈশ্বৰৰ অস্তিত্ব অপ্ৰমেয় বুলি কৈছে।

'বেদান্ত'ই পুৰুষ আৰু প্ৰকৃতিৰ ওপৰতো নিয়ামক শক্তি ব্ৰহ্মক আৱিষ্কাৰ কৰিছে। জড়ধৰ্মী প্ৰকৃতি আৰু চৈতন্যধৰ্মী পুৰুষৰ সৃষ্টিৰ কাৰণ হ'ল ব্ৰহ্ম। মাধৱদেৱে ভাণ্ডিছে ঃ

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি তুমিসে বান্ধৱ।।

জৈমিনিয়ে 'পূৰ্বমীমাংসা'ত কৰ্মমাৰ্গৰ তত্ত্ব প্ৰতিষ্ঠা কৰিবলৈ গৈ কৈছে ঃ 'অথো-ধৰ্ম জিজ্ঞাসা'। মহৰ্ষি বাদৰায়ণে 'উত্তৰ মীমাংসা' বা 'বেদান্ত'ত জ্ঞানমাৰ্গৰ তত্ত্ব প্ৰতিষ্ঠা কৰিবলৈ লৈ কৈছে ঃ 'অথো ব্ৰহ্ম জিজ্ঞাসা'। মহৰ্ষি বাদৰায়ণৰ 'ব্ৰহ্মসূত্ৰ'ৰ ভাষ্যৰ ভিত্তিত পৰৱৰ্তী কালত গঢ় লৈ উঠিল বেদান্তৰ ব্যাখ্যাৰ পাঁচোটি ধাৰা ঃ শঙ্কৰাচাৰ্যৰ 'অদ্বৈতবাদ', ৰামানুজাচাৰ্যৰ 'বিশিষ্টাদ্বৈতবাদ', মধবাচাৰ্যৰ 'দ্বৈতবাদ', নিম্বাকাচাৰ্যৰ 'দ্বৈতাদ্বৈতবাদ', বল্লভাচাৰ্যৰ 'শুদ্ধাদ্বৈতবাদ'। ব্যাখ্যাৰ পৃথকতা সত্ত্বেও এই ধাৰাসমূহক ব্ৰহ্মসূত্ৰৰ মূলতত্ত্বই বান্ধি ৰাখিছে।

সি যি কি নহওক, এটা কথা স্মৰ্তব্য যে বেদান্ত শব্দ উপনিষদৰো সমাৰ্থক। এই কথাও স্মৰ্তব্য যে সাংখ্যকাৰিকাৰ দৰে দৰ্শন উপনিষদৰ আগৰ হ'লেও, কাৰণ কোনো কোনো উপনিষদত তেনে অন্তৰ্সাক্ষ্য আছে, বেদান্তই ভাৰতীয় দৰ্শনৰ ধাৰাসমূহক আৱৰি ধৰিলে। মহৰ্ষি বাদৰায়ণে বেদোক্ত পুৰুষক সকলোৰে কাৰণ স্বৰূপে দাণ্ডি ধৰিছে। চেতন-অচেতন সকলো সেই পুৰুষৰ সৃষ্টি। বিভিন্ন ৰূপ, নাম বা গুণবিশিষ্ট সকলোবিলাক ব্ৰহ্মাৰে অভিব্যক্তি মাত। এই ব্ৰহ্ম সত্যস্বৰূপ, জ্ঞানস্বৰূপ, আনন্দস্বৰূপ। ব্ৰহ্ম এক, বিকাৰহীন। এই ব্ৰহ্মৰ পৰা যি ব্যক্ত হৈছে, সেই ব্যক্ত হ'ল ব্ৰহ্মৰ প্ৰতিভাস মাত্ৰ। ই নশ্বৰ, অসৎ আৰু অসত্য। ব্ৰহ্মৰ পৰা সৃষ্টি হোৱা জগৎ প্ৰপঞ্চৰ অসত্যটো মানুহে অবিদ্যাৰ বাবে বুজিব নোৱাৰে। পুনৰ মাধৱদেৱৰ ভাষাৰে ক'বলৈ হ'লে ঃ

অবিদ্যা নাশিলে লাগ পাৱয় সততে জানা
কণ্ঠলগ্ন বস্তুক সাক্ষাত।

যি গুণৰ ভিত্তিত এই ব্যক্ত জীৱন আৰু জগতৰ সৃষ্টি কৰিছে, সেই ব্ৰহ্মাই 'সগুণ' আৰু এই নশ্বৰ জীৱন আৰু জগৎ ধ্বংস হোৱাৰ পিছত যি ব্ৰহ্ম থাকে, সেয়ে নিৰ্গুণ ব্ৰহ্ম।

শঙ্কৰদেৱে 'বেদান্ত' আৰু 'ব্ৰহ্ম'ৰ উল্লেখ বাৰম্বাৰ কৰিছে। ব্ৰহ্মৰ বাহিৰে যে সকলো অসৎ আৰু অসত্য সেই কথাও বিভিন্ন প্ৰসংগত ব্যক্ত কৰিছে। চতুৰ্বিংশতি অধ্যায়ৰ প্ৰথম শাৰীটোত 'ব্ৰহ্মৰূপী সনাতন'ক প্ৰণাম কৰিছে। 'পাষণ্ড মৰ্দন' আৰম্ভ কৰিছে এই বুলি ঃ

কহিলো শুকে বেদান্তৰ মৰ্ম।
শুনা পৰীক্ষিত কলিৰ ধৰ্ম।।

'দ্বিতীয় কীৰ্তন' শেষ কৰিছে ঃ

পুৰাণ সূৰ্য মহাভাগৱত।
বেদান্তৰো ইটো পৰমতত্ত্ব।।

'হৰমোহন'ৰ দ্বিতীয় কীৰ্তনত আৰু অধিক স্পষ্ট ভাবাৱে কৈছে ঃ

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নুহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণে কুণ্ডলে যেন নুহিকে অন্তৰ।।
* * * *
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত।।
তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান।।

'বেদস্তুতি'ত বেদসমূহে স্তুতি কৰিছে এইবুলি ঃ

আনন্দ ব্ৰহ্মাক যিটো জনে ভজে স্বামী।
তাহাৰ মহিমা আৰ কি কহিবো আমি।।

তাতোকৈ স্পষ্টভাবে কৈছে ঃ

তুমি সত্যব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশ।
অন্তৰ্যামী ভগৱন্ত।।

নাইবা, অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্তহেন প্ৰকাশে সদায়।
কৰ্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়।

বেদে বাঞ্ছা কৰিছে,

"তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হৌক চিত্ত"

এইবুলি।

'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ'ত কৃষ্ণৰ মুখেৰে কোৱাইছে ঃ

সমস্ত ভূততে ব্যাপি আছো মঞি হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।

এনে উল্লিখনে ইংগিত দিব [illegible] যে শঙ্কৰদেৱে অদ্বৈত ব্ৰহ্মবাদকে আধাৰ কৰিছে।

ব্ৰহ্ম যে অদ্বৈত সেই বিষয়ে সন্দেহ নাই। কিন্তু, জগতখনক 'অসত্ত' বুলিলেও আৰু ব্ৰহ্ম 'অদ্বৈত ৰূপ'ৰ সত্যক প্ৰতিপন্ন কৰিলেও তেওঁ শঙ্কৰাচাৰ্য-প্ৰতিষ্ঠিত অদ্বৈতবাদৰ সমৰ্থকনে, এই প্ৰশ্নটো মূৰ দাঙি উঠে। শঙ্কৰাচাৰ্যই 'ব্ৰহ্মৈব কেৱলম্', এই তত্ত্বকে ভেটি কৰিছে আৰু "ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱ ব্ৰহ্মহি কেৱলম" এই তত্ত্ব প্ৰচাৰ কৰিছে। শঙ্কৰদেৱক শঙ্কৰাচাৰ্যৰ ওচৰ চপাই দিয়াৰ আন এটি যুক্তিও উত্থাপিত হোৱা দেখা যায়। সেই যুক্তি হ'ল শঙ্কৰদেৱে শ্ৰীধৰস্বামিৰ টীকা-সম্বলিত শ্ৰীমদ্ভাগৱত পুৰাণ লাভ কৰিছিল জগদীশ মিশ্ৰৰ পৰা। শ্ৰীধৰস্বামি হ'ল শঙ্কৰাচাৰ্য-পন্থী সন্ন্যাসী। শ্ৰীধৰস্বামিৰ 'ভাগৱত ভাবাৰ্থ দীপিকা' লাভ কৰিলেই শঙ্কৰদেৱ শঙ্কৰাচাৰ্য-পন্থী হ'ব লাগিব, এনে যুক্তি অৱশ্যেই গ্ৰহণীয় নহয়। তদুপৰি, তেওঁ যেতিয়া 'তোমাৰ অদ্বৈত ৰূপ" বুলি সম্বোধন কৰে তেতিয়া 'তুমি' আৰু 'অদ্বৈত ৰূপ'ৰ স্বগতভেদ স্পষ্ট হৈ পৰে।

পূৰ্বেই উল্লেখ কৰা হৈছে যে শঙ্কৰদেৱক প্ৰাচীন ভাৰতীয় চিন্তাৰ ঐতিহ্যৰ পৰা বিচ্ছিন্ন কৰি চাব নোৱাৰি। ভাৰতীয় ঐতিহ্যৰ আটাইকেওটা মাৰ্গৰ লগত তেওঁৰ পৰিচয় আছিল অত্যন্ত নিবিড়। কিন্তু, এই নিবিড়তা সত্ত্বেও আৰু বেদান্ত তথা উপনিষদৰ ব্ৰহ্মতত্ত্বৰ অবিসম্বাদী স্থান আৰু স্থিতি মান্য কৰিও তেওঁ এটি নিজস্ব পথ নিৰ্মাণ কৰি লৈছে।

আটাইকেওটি মাৰ্গ বুলিলে অস্পষ্ট হয়। মাৰ্গ তিনিটা ঃ কৰ্ম মাৰ্গ, জ্ঞান মাৰ্গ আৰু ভক্তি মাৰ্গ। ভক্তিমাৰ্গৰ লগত কৰ্ম মাৰ্গৰ কোনো সম্পৰ্ক নাই। কিন্তু ভক্তিয়ে জ্ঞানৰ পথ গ্ৰহণ নকৰিলেও, ভক্তিৰ লগত জ্ঞানৰ বিৰোধ নাই। অৱশ্যেই ভক্তিহীন জ্ঞানৰ অৰ্থহীনতা মাৰ্গই ঘোষণা কৰি গৈছে।

ধৰ্ম বুলি ক'লেই তিনিটি উপাদানৰ সমাহাৰ লক্ষ্য কৰা হয় ঃ ধৰ্মৰ তত্ত্ব বা Theology, তত্ত্ব বুজাবৰ বাবে আখ্যান বা Myth আৰু পালন কৰিবলগা ৰীতি-নীতি অৰ্থাৎ Rites and Rituals, ভাৰতীয় ধৰ্মৰ ক্ষেত্ৰত এই উপাদানসমূহৰ গুৰুত্ব সহজবোধ্য। ভাৰতবৰ্ষত ধৰ্মৰ ক্ষেত্ৰত আৰু এটা গুৰুত্বপূৰ্ণ দিশ হ'ল পুৰাণসমূহে সৃষ্টি কৰা আখ্যান বা Mythৰ গুৰুত্ব। এই কথাও প্ৰণিধানযোগ্য যে ভাৰতত যি অষ্টাদশ পুৰাণৰ কথা কোৱা হৈছে, এই পুৰাণসমূহৰ লগত বেদৰ বিৰোধ নাই সঁচা, কিন্তু পুৰাণসমূহে বেদবিহিত কৰ্মৰ পৰিবৰ্তে ধৰ্মৰ আন এটি বিশিষ্ট ধাৰা প্ৰৱৰ্তন কৰিলে। বেদৰ কৰ্মকাণ্ডৰ জটিলতা, ব্যয়বাহুল্য, আড়ম্বৰ, পশু-বলিৰ দৰে কাৰ্য আৰু কেৱল ব্ৰাহ্মণৰ অধিকাৰৰ ঠাইত পুৰাণে স্থাপন কৰিলে সহজ-সৰল পদ্ধতি। অৱশ্যেই বেদৰ মূলতত্ত্বৰ পুৰাণে বিৰোধ কৰা নাই। বৰং ব্ৰহ্মাণ্ড পুৰাণত কৈছে ঃ

বেদে নাশ অনুপ্ৰাপ্তে যজ্ঞোনাশং গমিষ্যতি।
যজ্ঞে নষ্টে দেৱনাশস্ততঃ সৰ্বং প্ৰণশ্যতি।।

এতেকে, পুৰাণ হ'ল "বেদ সম্মতম্"। পুৰাণে বহু সময়ত বেদতত্ত্বৰ ভাষ্যৰ দৰেও কাম

কৰিছে। তৎসত্ত্বেও পুৰাণে বেদৰ যজ্ঞক দ্বাপৰলৈ ঠেলি কলিত দানক ধৰ্মস্বৰূপে গুৰুত্ব দিছে। তদুপৰি, তীৰ্থস্থান দৰ্শন, পুণ্যতোয়া নদীত স্নান আদিও ধৰ্মস্বৰূপে গৃহীত হ'ল। পুৰাণে পশুহত্যাৰ যুক্তিও গ্ৰহণ কৰা নাই। পুৰাণৰ যোগেদিয়েই নীতি হিচাপে 'অহিংসা' পোহৰলৈ অহা বুলি ক'ব পাৰি। এতেকে, ভক্তি-আন্দোলনৰ বাবে এটি আৱশ্যকীয় পৰিবেশ ৰচনা কৰাত পুৰাণসমূহে এটি আগতীয়া ভূমিকা পালন কৰি গৈছে।

ভাৰতীয় ধৰ্মৰ দুটা ঐতিহ্য বা পৰম্পৰা দেখা যায় ঃ এটা ব্ৰাহ্মণ্য ধাৰা, আনটো ক্ষত্ৰীয় ধাৰা। বেদৰ প্ৰবক্তা ব্ৰাহ্মণ; পুৰাণৰ প্ৰবক্তা ক্ষত্ৰীয় সুতসকল। নৱম শতিকাত ৰচিত ভাগৱত পুৰাণৰো বক্তা বা প্ৰবক্তা আছিল সুত। সেইবাবে কোৱা হৈছে ঃ

আঠাইছ সহস্ৰ ঋষি বেদত পাৰ্গত।
গুৰু মানি সুতত পুছিলা ভাগৱত।।

পুৰাণত ধৰ্মীয় অনুষ্ঠান, যাগ-যজ্ঞ, শ্ৰাদ্ধকল্প, বৰ্ণাশ্ৰম বিধি আদিৰ ঠাই নাছিল। পুৰাণৰ যি পাঁচোটা লক্ষণৰ কথা কোৱা হৈছে —

"সৰ্গশ্চ প্ৰতিসাৰ্গশ্চ বংশোমন্বন্তৰাণি চ।
বংশানুচৰিতংচৈৱ পুৰাণং পঞ্চলক্ষণম।।"

এই পঞ্চলক্ষণৰ লগত উল্লিখিত ধৰ্মানুষ্ঠানসমূহৰ কোনো সম্পৰ্ক নাছিল। কিন্তু পিছৰ কালত পূজা-পাতল আদি সোমাবলৈ ধৰিলে। পুৰাণে পৌত্তলিকতাৰো সৃষ্টি কৰিলে। মাটি, কাঠ, লোহা, ৰত্ন, প্ৰস্তৰ, পুষ্প আদি সাতবিধ সামগ্ৰীৰে মূৰ্ত্তি নিৰ্মাণ কৰাৰো বিধান দিয়া হ'ল। পুৰাণত ঘটা এই পৰিবৰ্তনৰ সম্পৰ্কে Pargiter-এ কৈছে যে কালক্ৰমত পুৰাণ-বক্তাৰ স্থান সুতসকলৰ পৰিবৰ্তে মন্দিৰৰ পুৰোহিত শ্ৰেণীয়ে অধিকাৰ কৰে। এই পুৰোহিত শ্ৰেণীৰ অজ্ঞতা, দোষ-ত্ৰুটী, অতিৰঞ্জন, নিজৰ নিজৰ সংস্কাৰ আৰু স্বাৰ্থজড়িত বিষয়ৰ প্ৰতি থকা মোহৰ ফলত পুৰাণৰ পূৰ্বৰ চৰিত্ৰৰ পৰিবৰ্তন ঘটে।

সি যি কি নহওক, দৰাচলতে ভাৰতবৰ্ষত আধ্যাত্মিক ধাৰণা, বোধ, কল্পনা, চিন্তা আদিৰ প্ৰচাৰত পুৰাণৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য। লোক-শিক্ষা, লোকধৰ্ম, লোকবিশ্বাস, লোকাচাৰ আদিক পৰিশীলিত ৰূপ দিয়াত, নৈতিক আৰু আধ্যাত্মিক মূল্যবোধ লোকমনত স্থাপন কৰাত পুৰাণৰ ভূমিকা যথাৰ্থতে গুৰুত্বপূৰ্ণ। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে পুৰাণসমূহক গুণ অনুসৰি তিনি ভাগত ভগোৱা হৈছে ঃ সাত্ত্বিক, ৰাজসিক আৰু তামসিক। বিষ্ণু সম্পৰ্কীয় ভাগৱত, নাৰদীয়, গৰুড়, পদ্ম, বৰাহ আৰু বিষ্ণু, এই দুখন পুৰাণক সাত্ত্বিক পুৰাণ বোলা হয়। বৈষ্ণৱ ধৰ্মৰ আধাৰো এই সাত্ত্বিক পুৰাণসমূহেই। ব্ৰহ্মাক প্ৰাধান্য দি ৰচনা কৰা ব্ৰহ্ম, ব্ৰহ্মাণ্ড, ব্ৰহ্মবৈৱৰ্ত, মাৰ্কণ্ডেয়, ভৱিষ্য আৰু বামন পুৰাণক ৰাজসিক পুৰাণ বোলা হয়; আৰু শিৱক প্ৰাধান্য দি ৰচনা কৰা শিৱ, লিংগ, স্কন্দ, অগ্নি, মৎস্য আৰু কূৰ্ম — এই ছখন পুৰাণক তামসিক পুৰাণ বোলা হয়। সৰস্বতী আৰু পিতৃসকলৰ মহিমা বৰ্ণিত পুৰাণক সংকীৰ্ণ পুৰাণ নাম দিয়া হৈছে। মৎস্য

পুৰাণত কৈছে ঃ

সত্ত্বিকেষু পুৰাণেষু মহাত্মামধিকং হৰেঃ।
ৰাজসেষু চ মাহাত্ম্যমধিকং ব্ৰহ্মণো বিদুঃ।।
তদ্বদগ্নেশ্চ মাহাত্ম্যং তামসেষু শিৱস্য চ।
সংকীৰ্ণেষু সৰস্বত্যাঃ পিতৃণাংচ নিগদ্যতে।।

পূৰ্বে উল্লেখ কৰি অহা হৈছে যে বেদকৰ্মৰ ব্যয়বহুল্য, আড়ম্বৰ, জটিলতাৰ ঠাইত পুৰাণে সহজসাধ্য ধৰ্মপথৰ সন্ধান দিলে। পুনৰ মৎস্য পুৰাণৰ প্ৰসংগ উত্থাপন কৰি ক'ব পাৰি যে দৰিদ্ৰ লোকেও যাতে ধৰ্মাচৰণ কৰিব পাৰে, পুৰাণে তাৰ পথ কাটি দিলে ঃ

অবিত্তো যথাশক্ত্যা স্তোকং স্তোকং সমাচৰেৎ।
যশাপতীব্য নিঃস্বঃসাৎ ভক্তিমান্ ম্নাধৱং প্ৰতি
পূণ্যাৰ্চন বিধানেন স কুৰ্যাৎ বদ্বৎ সৰদ্বয়ম।।

বৈদিক যজ্ঞৰ ঠাইত যে নদী, তীৰ্থস্থান, দেৱালয়-দৰ্শন, দান, অতিথি সেৱা আদিয়ে ধৰ্মৰ ঠাই ল'লে, তাৰ উদাহৰণস্বৰূপে বাসুদেৱে যুধিষ্ঠিৰক যাগ-যজ্ঞ বাদ দি তীৰ্থলৈ যাবলৈ দিয়া উপদেশৰ প্ৰতি আঙুলিয়াব পাৰি।

"তীৰ্থানুগমনং পুণ্যং যজ্ঞেভ্যোঽপি বিশিষ্যতে" — এই ঘোষণা বেদ-বিহিত কৰ্মৰ পৰা আছিল সম্পূৰ্ণ পৃথক। তদুপৰি, বেদকৰ্মসমূহ আছিল ব্যক্তিগত কৰ্ম। কোনো ৰাজহুৱা স্থানত কৰাৰ উদাহৰণ নাই। বেদৰ যুগত নাছিল কোনো মন্দিৰো। ধৰ্মক সামাজিক অনুষ্ঠানলৈ পৰিবৰ্তন কৰাত, মন্দিৰ আদি নিৰ্মাণ কৰাত, ৰাজহুৱা স্থানলৈ ধৰ্মক উলিয়াই নিয়াত পুৰাণসমূহে গ্ৰহণ কৰা ভূমিকা নিঃসন্দেহে স্মৰণীয়। Wilson-এ 'ঋকবেদ'ৰ ভূমিকাত কৈছে, "There is no mention of any temple, nor any reference to a public place of worship; and it is clear that the worship was entirely domestic."

ভাৰতবৰ্ষৰ ভক্তি-আন্দোলনৰ লগত বেদৰ, উপনিষদৰ, উপনিষদৰ সাৰ গীতাৰ, ষড়দৰ্শনৰ বিশেষকৈ উত্তৰ মীমাংসাৰ আৰু পুৰাণৰ এটি ধাৰাবাহিক সংযোগ আছে। ইয়াৰ ভিতৰত আকৌ — বেদৰ ভিতৰত ঋকবেদৰ, উপনিষদৰ সাৰ গীতাৰ, পুৰাণৰ ভিতৰত সাত্ত্বিক পুৰাণৰ আৰু তাৰো ভিতৰত শ্ৰীমদ্ভাগৱত পুৰাণৰ মাজেদিয়েই এই সংযোগ সেতু প্ৰবাহিত হৈ আহিছে।

ভাৰতবৰ্ষত ভক্তি-আন্দোলন একে দিনাই গঢ় লোৱা নাই। বেদ-বিহিত কৰ্মৰ কাঠিন্য, ব্ৰাহ্মণ্য ধাৰাৰ বৰ্ণবিভাজন আদিৰ ফলত কৰ্মমাৰ্গ স্তিমিত হ'ল আৰু জ্ঞানমাৰ্গ মূৰ দাঙি উঠিল। যিদৰে কৰ্মৰ পথ সাধাৰণ মানুহৰ বাবে নহয়, তেনেদৰে জ্ঞানৰ পথো সাধাৰণ মানুহৰ বাবে নহয়। তদুপৰি, পুৰাণে যি সহজসাধ্য ধৰ্মধাৰা প্ৰতিষ্ঠা কৰিছিল, সিও পুনৰ ব্ৰাহ্মণ্য ধাৰাত চামিল হ'বলৈ ধৰিলে। এনে এক ঐতিহাসিক পটভূমিতেই

ভাৰতবৰ্ষত ভক্তি-আন্দোলনৰ সূত্ৰপাত হ'ল।

ভক্তিধৰ্ম যদিও খ্ৰীষ্টীয় দ্বাদশ-ত্ৰয়োদশ শতিকাৰ পৰা ক্ৰমাৎ এটি আন্দোলনলৈ ৰূপান্তৰিত হ'বলৈ ধৰিলে আৰু বিষ্ণু তথা কৃষ্ণৰ প্ৰাধান্য ব্যাপক হৈ পৰিল, তাৰ বহু আগৰে পৰাই, খ্ৰীষ্টপূৰ্ব কালৰ পৰাই কৃষ্ণ তথা বাসুদেৱ উপাস্য দেৱতা হৈ আছিল। বাসুদেৱ-সংকৰ্ষণ অৰ্থাৎ কৃষ্ণ-বলোৰামৰ উপাসনা তামিল দেশত প্ৰচলিত হৈ অহাৰ সাক্ষ্য প্ৰাচীন তামিল কাব্যই দান কৰে। (চিলপথ্থিকৰম্, কাবিৰিপদ্দিনম আদি কাব্যৰ প্ৰসংগ উল্লেখনীয়)। তদুপৰি, খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাৰ আগতে সাত্বত ধৰ্ম দাক্ষিণাত্যত সোমোৱাৰ উল্লেখো পোৱা যায়। (নানাঘাট লিপি)। সাত্বত পৰম্পৰাক হৰিবংশ, বিষ্ণুপুৰাণ আৰু পিছৰ ভাগৱপুৰাণৰ প্ৰভাৱে দক্ষিণ ভাৰতত বিষ্ণু ভক্তিধৰ্মৰ ক্ষেত্ৰ উৰ্বৰা কৰি তোলে। তামিল দেশতে নহয় সমগ্ৰ ভাৰতবৰ্ষতে ভক্তি-আন্দোলনৰ উদ্‌গাতাৰ দৰে ভূমিকা গ্ৰহণ কৰা আলৱাৰসকলৰ প্ৰসংগ বিশেষভাৱে উল্লেখযোগ্য। 'আলৱাৰ' শব্দৰ অৰ্থ 'ভক্তি-জ্ঞান সমুদ্ৰত বুৰ গৈ থকা ব্যক্তি' বুলি কোৱা হয়। কিংবদন্তি অনুসৰি প্ৰথমজন আলোৱাৰৰ কাল খ্ৰীষ্টপূৰ্ব ৪২০৩ অব্দ বুলি কোৱা হয়। কিন্তু অন্যান্য সাক্ষ্যৰ পৰা (প্ৰাচীন লিপি আদিৰ পৰা কৰা নিৰ্ধাৰণ অনুসৰি) প্ৰথমজনৰ কাল খ্ৰীষ্টীয় পঞ্চম বা ষষ্ঠ শতিকাৰ পিছৰ নহয়। প্ৰসিদ্ধ প্ৰাচ্য ইতিহাসবিদ আৰ. জি. ভাণ্ডাৰকাৰৰ মতে দ্বাদশজন আলোৱাৰ আছিল কুলশেখৰ। তেওঁ আছিল ত্ৰিভাংকুৰৰ ৰজা। তেওঁৰ সময় হ'ল দ্বাদশ শতিকাৰ আগছোৱা।

সি যি কি নহওক আলোৱাৰসকলৰ প্ৰভাৱেই দক্ষিণ ভাৰতত শৈৱ, জৈন আদি ধৰ্মৰ প্ৰভাৱ তল পেলায়। আলোৱাৰসকলৰ সমৰ্থনত দক্ষিণ ভাৰতৰ সংস্কৃতজ্ঞ পণ্ডিতো আহি থিয় দিয়েহি। সংস্কৃত আৰু তামিলত বেদজ্ঞ এই পণ্ডিতসকলক 'আচাৰ্য' বুলি কোৱা হৈছিল। ইয়াৰে প্ৰথমজন আচাৰ্য ৰংগনাথমুনি বা নাথমুনি নৱম শতিকাৰ আগভাগৰ পৰা দশম শতিকাৰ আগভাগলৈকে এশ বছৰ জীয়াই আছিল, আৰু এওঁৰে নাতিনীয়েকৰ পুত্ৰ ৰামানুজাচাৰ্যই বিশিষ্টাদ্বৈতবাদৰ যোগে ভক্তিধৰ্মৰ তাত্ত্বিক ভেটি স্থাপনত বিশিষ্ট ভূমিকা গ্ৰহণ কৰে। শঙ্কৰাচাৰ্যই জীৱৰ কোনো পৃথক অস্তিত্ব স্বীকাৰ নকৰে; ৰামানুজাচাৰ্যই কৰে। ৰামানুজৰ মতে জীৱ হ'ল ব্ৰহ্মৰ অংশ, ব্ৰহ্ম প্ৰত্যেক জীৱতে ব্যাপ্ত আৰু জীৱক নিয়ন্ত্ৰণ কৰে। এতেকে জীৱ ব্ৰহ্মৰে অংশ হ'লেও শৰীৰ ধাৰণ কৰি জন্ম, মৃত্যু, সুখ, দুখ ভোগ কৰা জীৱৰ এটা নিজস্ব পৰিচয়ো আছে। জীৱই কৰ্ম কৰে আৰু কৰ্মফল ভোগ কৰে; ব্ৰহ্মই কৰ্মফল ভোগাৰ প্ৰশ্ন নাই। ব্ৰহ্ম যদি গৰাকী, জীৱ এই গৰাকীৰ দাস। জীৱ আৰু ব্ৰহ্মৰ এই ভেদ স্বগতভেদপ্ৰায়।

শঙ্কৰদেৱৰ ধৰ্মমতৰ বিষয়ে আলোচনা কৰিবলৈ গৈ আমি কেতিয়াবা শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ ওচৰ চাপিছোঁ আৰু কেতিয়াবা ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ কাষ চাপিছোঁ। তেওঁ যেতিয়া "তোমাৰ অদ্বৈত ৰূপ" বুলি কয় বা জীৱনৰ নশ্বৰতা আৰু

আত্মা বা ব্ৰহ্মাৰ অবিনশ্বৰতাৰ কথা কয়, নাইবা কয় — "তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে জগত ইটো অসন্ত" তেতিয়া তেওঁ অদ্বৈতবাদৰ যৌক্তিকতা গ্ৰহণ কৰা যেন দেখা যায়। আকৌ আনহাতে, যেতিয়া তেওঁ ভগৱানৰ লীলা অৱতাৰৰ কথা কয়, সগুণ আৰু নিৰ্গুণ ঈশ্বৰৰ কথা কয়, ঈশ্বৰক উপাসনা কৰিলে জীৱৰ "কৰ্মজড়" দূৰ হোৱাৰ কথা কয়, যেতিয়া সংসাৰৰ মায়াৰ বন্ধন ভক্তিৰ যোগেদি ছিন্ন কৰাৰ কথা কয়, তেতিয়া তেওঁ বিশিষ্টাদ্বৈতবাদক ভেটি কৰা যেন বোধ হয়। এই বিষয়ে কোনো সন্দেহ নাই যে ভক্তিত উপাস্য আৰু উপাসক থাকিবই লাগিব। এই বিষয়েও সন্দেহ নাই যে উপাস্য হ'ল 'প্ৰভু', উপাসক হ'ল 'দাস'। বৈষ্ণৱ আন্দোলনে বিষ্ণুক উপাসনা কৰাৰ যোগেদি সৃষ্টি-স্থিতি-লয়ৰ ঘাই কাৰণ দ্বিত্বহীন ব্ৰহ্মাকে উপাসনা কৰিছে। কিন্তু এই ব্ৰহ্মাক ঈশ্বৰৰ ৰূপৰ মাজেদি উপাসনা কৰিছে। সেই "ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ গুছয় মায়াৰ ভ্ৰম"। কাৰণ সকলো বিষ্ণুৰ মায়াত বন্দী হৈ আছে ঃ

"যেন জানা স্বৰূপত চৰাচৰ আছে যত
সবে বন্দী বিষ্ণুৰ মায়াত।" (হৰমোহন)

এতেকে, ব্ৰহ্মাই শেষ সত্য, এই বিষয়ে শঙ্কৰদেৱে দ্ব্যৰ্থহীনভাৱে নিজৰ মত দাঙি ধৰি থৈ গৈছে। কিন্তু 'শেষ সত্য' দ্ব্যৰ্থহীনভাৱে প্ৰতিষ্ঠা কৰিও তেওঁ শেষ সত্যত উপনীত হোৱাৰ বাবে থকা মাধ্যমৰ অস্তিত্ব অস্বীকাৰ কৰা নাই। তেওঁ ৰামানুজাচাৰ্যৰ অৰ্চা, বিভৱ, বৃহৎ, সূক্ষ্ম, অন্তৰ্যামী — ভগৱানৰ এই পঞ্চ অধিষ্ঠানৰ লগত জড়িত পঞ্চউপাসনাৰ পদ্ধতি গ্ৰহণ কৰা নাই; বৰং শ্ৰৱণ আৰু কীৰ্তনৰ সহজ পদ্ধতি প্ৰৱৰ্তন কৰি গৈছে। কিন্তু, জীৱ ঈশ্বৰৰ সম্পৰ্কত যে তেওঁৰ মত ৰামানুজাচাৰ্যৰ ওচৰ চপা সেই বিষয়েও সন্দেহ নাই। এতেকে, শঙ্কৰদেৱৰ মত যিদৰে সৰ্বাংশে শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ সমাৰ্থক বুলি ল'ব নোৱাৰি, তেনেদৰে ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ সমাৰ্থক বুলিবও নোৱাৰি।

শঙ্কৰদেৱে ঈশ্বৰক 'প্ৰভু' হিচাপেই গ্ৰহণ কৰিছে আৰু নিজকে বাৰে বাৰে 'ঈশ্বৰৰ কিংকৰ' বা 'দাস' বুলি ঘোষণা কৰিছে। এতেকে তেওঁৰ ধৰ্মমতৰ লগত সমকালীন বৈষ্ণৱ সন্তসকলৰ ধৰ্মমতৰ লগত স্বগতভেদ আছে, সেই বিষয়েও দ্বিমত হ'বলগীয়া বোধকৰো নাই। তাৰ আগতে চোৱা যাওক, শঙ্কৰদেৱ কেনেভাৱে ভাৰতীয় ধৰ্ম তথা দৰ্শনৰ পৰম্পৰাৰ লগত পৰিচিত আছিল।

সন্দেহ নাই, গুৰুচৰিতসমূহত ক'তো ক'তো মুখ বাগৰি অহা কথা সোমাইছে; কিন্তু তত্ৰাচ ঘাই ভেটিটো চিনিব পৰা হৈ আছে। শঙ্কৰদেৱৰ ছাত্ৰাৱস্থাত তেওঁ অধ্যয়ন কৰা গ্ৰন্থসমূহৰ এখন তালিকা 'গুৰুচৰিত কথা'ত পোৱা যায়। এই 'কথা' অনুসৰি তেওঁ অধ্যয়ন কৰা পুথিসমূহ হ'ল এনেধৰণৰ ঃ

সাম ৰিক অথৰ্ব্য যুজু ঃ চাৰি বেদ ঃ চৈধ্য শাস্ত্ৰ ঃ শিখা ঃ কল্প ঃ যোতি ঃ ৰীতি ঃ নীতি ঃ নিৰুক্ত ঃ ছন্দ ঃ শ্ৰুতি স্মৃতি ঃ মীমাংসা ঃ তৰ্ক ঃ কলাপ ঃ তৃক ঃ নীহি এই

চৈধে শাস্ত্ৰ।। অষ্টাদশ পুৰাণ : শিৱ : মৎস্য : বৈষ্ণৱ : স্কন্দ : কূৰ্ম : গৰুড় : মাৰ্কেণ্ডেয় : ভাগৱত : বামন : বাৰাহ : লিংগ : ভৱিষ্যৎ : ব্ৰহ্মাণ্ড : বৈবৰ্ত : বৃহৎ নাৰদী : ব্ৰহ্ম : পদ্ম।। অষ্টাদশ ভাৰত : আদিপৰ্ব : সভাপৰ্ব : বনপৰ্ব : বিৰাট পৰ্ব : উযুগ : ভীষ্ম : দ্ৰোণ : কৰ্ণ : শৈল : সৌপ্তি : দশম : স্ত্ৰীপৰ্ব : শান্তিপৰ্ব : অশ্বমেধ : আশ্ৰম : বানচৰ্গ স্বৰ্গ আৰহন : বিজইপৰ্ব।। সংহিতা : সুত : ব্যাস : গৌতমি : নাৰদি : অগস্তি : বসিষ্টি : মাৰ্কণ্ডেয় : ব্ৰহ্ম : ভৃংগি : পৰাশৰ : বিশ্বামিত্ৰ : ভৰদাজ : দুৰ্বাসা : বৈচনাল : কপিল : অংগিৰাস : সৌৰি এই অষ্টাদশ।। চৈধ ব্যাকৰ্ণ।। পানিনি : কলাপ : পঞ্জিকা : শব্দৰত্ন : মুগ্ধবোধ : জ্ঞানাংকুশ : মন্ত্ৰ : স্বৰপ্ৰদীপ : শব্দজ্ঞান : প্ৰশ্নবোধ : প্ৰাকৃত্য : সন্ধি : বৃত্তি : কৃতি।। অষ্টাদশ তন্ত্ৰ : অষ্টাদশ কাব্য : মাঘ : ভাৰবি : ভৱতি : নৈষেধ : হিত উপদেশ : বৃন্দাবন চন্দ্ৰধাৰী : অন্য উপদেশ : মোহমুদ্‌গৰ : প্ৰধান : হনুমন্তী : হিমৱন্তী : মেঘদূতজ্ঞান : নৱৰত্ন : পঞ্চৰত্ন : দৰিদ্ৰ অষ্টক : মুক্তাষ্টক : বিদ্যাবিদুষী : শান্তি শতক : এই আঠাৰ কাব্য।। দণ্ডি : প্ৰবোধচন্দ্ৰ : আনন্দলহৰি : শৃংগাৰ তিলক : শ্ৰুতবোধ : ঋতুমঞ্জৰি : হাস্যাৰ্ণৱ : কবিৰত্ন : অমৰ : হাৰাৱালি : মেদিনী : শব্দৰত্ন : কলাপ : পঞ্জিকা : শব্দজ্ঞান : প্ৰশ্নবোধ : শ্ৰুতবোধ : শ্ৰুতিবোধ : এই আঠাৰে কোষ।।

এই তালিকাখন সৰ্বাংশে শুদ্ধ নহয়; মামো ভুলকৈ উচ্চাৰিত আৰু সেইদৰেই লিখিত, ব্যাকৰণ আৰু শব্দকোষৰ তালিকাখনতো পুনৰাবৃত্তি ঘটিছে। কিন্তু, তালিকাখনে সেই সময়ত টোলৰ পাঠ্যক্ৰমৰ ইংগিতো বহন কৰিছে আৰু শঙ্কৰদেৱে অধ্যয়ন কৰা শ্ৰুতি, স্মৃতি, উপনিষদ, পুৰাণ, ব্যাকৰণ অভিধান, কাব্য আদি সামৰি লৈছে। বৈদিক সাহিত্য (বেদাংগকো সামৰি) মহাকাব্য-কাব্য সমন্বিতে সৃষ্টিশীল সাহিত্য, পুৰাণ সাহিত্য এই বিশাল ভাৰতীয় সাহিত্য, দৰ্শন, ব্যাকৰণ-অভিধানৰ লগত তেওঁৰ যে অন্তৰংগ পৰিচয় ঘটিছিল, সেই বিষয়ে কোনো সন্দেহ নাই। শঙ্কৰদেৱে গীতাৰ একশৰণ আৰু সাত্ত্বিক পুৰাণ ছখনৰ, বিশেষকৈ প্ৰধানতঃ ভাগৱতপুৰাণৰ পৰা ভক্তিৰ মাহাত্ম্যসূচক তত্ত্বৰ আধাৰত গুৰু, দেৱ, নাম, ভকত এই চাৰি বস্তুৰে মহাপুৰুষীয়া ভাগৱতী ধৰ্মৰ ভেটি স্থাপন কৰিলে। তেওঁ কৰ্মমাৰ্গকে নহয় জ্ঞানমাৰ্গকো আঁতৰাই থৈ "কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ" এই বাণী সাৰোগত কৰিবলৈ শিকনি দিলে। শঙ্কৰদেৱৰ সমস্ত ৰচনাৰ মাজত অদ্বৈত ব্ৰহ্ম তত্ত্ব ৰূপত প্ৰতিষ্ঠিত হৈ আছে। কিন্তু তেওঁ ক'তো তত্ত্ব-জ্ঞান পোনপটীয়াকৈ দিবৰ বাবে কোনো যত্ন কৰা নাই; বৰং তেওঁৰ সমস্ত ৰচনাৰাজিৰ ঘাই শিকনি হ'ল অব্যভিচাৰিণী ভক্তিৰে নিৰন্তৰে কৃষ্ণৰ নাম লোৱা আৰু শুনাৰ মাজেদি তত্ত্ববোধৰ মাজলৈ অনাৰ শিকনি। সেইবাবেই ভাগৱতৰ কৃষ্ণক তেওঁ বেদান্তৰ ঘাই তত্ত্ব ব্ৰহ্মৰ সমাৰ্থক স্বৰূপে ব্যৱহাৰ কৰিছে। যেনে :

পুৰাণ সূৰ্য মহাভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব।। (কীৰ্তন)

নাইবা, “শুনা সভাসদ ভাগৱতপদ
সমস্ত শাস্ত্ৰৰ সাৰ।
আপুনি বেদক মথি নাৰায়ণে
কৰিলা শাস্ত্ৰ উদ্ধাৰ।।
পুৰাণৰ মূল ইহাক বুলিয়
ইসে বেদান্তৰ মজ্জা।
প্ৰকাশিল ইসে ঈশ্বৰ কৃষ্ণক
জানি এক মনে ভজা।। (ভাগৱত)

ভাগৱতৰ অনুবাদতো কৈছে ঃ “বেদান্তৰো সাৰ ইটো মহাভাগৱত”।

এতেকে তত্ত্ব বিচাৰৰ পৰিবৰ্তে একান্ত ভক্তিভাৱে কৃষ্ণত শৰণ ল'বলৈ বাৰে বাৰে তেওঁ সকীয়াই দিছে। ‘ভক্তি প্ৰদীপ'ত কৈছে, “তৰ্ক বেদাগম/জ্ঞানযোগ শাস্ত্ৰে পুৰুষক কৰে অন্ধ”। এতেকে, “বিশ্বাসে পাইবন্ত হৰি তৰ্কে বহুদূৰ”।

এই বিশ্বাস কেনেকৈ সৃষ্টি কৰা হ'ব? তাৰ বাবে তেওঁ আধাৰ কৰিছে পুৰাণ-বিবৃত কাহিনীক। তদুপৰি, বাৰে বাৰে তেওঁ প্ৰসংগৰ প্ৰতি নিৰ্দেশ কৰি তেওঁৰ কথাৰ সত্যতা সম্পৰ্কে যাতে কাৰো সন্দেহ নাথাকে, তাৰ বাবে যত্ন কৰিছে। যেনে, ‘নাম-অপৰাধ'ত কৈছে ঃ

পদ্ম পুৰাণৰ স্বৰ্গ খণ্ডত।
নিৰূপি আছে কলি ধৰ্ম যত।।

‘পাষণ্ড মৰ্দন'ত তেওঁ নিৰ্দেশ কৰিছে ঃ

তথাপিতো যদি চিত্ত নেদা থাৰি।
পদ্ম পুৰণত চায়ো বিচাৰি।।
বৃহত সহস্ৰ নামত আছে।
নপাইলে আমাক নিন্দিবা পাছে।।
কহিলা শুকে পৰমাৰ্থ বাণী।
মহাভাগৱত শাস্ত্ৰ বখানি।।

‘পাষণ্ড মৰ্দন'ৰে দ্বিতীয় কীৰ্তনত কৈছে ঃ

আমাৰ বোলে পতিয়ন নাই।
দেখিয়ো সুত-সংহিতাক চাই।।

নাইবা, আমাৰ বোলে অপ্ৰত্যয় যাহা।
একাদশ স্কন্ধ বিচাৰি চাহা।।

..... ..... .....

আমাৰ বোলে অপ্ৰত্যয় যাইবা

চতুৰ্থ স্কন্ধত বিচাৰি পাইবা।।

নাইবা, কোনো ঠাইত তেওঁ প্ৰত্যাহ্বান জনাইছে ঃ

বোলোক আসি ভাগৱত চাই।
তেৱেসে বুজো তাৰ মুনিষাই।।

শঙ্কৰদেৱে যে বৈদিক সাহিত্য, কাব্য আৰু পুৰাণ সাহিত্য পুংখানুপুংখকৈ অধ্যয়ন কৰিছিল তাৰ প্ৰমাণ তেওঁৰ ৰচনাৰ মাজত প্ৰত্যক্ষ অথবা অপ্ৰত্যক্ষভাৱে সিঁচৰতি হৈ আছে। তদুপৰি, তেওঁৰ ভক্তি-তত্ত্ব আৰু ভক্তিমত তথা পন্থৰ নিৰ্মাণৰ বাবে শঙ্কৰদেৱে বিভিন্ন শাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি আঠত্ৰিছটা অধ্যায়ত সংকলন কৰা 'ভক্তি ৰত্নাকৰ'ত চকু ফুৰালেই এই কবি, তত্ত্বজ্ঞ, শিল্পী মহাপুৰুষগৰাকীৰ তত্ত্ব, পন্থ, মতৰ ধাৰণা এটি কৰিব পাৰি। 'ভক্তিৰত্নাকৰ' যথাৰ্থতে মৌমাখিয়ে বিভিন্ন ফুলৰ পৰা বুটলি অনা মৌৰে নিৰ্মাণ কৰা মৌকোঁহৰ তুল্য। এই গ্ৰন্থখনিয়েই মহাপুৰুষগৰাকীৰ ভক্তি আন্দোলনৰ দাৰ্শনিক ভেটিৰ উমান দিয়ে। এই গ্ৰন্থখনিৰ অধ্যায়সমূহ হ'ল (১) ভক্তিজ্ঞানপ্ৰদ গুৰুপূজ্যত্বম্, (২) নৃ-দেহমাহাত্ম্যম্, (৩) সৎসংগমাহাত্ম্যম্, (৪) সতাং লক্ষণম্, (৫) পৰম গতিপ্ৰদভজনীয় পৰমদেৱতা স্বৰূপনিৰূপনং মাহাত্ম্যম্, (৬) শ্ৰীকৃষ্ণ গুণকৰ্মনাম্নাং শ্ৰৱণ মাহাত্ম্যম্, (৭) শ্ৰীহৰেঃ কীৰ্তন মাহাত্ম্যম্, (৮) শ্ৰীহৰিস্মৰণ মাহাত্ম্যম্ (৯) শ্ৰীকৃষ্ণাৰ্চননিৰ্ণয়ঃ, (১০) ভগৱদ্‌ভক্তিযোগ নিৰূপণম্, (১১) উত্তমা ভাগৱতোভক্তি নিৰূপণম্, (১২) অন্তৰংগা ভক্তি নিৰূপণম্, (১৩) নিৰ্গুণাভক্তি নিৰূপণম্, (১৪) সপ্ৰেমাভক্তিনিৰূপণম্, (১৫) জ্ঞানাদিনাং চাতুৰ্বিধ্যম্, (১৬) উত্তমভক্তলক্ষণম্, (১৭) মধ্যম ভক্তলক্ষণম্, (১৮) প্ৰাকৃতভক্তলক্ষণম্, (১৯) আচাৰভ্ৰষ্টভক্ত মাহাত্ম্যম্, (২০) ভক্তি প্ৰাৰ্থনা নিৰূপণম্, (২১) কলেঃ পৰমধৰ্মনিৰূপণম্, (২২) জীৱপৰমাত্মাভেদঃ, (২৩) শ্ৰীহৰিভক্তিহীন পৰমাজ্ঞানিনাং নিন্দা, (২৪) ভক্তদ্বেষিণাং গতিঃ, (২৫) ভক্তানামংগপ্ৰশংসা, (২৬) ভক্তানাং জন্মকৰ্মাদিপ্ৰশংসা, (২৭) ভক্তিবৰ্জিতানাং জন্মকৰ্মাদি নিন্দা, (২৮) বৃথাকথাকথনদোষঃ, (২৯) অভক্তসংগ নিন্দা, (৩০) প্ৰায়শ্চিত্তগৰ্হনম্, (৩১) প্ৰবৃত্তিমাৰ্গনিন্দনম, (৩২) স্বৰ্গাদিসুখস্যহেয়ত্বম্, (৩৩) ভাৰত ভূপ্ৰশংসা, (৩৪) ভক্ত্য- ধিকাৰিনিৰূপণম্, (৩৫) বৈৰাগ্যাৰ্থং ব্ৰহ্মালোকপৰ্যন্তস্যভোগস্থানস্যানিত্যত্বকথনম, (৩৬) মায়াতৰণোপায়ঃ, (৩৭) শ্ৰীভাগৱতমাহাত্ম্যম্ আৰু (৩৮) য়মনিয়মাঃ।

এই ৩৮ টি অধ্যায়ৰ প্ৰথমৰ তিনিটি শ্লোক, ৩৮ টি অধ্যায়ৰ শ্লোকসমূহৰ টীকাভাষ্য (commentary) আৰু টীকাৰ প্ৰথমৰ শ্লোক শঙ্কৰদেৱৰ নিজা। মহাপুৰুষগৰাকীয়ে যি যি গ্ৰন্থৰ পৰা শ্লোকসমূহ উৎকলন কৰিছে, সেই প্ৰধান উৎস-গ্ৰন্থসমূহ হ'ল — ভাগৱত পুৰাণ, শ্ৰীধৰস্বামিৰ ভাগৱতভাৱাৰ্থ-দীপিকা, বৃহন্নাৰদীয় পুৰাণ, বৈষ্ণৱানন্দলহৰি, ভগৱদ্‌গীতা, বিষ্ণুপুৰাণ, যোগসাৰ, পদ্মপুৰাণ, নৰসিংহপুৰাণ, শান্তিশতক, মৎস্যপুৰাণ, ভুজংগপ্ৰয়াত স্তোত্ৰ, পাণ্ডৱীগীতা, বিষ্ণুধৰ্মোত্তৰ, কুৰ্মপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, গৰুড়পুৰাণ,

প্ৰবোধচন্দ্ৰোদয় আদি।

সৰাতোকৈ বৃহৎ কৰ্ম হ'ল এই সংকলিত শ্লোকসমূহৰ টীকা তথা ভাষ্য অংশ। শ্ৰীধৰস্বামিয়ে ভাগৱতভাবাৰ্থদীপিকাত কৰা ভাগৱতৰ শ্লোকৰ টীকাৰ লগত শঙ্কৰদেৱে কৰাৰ টীকাৰ মিল আছে; কিন্তু ই সদৃশ মিল নহয়। শঙ্কৰদেৱে শ্লোকসমূহৰ প্ৰসংগ-সংগতিও (context) দি প্ৰায় ৬০০ শ্লোকৰ ভাষ্য সংস্কৃতত দাঙি ধৰিছে। তাকে কৰোঁতে কেতিয়াবা অন্য গ্ৰন্থৰ তুলনীয় শ্লোকো বিচাৰলৈ আনিছে। এটা উদাহৰণ দিলে স্পষ্ট হ'ব। প্ৰথম অধ্যায়ৰ 'ভক্তিজ্ঞান গুৰুঃ পূজ্যত্বম" শিতানৰ চতুৰ্থ শ্লোকটি হ'ল ঃ

স সৎকৰ্মণাং সাক্ষাদ্ দ্বিজাতেৰিহ সম্ভৱ।
আদ্যোংগ যত্ৰাশ্ৰমিনাং যথাহং জ্ঞানদো গুৰুঃ।।

শঙ্কৰদেৱে টীকাত এই শ্লোকৰ প্ৰসংগসংগতি উল্লেখ কৰিছে এই বুলি ঃ

"শ্ৰীভাগৱতে দশমস্কন্ধেশীতধ্যায়ে ভগৱান দৰিদ্ৰব্ৰাহ্মণং
প্ৰতি ভক্তিজ্ঞান দাতা গুৰুৰত্যন্তপূজ্য ইতি ত্ৰীন গুৰুনাহ।"

তেনেদৰে কোনো কোনো শ্লোকৰ ব্যাখ্যাত অন্য উৎসৰ উল্লেখো কৰিছে। উদাহৰণস্বৰূপে পঞ্চম অধ্যায়ৰ প্ৰথম শ্লোকটিলৈকে আঙুলিয়াই দিব পাৰি। নাইবা, প্ৰথম অধ্যায়ৰ প্ৰথম তিনিটা শ্লোক — যিকেইটা শঙ্কৰদেৱৰ নিজৰ ৰচনা বুলি ড° নেওগে অনুমান কৰিছে — সেই শ্লোককেইটিৰ ব্যাখ্যাতো অন্যান্য উৎসৰ শ্লোক উৎকলন কৰিছে।

ভক্তি ৰত্নাকৰৰ সূচীপত্ৰখন চালেই আৰু উৎসসমূহৰ বিচাৰ কৰিলেই শঙ্কৰদেৱে তেওঁৰ ভক্তি আন্দোলনৰ ভেটি কেনে ধৰণৰ বৌদ্ধিক উপাদানেৰে নিৰ্মাণ কৰি লৈছে সেই কথা স্পষ্ট হয়। এই ক্ষেত্ৰত মধ্যযুগৰ ভাৰতৰ অন্যান্য সন্তসকলৰ লগত শঙ্কৰদেৱক তুলনা কৰিবলৈ টান হয়। নামদেৱ, জ্ঞানদেৱ, তুকাৰাম, মীৰাবাঈ, নানক, কবীৰ, তুলসীদাস, চৈতন্যদেৱ, 'পঞ্চসখা' আদিসকলৰ কাৰো মাজত জ্ঞান, কাৰো মাজত বোধ, কাৰো মাজত ৰহস্যবাদী বোধৰ আবেগ আদি বিভিন্ন ভাবৰূপে কাম কৰিছে। সেইবাবে, ক'ৰবাত মধুৰ, ক'ৰবাত সখিত্ব ভাবৰ উন্মেষ ঘটিছে। শঙ্কৰদেৱৰ মাজত জ্ঞান আৰু বোধৰ অপূৰ্ব সমন্বয় সাধিত হৈছে। তেওঁৰ মাজত পাণ্ডিত্য আৰু সৃষ্টিশীল প্ৰতিভাৰ সমান সহঅৱস্থান ঘটিছে।

শঙ্কৰদেৱক যিদৰে শঙ্কৰাচাৰ্যৰ অনুগামী ৰূপত পোৱা নাযায়, তেনেভাৱে পোৱা নাযায় ৰামানুজাচাৰ্যৰ অনুগামী ৰূপতো। তেওঁ ভৰ দিছে — উপনিষদ, গীতা, ভাগৱত — এই প্ৰস্থানত্ৰয়ীৰ ওপৰত। ব্ৰহ্মৰ অদ্বৈত ৰূপ শঙ্কৰাচাৰ্যই আৱিষ্কাৰ কৰা নাই; এই তত্ত্ব উপনিষদৰ ঋষিয়ে আৱিষ্কাৰ কৰি পোৱা তত্ত্ব। তেনেভাৱে জীৱ-ঈশ্বৰৰ পাৰ্থক্যৰ ভিত্তিত ভক্তিৰ ভেটি ৰামানুজাচাৰ্যই প্ৰতিষ্ঠা কৰা নাই, উপনিষদতেই তাৰ আৰম্ভণি ঘটিছে; আলৱাৰসকলেই প্ৰতিষ্ঠা কৰি গৈছে। শঙ্কৰদেৱে তেওঁৰ ৰচনাৰ ক'তো বা তেওঁৰ

'ভক্তিৰত্নাকৰ'তো 'অদ্বৈতবাদী' বা 'বিশিষ্টাদ্বৈতবাদী' দুটা ধাৰাৰ বা এই ধাৰাৰ প্ৰবৰ্তকসকলৰ সম্পৰ্কে আলোচনা কৰা নাই। ইবিলাকে প্ৰমাণ কৰে যে তত্ত্বজ্ঞ হৈয়ো তত্ত্ব প্ৰতিষ্ঠাৰ বাবে বিশিষ্ট দাৰ্শনিক ধাৰাত তেওঁ ভৰ দিয়া নাই; বৰং "জ্ঞানতো কৰ্মতো কৰি অধিক" ভক্তিৰ অব্যভিচাৰিণী আৰু অবিমিশ্ৰ ৰূপ প্ৰতিষ্ঠাৰ বাবে ভাগৱতত ভৰ দিছে। "কৃষ্ণস্তু ভগবান্ স্বয়ং"। এই কৃষ্ণত, কৃষ্ণৰ কিংকৰস্বৰূপে তেওঁ আত্মসমৰ্পণৰ পথ নিৰ্দেশ কৰিছে। তাকে কৰোঁতে যাতে বিভ্ৰান্তি নঘটে তাৰ বাবেই ভকতৰ আৰু ভকতিৰ স্বৰূপ ব্যাখ্যাৰ ওপৰত গুৰুত্ব দিছে।

তেওঁৰ ৰচনাত প্ৰসংগক্ৰমে কোৱা কোনো কথাত ভৰ নিদি আমি সামগ্ৰিকভাৱে তেওঁৰ ভাবনা অনুধাৱন কৰিব লাগিব। গীতাৰ 'একশৰণ', ভাগৱতপুৰাণৰ 'সৎসংগ' আৰু পদ্মপুৰাণৰ সহস্ৰনামৰ পৰা 'নাম' লৈ তেওঁ নিজস্ব ধৰ্মৰ ভেটি প্ৰতিষ্ঠা কৰি থৈ গৈছে। তদুপৰি, শঙ্কৰদেৱক আমি ভাৰতৰ বেদ, উপনিষদ, পুৰাণ আৰু দৰ্শনৰ ইতিহাসৰ পটভূমিত আৰু মধ্যযুগৰ ভাৰতৰ ভক্তি আন্দোলনৰ পটভূমিত থৈয়েই তেওঁৰ তত্ত্ব, পন্থ আৰু মতৰ অনুসন্ধান কৰিব লাগিব। বেদৰ 'হিৰণ্যগৰ্ভ' যিদৰে এই ঐতিহাসিক ধাৰাত যুক্ত হৈ আছে, তেনেদৰে বা ততোধিকভাৱে যুক্ত হৈ আছে উপনিষদ তথা বেদান্তৰ 'ব্ৰহ্ম', কপিলৰ সাংখ্যৰ 'পুৰুষ-প্ৰকৃতি'ৰ বিচাৰ আৰু উপনিষদৰ সাৰ গীতা আৰু ভাগৱতৰ 'ভগবান কৃষ্ণ'। ভাগৱত পুৰাণৰ পৰা উৎকলন কৰা শ্লোকৰ ব্যাখ্যাত ভাগৱত বেদান্তৰ সাৰস্বৰূপে চিহ্নিত হৈছে আৰু কোৱা হৈছে এই গ্ৰন্থই একমাত্ৰ আৰু শেষ সত্যৰ কথা ব্যক্ত কৰিছে; ইয়াক জানিলেই মানুহৰ মুক্তি লাভ হয়। এনে ব্যাখ্যাৰ ওপৰত দিয়া গুৰুত্বই এটা কথা প্ৰতীয়মান কৰিছে যে শঙ্কৰদেৱৰ ধৰ্মৰ লক্ষ্য বেদান্তৰ অদ্বৈত ব্ৰহ্মক জনাৰ; কিন্তু পথটো বেদ-বিহিত কৰ্মৰ অথবা দৰ্শন-নিৰ্দেশিত জ্ঞানৰ নহয়; পথটো হ'ল পুৰাণ-নিৰ্দেশিত ভক্তিৰ, যাৰ লগত বোধ তথা অনুভৱ জড়িত। এই বোধৰ জাগৰণৰ ফলতেই জন্ম হ'ব পাৰে — ৰসময়ী ভক্তিৰ — সেয়ে "আনন্দৰূপমমৃতম্" — "সুবুদ্ধিসকলে সন্তোষে পাণ কৰয়"। □

# শঙ্কৰদেৱৰ দৃষ্টি আৰু দৰ্শন

শঙ্কৰদেৱ (১৪৪৯-১৫৬৮) আছিল অসমত নৱজাগৰণৰ উদগাতা কেন্দ্ৰীয় ব্যক্তি। আমাৰ সাংস্কৃতিক ইতিহাসক উচ্চতম পৰিশীলিত ৰূপ দিওঁতা শঙ্কৰদেৱ আছিল মধ্যযুগৰ ভাৰতীয় সন্তসকলৰ মাজৰ অন্যতম উজ্জ্বল জ্যোতিষ্ক স্বৰূপ। অন্য সন্তসকলক সৰু নকৰাকৈও ক'ব পাৰি যে — বাকী সকলোতকৈ তেওঁৰ প্ৰতিভা আছিল অনেকগুণে বহুমুখী আৰু উজ্জ্বল। এই বিষয়ে কোনো সন্দেহ নাই যে তেওঁ যিদৰে এটা যুগ সৃষ্টি কৰি থৈ গ'ল, তেওঁ নিজেও আছিল এটা যুগৰ সৃষ্টি। মধ্যযুগত দক্ষিণ ভাৰতবৰ্ষৰ পৰা ক্ৰমাৎ উত্তৰলৈ বিয়পি অহা ভক্তি আন্দোলনে সমগ্ৰ ভাৰতবৰ্ষত যি আলোড়ন আৰু আন্দোলনৰ সৃষ্টি কৰিলে তেওঁ সেই আলোড়ন আৰু আন্দোলনৰ পৃষ্ঠভূমিৰ পৰাই ওলাই আহিল।

ভাৰতবৰ্ষত ব্ৰাহ্মণ্য ধৰ্মানুষ্ঠানে ক্ৰমাৎ ভাৰতীয় সমাজত গঢ়ি তোলা বৰ্ণ বিভাজনৰ ফলস্বৰূপে গৰিষ্ঠ সংখ্যক সাধাৰণ মানুহ অৱলেহিত আৰু ক্ৰমাৎ অস্পৃশ্য হৈ পৰিছিল। মনুসংহিতাৰ অনুশাসনে এই বিভাজনক এটা শক্তিশালী আনুষ্ঠানিক ৰূপ দান কৰিছিল। আনহাতে বেদবিহিত যাগ-যজ্ঞাদি কৰ্মানুষ্ঠানৰ লগতো সাধাৰণ মানুহ জড়িত হোৱাৰ কোনো পথ খুলি থোৱা নাছিল। ফলস্বৰূপে এই সকলোৰে ওপৰত এমুঠি কুলীন মানুহৰ অধিকাৰ সাব্যস্ত হৈছিল।

এই সময়ছোৱাত ক্ৰমাৎ পুৰাণোক্ত নানা দেৱ-দেৱীক পূজা-অৰ্চনাই ব্ৰাহ্মণ্য ধৰ্মৰ আয়তন বৃদ্ধি কৰিছে। অনুশাসিত সাধাৰণ মানুহে এনে ধৰ্মানুষ্ঠানৰ আৰু কৰ্মানুষ্ঠানৰ দূৰত থাকি এক বিচ্ছিন্ন জীৱন যাপন কৰিছিল। দক্ষিণ ভাৰতৰ আলৱাৰসকলে ব্ৰাহ্মণ্য ধৰ্মৰ বিপক্ষে কোনো শব্দ উচ্চাৰণ নকৰাকৈয়ে প্ৰথম ভক্তি ধৰ্মৰ এটি পথ সাধাৰণ মানুহৰ বাবে মুকলি কৰি দিলে। ভক্তি ধৰ্মৰ ঘাই চৰিত্ৰই হ'ল নিজৰ উপাস্য দেৱতাৰ প্ৰতি ভক্তক নিজৰ ভক্তি প্ৰকাশ কৰাৰ অধিকাৰ দান কৰা। এই অধিকাৰ যেতিয়া সাধাৰণ মানুহে লাভ কৰিবলৈ ধৰিলে তেওঁবিলাকৰ মাজত ক্ৰমাৎ গঢ় লৈ উঠিল এটা আত্মপ্ৰত্যয় আৰু আত্মসম্মানবোধৰ চেতনা। ভক্তি আন্দোলনৰ এই ঢৌ বিয়পাই দিয়াত এক ডাঙৰ ভূমিকা গ্ৰহণ কৰিলে শ্ৰীমদ্‌ভাগৱত পুৰাণে। শ্ৰীমদ্‌ভাগৱত পুৰাণৰ কেন্দ্ৰস্থ চৰিত্ৰ হ'ল ভগৱান শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণৰ মানবীয় আৰু ঐশ্বৰিক লীলাৰ সমাহাৰে সাধাৰণ মানুহৰ অন্তৰত তেওঁৰ প্ৰতি এক গভীৰ আকৰ্ষণ, আত্মীয়তাবোধ আৰু শ্ৰদ্ধাৰ সৃষ্টি

কৰিলে। ভাগৱতত বর্ণিত কৃষ্ণ হ'ল নিৰাকাৰ ব্ৰহ্মাৰ সাকাৰ ৰূপ।

'ব্ৰহ্মা' এই শব্দটোৰ লগত উপনিষদৰ ঋষিসকলৰ শেষ সত্য দর্শন জড়িত হৈ আছে। চলতে বেদতেই প্ৰথম জীৱ আৰু জগতৰ সৃষ্টিৰ কাৰণসমূহৰ অন্বেষণ আৰম্ভ হয়। আৰু অগ্নি, বায়ু আৰু বৰুণ অন্তৰীক্ষৰ এই তিনিটি শক্তি তিনিগৰাকী দেৱতা হিচাপে গৃহিত হয়। বেদত অগ্নিৰ বন্দনাৰে এক বিস্তৃত অংশ পূর্ণ হৈ আছে। এই অগ্নিয়েই আদিত্য স্বৰূপে পৰিচিত হৈছে। এক হৈও অগ্নি বহু হৈছে। এই অগ্নিৰ উৎস হ'ল সূর্য। বেদত সূর্য বন্দনাৰ অনেক সূক্ত সংকলিত হৈছে। এই সূর্যই বেদত বিষ্ণুস্বৰূপে বর্ণিত হৈছে। বিষ্ণু শব্দৰ অর্থ হ'ল — যি সকলোতে সমানে বিয়পি পৰে। বেদৰ মাজতে ক্ৰমাৎ এই দেৱতাসকলৰো স্ৰষ্টা শক্তিৰ অনুসন্ধান আৰম্ভ হয়। যথার্থতে বেদতেই সেই শক্তিক কোনো নাম নিদিয়াকৈ প্ৰতিষ্ঠা দিয়া হয়। এতেকে জীৱ আৰু জগতৰ সৃষ্টি-স্থিতি আৰু লয়ৰ কাৰণ স্বৰূপ নাৰায়ণ বেদতেই থকা বুলি পৰৱৰ্তী কালত সন্তসকলে নিজৰ প্ৰত্যয় প্ৰকাশ কৰিছে।

বেদৰ দুটা ভাগ — এটা হ'ল মন্ত্ৰ, আনটো হ'ল ব্ৰাহ্মণ। মন্ত্ৰৰ পৰা জ্ঞানমার্গৰ সৃষ্টি হৈছে আৰু ব্ৰাহ্মণৰ পৰা সৃষ্টি হৈছে কৰ্ম মার্গৰ। এই কর্মমার্গক পূর্ব মীমাংসা বুলি কোৱা হয় আৰু জ্ঞানমার্গক কোৱা হয় — উত্তৰমীমাংসা। কর্মমার্গৰ পৰা সৃষ্টি হৈছে যাগ-যজ্ঞাদি অনুষ্ঠান। পিছলৈ বেদৰ লগত যুক্ত নথকা পূজা-পাতলৰ ধাৰাটোও কর্মমার্গৰ ভিতৰুৱা হয়। মধ্যযুগত এনে কর্মমার্গই উপাস্য দেৱ-দেৱতাৰ সন্তুষ্টিৰ অৰ্থে অন্যান্য প্ৰাণীক বলি দিয়াৰ উপৰিও মানুহক বলি দিয়াৰ দৰে নিঃশংস কর্মৰো পৃষ্ঠপোষকতা কৰিবলৈ ধৰে।

জ্ঞানমার্গ হ'ল সত্য অন্বেষণৰ মার্গ। ঋষিসকলে সেই সত্যৰ অন্বেষণ কৰি সেই সত্যক নাম দিলে ব্ৰহ্মা। অর্থাৎ ইন্দ্ৰিয়ৰে পৰিচয় লাভ কৰিব পৰা সকলো বিষয়ৰ বৃদ্ধিৰ ঘাই উৎস। ব্ৰহ্মা শব্দৰ অর্থই হৈছে যৰ পৰা সকলোৰে বৃদ্ধি হয়। ঋষিসকলে এই সত্যও প্ৰকাশ কৰিছে যে — এই ব্ৰহ্ম-নিৰাকাৰ, নির্গুণ; কিন্তু সর্বব্যাপ্ত। এই নিৰাকাৰ, নির্গুণ অব্যক্ত ব্ৰহ্মাৰ পৰাই ইন্দ্ৰিয়গ্ৰাহ্য দৃশ্য প্ৰপঞ্চৰ সৃষ্টি হৈছে। অর্থাৎ ইন্দ্ৰিয়গ্ৰাহ্য সকলো বিষয় অদৃশ্য অব্যক্ত ৰূপতে বিয়পি আছে। ইয়াৰ মাজতে জড় আৰু চৈতন্য — এই দুই শক্তিও অব্যক্ত ৰূপত ব্যাপ্ত হৈ আছে। জড় আৰু চৈতন্যৰ সহযোগত ক্ৰমাৎ ইন্দ্ৰিয়গ্ৰাহ্য বিষয়বোৰ সৃষ্টি হৈ আহিছে। কিন্তু এই বিষয়বোৰ হ'ল নশ্বৰ। কিছু সময়ৰ পিছত এই বিষয়বোৰ ধৰি ৰখা শক্তি যেতিয়া বিচ্ছিন্ন হৈ যায় বিষয়বোৰ ধ্বংসপ্ৰাপ্ত হৈ আকৌ সেই অব্যক্ত শক্তিৰ মাজত বিলীন হৈ যায়। এনেকৈয়ে এই বিশ্ব জগতৰ সৃষ্টি-স্থিতি আৰু ধ্বংসৰ লীলা নিৰন্তৰ চলি আহিছে। বিশ্বজগতৰ প্ৰাণী আৰু অপ্ৰাণী সকলো বিষয় সেই অব্যক্ত চৈতন্য শক্তিৰ পৰাই সৃষ্টি হৈছে। এতেকে ৰূপ আৰু গুণৰ অথবা আকাৰ আৰু চৰিত্ৰ সীমাহীন পৃথকতা থকা সত্ত্বেও সকলো বিষয় মৌলিকভাৱে এক আৰু অভিন্ন।

উপনিষদে এই ব্ৰহ্মবোধ প্ৰকাশ কৰিছে। উপনিষদকে বেদান্ত বুলিও কোৱা হয়। বেদান্তই এই কথা প্ৰমাণ আৰু প্ৰতিষ্ঠা কৰিছে যে এই ব্ৰহ্ম হ'ল এক আৰু অদ্বিতীয় — এয়ে অদ্বৈত ব্ৰহ্ম। এই অদ্বৈত ব্ৰহ্মৰ পৰাই সকলোৰে সৃষ্টি হৈছে আৰু এই অদ্বৈত ব্ৰহ্মতে সকলো লীন গৈছে। এই অদ্বৈত ব্ৰহ্মই ঈশ্বৰ। এই ঈশ্বৰেই পৰমাত্মা। এই পৰমাত্মাই যেতিয়া সচল আকাৰ ধাৰণ কৰে সেয়ে আত্মা।

উপনিষদ ৰচনাৰ পৰৱৰ্তী কালত গঢ় লৈ উঠিছে ভাৰতীয় ষড়দৰ্শনৰ। এই দৰ্শনসমূহ হ'ল — ন্যায়, বৈশেষিক, যোগ, সাংখ্য, বেদান্ত — এই পঞ্চ আস্তিক দৰ্শন আৰু চাৰ্বাক, জৈন আৰু বৌদ্ধ — নাস্তিক দৰ্শন। উপনিষদৰ ভিত্তিত বাদৰায়নাচাৰ্যই ব্ৰহ্মসূত্ৰ প্ৰতিষ্ঠা কৰে আৰু বেদান্তৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰে। এই বেদান্তৰ ভিত্তিত অদ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ আদি কেইবাটিও দাৰ্শনিক ধাৰা গঢ় লৈ উঠে। ইয়াৰ ভিতৰৰ অদ্বৈতবাদৰ ভাষ্যকাৰ শঙ্কৰাচাৰ্যই ব্ৰহ্ম সত্য, জগত মিথ্যা — এই মতবাদ প্ৰচাৰ কৰে। তেওঁ ব্ৰহ্মৰ বাহিৰে আন কোনো দ্বিতীয় বিষয়ৰ অস্তিত্ব স্বীকাৰ নকৰে। আনহাতে বিশিষ্টাদ্বৈতবাদৰ প্ৰবক্তা ৰামানুজে জীৱ আৰু ঈশ্বৰৰ স্বগত ভেদৰ অস্তিত্বত বিশ্বাস কৰে। অৰ্থাৎ ঈশ্বৰৰ পৰা জীৱ বেলেগ নহ'লেও জীৱৰ অস্তিত্ব পৃথকভাৱে পৰিচিত হয়। এই প্ৰভেদটো নাথাকিলে ভক্তিৰ স্থানো নথকা হয়। এতেকে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদে ভক্তি-ধৰ্মক এটি আধাৰ দান কৰে।

মধ্যযুগত ভাৰতবৰ্ষত গঢ় লৈ উঠা ভক্তি-আন্দোলনে ভাৰতবৰ্ষৰ বিভিন্ন স্থানত একো-একোটি নিজস্ব ৰূপ লাভ কৰে। মৌলিকভাৱে এক আৰু অভিন্ন হৈও ব্যৱহাৰিকভাৱে নিজস্ব বিশিষ্টতাৰে ভাৰতীয় বৈষ্ণৱ-আন্দোলন গঢ় লৈ উঠিছিল। এই সৰ্বভাৰতীয় পটভূমিতে শঙ্কৰদেৱৰ দৃষ্টি আৰু দৰ্শন বিচাৰ কৰিব লাগিব।

শঙ্কৰদেৱক লৈ ৰচনা কৰা চৰিতসমূহে এই কথা স্পষ্টভাৱেই দেখুৱাইছে যে — তেওঁ মহেন্দ্ৰ কন্দলি নামৰ অধ্যাপকৰ টোলত শিক্ষা গ্ৰহণ কৰে। মহেন্দ্ৰ কন্দলিৰ টোলৰ পাঠ্যক্ৰমে প্ৰায় সমস্ত প্ৰাচীন ভাৰতীয় ভাষা, দৰ্শন, সাহিত্য, সকলো সামৰিছিল। এই পাঠ্যক্ৰমত আছিল চাৰিখন বেদ, শিক্ষা, কল্প, জ্যোতিষ, নিৰুক্ত, ছন্দ, তৰ্ক আদি চৈধ্যখন শাস্ত্ৰ, ১৮ খন পুৰাণ, মহাভাৰত, ৰামায়নকে ধৰি মহাকাব্য আৰু কাব্যসমূহ, সংহিতাসমূহ, পাণিনিকে মুখ্য কৰি বৈয়াকৰণসকলে ৰচনা কৰা ব্যাকৰণ, উপনিষদ তথা উত্তৰমীমাংসা, ১৮ খন তন্ত্ৰ, ১৮ খন কোষ শাস্ত্ৰ, ষড়দৰ্শন — এই সকলোখিনি। এই পাঠ্যক্ৰমেই ইংগিত দিয়ে যে শঙ্কৰদেৱ সংস্কৃত ভাষা, সাহিত্য, শাস্ত্ৰ আৰু দৰ্শন — এই সকলোৰে লগত সম্যকভাৱে পৰিচিত আছিল। তেওঁ বেদান্তৰ মূল তত্ত্বত উপনীত হৈছিল। এই তত্ত্বই তেওঁৰ দৃষ্টিক দান কৰিলে স্বচ্ছতা। ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থ-ক্ষেত্ৰসমূহ তেওঁ বাৰ বছৰ ভ্ৰমণ কৰি আহৰণ কৰিলে অনেক অভিজ্ঞতা আৰু অনেক বিষয়ৰ প্ৰত্যক্ষ পৰিচয়। তেওঁৰ বিশাল অধ্যয়ন আৰু বিপুল অভিজ্ঞতাই জীৱন আৰু জগত সম্পৰ্কে তেওঁৰ

নিজস্ব এটি দৰ্শন গঢ় লৈ উঠাত প্ৰভূতভাৱে ৰহণি যোগালে। কিন্তু শঙ্কৰদেৱে অন্য দাৰ্শনিকসকলৰ দৰে স্পষ্টভাৱে জ্ঞানমাৰ্গ প্ৰতিষ্ঠা কৰাৰ পৰিবৰ্তে প্ৰতিষ্ঠা কৰিলে ভক্তিমাৰ্গ। কাৰণ জ্ঞানৰ অনুশীলন কৰিবলৈ শিকোৱাৰ পৰিবৰ্তে ইতিপূৰ্বে বেদান্তই প্ৰতিষ্ঠা কৰি থৈ যোৱা নিৰাকাৰ পৰম সত্যক অনুভৱ কৰাৰৰ বাবে ভাগৱতৰ কৃষ্ণৰ প্ৰতি ভক্তিৰ গভীৰ বোধ জগাই তুলিবৰ বাবে তেওঁ কৰা প্ৰয়াসৰ মাজতে তেওঁৰ দৃষ্টি আৰু দৰ্শনৰ ঘাই লক্ষ্য নিহিত হৈ আছে। সেইবাবে তেওঁ গীতাৰ একশণৰ, পদ্ম পুৰাণৰ সহস্ৰ নাম আৰু ভাগৱতৰ সৎসঙ্গ — এই তিনিওৰে সমাহাৰ ঘটাই প্ৰতিষ্ঠা কৰিলে তেওঁৰ নামধৰ্ম। তেওঁৰ চকুৰ আগত আছিল সকলো সাধাৰণ মানুহ যি সকলৰ অন্তৰত বেদান্তৰ ব্ৰহ্মজ্ঞান তৰ্ক আৰু দৰ্শনৰ জটিল পথেৰে জগাই তোলা সম্ভৱ নহয়। সেইবাবেই তেওঁ সহজ বিশ্বাসেৰে কৃষ্ণৰ লীলাৰ মাজতে বিশ্বব্ৰহ্মাণ্ডৰ স্ৰষ্টা বেদান্তৰ ব্ৰহ্মক উপলব্ধি কৰিব পৰাকৈ ভক্তিমাৰ্গ স্থাপন কৰিলে। ভক্তিত তৰ্কৰ স্থান নাই, বিশ্বাসৰহে স্থান আছে।

শঙ্কৰদেৱ নিজে আছিল অতুলনীয় শাস্ত্ৰজ্ঞ পণ্ডিত। তেওঁ আছিল অসাধাৰণ সৃষ্টিশীল প্ৰতিভাসম্পন্ন কবি আৰু শিল্পী। তেওঁ নিজৰ পণ্ডিত ব্যক্তিত্বক আঁৰত ৰাখি সৃষ্টিশীল ব্যক্তিত্বৰে ভক্তিমাৰ্গ প্ৰশস্ত আৰু সহজগম্য কৰি তুলিলে। তেওঁৰ দৃষ্টি আৰু দৰ্শনৰ দুটা স্তৰ দেখা যায় — এটা হ'ল সম্পূৰ্ণ ৰূপে বেদান্তৰ তত্ত্বৰ আধাৰত গঢ়ি তোলা স্তৰ আৰু আনটো হ'ল ভাগৱতৰ কৃষ্ণৰ লীলা আৰু মহিমাৰ আধাৰত গঢ়ি তোলা স্তৰ। এই দুয়োটা স্তৰেই তেওঁৰ মাজত অবিচ্ছিন্ন আৰু একাত্ম হৈ আছে। প্ৰথমটো স্তৰত নিৰ্গুণ নিৰাকাৰ ব্ৰহ্ম সমস্ত বিশ্বব্ৰহ্মাণ্ডতে বিয়পি আছে। ঈশোপনিষদৰ প্ৰথম মন্ত্ৰটোত থকা প্ৰথম চৰণটোত ব্যক্ত কৰিছে — "ঈশাবাস্যমিদং সৰ্বং যতকিঞ্চ জগত্যাং জগত"। শঙ্কৰদেৱে বেদান্তৰ এই তত্ত্ব আখৰে আখৰে গ্ৰহণ কৰিছে। তেওঁ এটা বেৰ গীতত লিখিছে — "ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ জৈছন গগন বিয়াপি"। হৰমোহনত শিৱৰ স্তুতিত বেদান্তৰ তত্ত্বকে প্ৰকাশ কৰি তেওঁ কৈছে —

"ইটো জগতৰ তুমি আদি মধ্য অন্ত।  
তুমি বিনে আন একো বস্তু নাহিকন্ত।।  
যেন ঘট মাটি ব্যতিৰেকে আন নাই।  
ঘট ভাঙিলেও মাটি হোৱে সমুদায়।।  
আদি অন্ত মধ্য তুমি থাকা সৰ্বদায়।  
তুমি ব্যতিৰেকে আৰ অন্য সত্য নাই।।"

ভাগৱতৰ দশম স্কন্ধত 'নিমি নৱসিদ্ধ সংবাদ' ভাগৱতৰ একাদশ স্কন্ধ, ভাগৱতৰ দশম স্কন্ধ, ভক্তিপ্ৰদীপ ভাগৱতৰ প্ৰথম আৰু দ্বিতীয় স্কন্ধকে ধৰি তেওঁৰ সমস্ত ৰচনাত বেদান্তৰ ব্ৰহ্ম, নাৰায়ণ, ভগৱন্ত, পৰমাত্মা আৰু কৃষ্ণ একাকাৰ ৰূপত বৰ্ণিত আৰু উপাস্যত হৈছে। দেখা যায় ঈশ্বৰৰ অদ্বৈত ৰূপ-সম্পৰ্কে তেওঁৰ প্ৰত্যয় অবিচল ৰূপত

সমস্ত ৰচনাৰ মাজত প্ৰতিষ্ঠিত আৰু প্ৰকাশিত হৈছে। এই দৃষ্টিত প্ৰাণী আৰু পদাৰ্থ সকলো সমান। এই দৃষ্টি সৰ্বাত্মবাদী দৃষ্টি। মানুহৰ সমাজত থকা বিভিন্ন প্ৰকাৰৰ ভেদাভেদ এই দৃষ্টিয়ে গ্ৰহণ নকৰে। তেওঁৰ ৰচনাৰ বিভিন্ন অংশত এই কথা প্ৰত্যয় সহকাৰে কৈছে যে — যি ঈশ্বৰৰ এই সৰ্বব্যাপ্ত ৰূপত বিশ্বাস কৰে তেওঁৰ বাবে বিশ্বৰ সকলোৱেই সমমৰ্যাদা লাভ কৰে। তেওঁৰ চকুত ব্ৰাহ্মণ আৰু চণ্ডালৰ, দাতা আৰু চোৰৰ কোনো প্ৰভেদ নাই। ঈশ্বৰৰ এই সৰ্বব্যাপ্ত ৰূপ অনুভৱ কৰি যিসকলে এজন ঈশ্বৰত শৰণাপন্ন হয় তেওঁৰ বাবে বিশ্বৰ সকলো বিষয় এক ব্ৰহ্মাৰ ৰূপভেদ স্বৰূপে পৰিগণিত হয়। এই ঈশ্বৰবোধ হ'বলৈ তৰ্কৰ আৰু জ্ঞানৰ জটিল পথে মানুহক সহায় নকৰে। ঈশ্বৰৰ নামত কৰা কৰ্মইও আনকি সহায় নকৰে। অৱশ্যে এক ঈশ্বৰৰ নামত কৰা কৰ্ময়ো বিশ্বাসৰ প্ৰথম ভেটিটো ৰচনা কৰি দিব পাৰে। কিন্তু কৰ্ম কৰিলেই ঈশ্বৰবোধ হ'ব বুলি বিশ্বাস কৰিলে ঈশ্বৰবোধ ক্ৰমাৎ দূৰলৈহে যাব। সেইবাবেই শঙ্কৰদেৱে এক ঈশ্বৰবোধ হ'বৰ বাবে এক ঈশ্বৰক ভবা, তেওঁৰ নাম লোৱা, এক ঈশ্বৰতে নিজৰ প্ৰাত্যহিক জীৱ[illegible] সকলো কৰ্ম, সকলো বিষয় মানসিকভাৱে অৰ্পণ কৰি লোৱাৰ ওপৰত গুৰুত্ব দিছিল। তেওঁ সকলো প্ৰাণীকে বিষ্ণুবুদ্ধি কৰিবলৈ দিয়া উপদেশৰ মাজতো সৰ্বেশ্বৰবাদী দৃষ্টিভংগীয়েই প্ৰকাশিত হৈছে। তেওঁৰ শিক্ষা হ'ল যে — সৰ্বব্যাপ্ত নিৰাকাৰ ঈশ্বৰক কৃষ্ণৰ সাকাৰ ৰূপৰ মাজত অনুভৱ কৰি তেওঁৰ নাম বিশ্বাস আৰু ভক্তিৰে লৈ থাকিলেই ভক্তৰ কাৰণে সমগ্ৰ বিশ্বই কৃষ্ণময় হৈ পৰিব। যি সকল লোক এনেভাৱে বিষ্ণুত বিশ্বাস কৰি বিষ্ণুৰ নাম লৈছে তেওঁলোকেই পৰম বৈষ্ণৱ হৈছে। তেওঁ এই কথাও কৈছে যে যিসকল এনেভাবে বিষ্ণুভক্ত হ'ল তেওঁলোকৰ কোনো বেলেগ জাতি-অজাতিৰ পৰিচয় নোহোৱা হৈ পৰিল. বিষ্ণু-ভক্তিয়ে সকলো বৈষ্ণৱক সমান মৰ্যাদা দান কৰি তেওঁবিলাকৰ মাজত থকা বা থাকিব পৰা সকলো ক্ষুদ্ৰ প্ৰভেদ নাইকিয়া কৰে। মানুহক এই 'এক ঈশ্বৰবোধ' দান কৰি এক সৰ্বেশ্বৰবাদী দৃষ্টিভংগীৰ অধিকাৰী কৰি তোলাই আছিল তেওঁৰ ঘাই লক্ষ্য। শঙ্কৰদেৱৰ দৃষ্টিভংগী আছিল যথাৰ্থতে বৈদান্তিক দৃষ্টিভংগী — উদাৰ, বহল আৰু পৰম সত্য দেখা পোৱা দৃষ্টিভংগী। তেওঁ নিজৰ শিষ্যসকলৰ ভিতৰতো গাৰোৰ গোবিন্দ, যৱনৰ চান্দসাই, কৈৱৰ্তৰ পূৰ্ণানন্দ — এই সকলোকে সমান আৰু সামান্যও পৃথকতা নথকা মৰ্যাদা দান কৰি গৈছে। এতেকে কেৱল তাত্ত্বিকভাৱেই নহয় ব্যৱহাৰিকভাৱেও তেওঁ আছিল সম্পূৰ্ণৰূপে একেশ্বৰবাদী আৰু সৰ্বেশ্বৰবাদী।

তেওঁ বা[illegible] বাবে ঈশ্বৰৰ অদ্বৈতৰূপৰ কথা কোৱাৰ নিমিত্তে কোনো কোনোৱে তেওঁক শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ সমৰ্থক বুলি ভাবে। কোনো সন্দেহ নাই শঙ্কৰাচাৰ্য অদ্বৈতবাদী আছিল। কিন্তু তেওঁৰ অদ্বৈতবাদে বিশ্ব-প্ৰপঞ্চক সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিছে। তেওঁৰ বাবে ব্ৰহ্ম সত্য আৰু জগত মিছা; জগত কেৱল মায়া। শঙ্কৰদেৱ নিঃসন্দেহে শঙ্কৰাচাৰ্যৰ ভাষ্যৰ লগত পৰিচিত নোহোৱাকৈ থকা নাছিল। তদুপৰি

শঙ্কৰাচাৰ্য অনুগামী শ্ৰীধৰস্বামিৰ 'ভাগৱতভাৱাৰ্থদীপিকা'ক তেওঁ বিশেষ গুৰুত্ব প্ৰদান কৰিছে। কিন্তু তৎসত্ত্বেও শঙ্কৰদেৱে শঙ্কৰাচাৰ্যৰ মতাদৰ্শ গ্ৰহণ কৰা নাছিল। তেওঁ ব্ৰহ্মসূত্ৰৰ অদ্বৈতবাদ গ্ৰহণ কৰিছিল, শঙ্কৰাচাৰ্যৰ ভাষ্য গ্ৰহণ কৰা নাছিল। আনহাতে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ গ্ৰহণ কৰা বুলিও অনেক পণ্ডিতে মত প্ৰকাশ কৰি আহিছে। এইবাবেই এই ধাৰণা হৈছে যে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদে ব্ৰহ্মৰ অদ্বৈত ৰূপ স্বীকাৰ কৰিও জগতক সম্পূৰ্ণ মিছা বা মায়া বুলি কোৱা নাই। বৰং ইয়াক ব্ৰহ্মৰ এক প্ৰকাশ বুলি গণ্য কৰিছে আৰু জীৱ-ঈশ্বৰৰ ভেদ মানি লৈছে। ৰামানুজৰ এই ভাষ্যই ভক্তিধৰ্মক আধাৰ দান কৰিছে। এতেকে স্বাভাৱিকতে শঙ্কৰদেৱে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদী মত গ্ৰহণ কৰা বুলি ধাৰণা হোৱাটো স্বাভাৱিক। কিন্তু ইমানখিনি সাদৃশ্য থকা সত্ত্বেও শঙ্কৰদেৱে বিশিষ্টাদ্বৈতবাদী ভাষ্যৰ ওপৰত ভৰ দিয়া নাই। তেওঁ বৰং বাদৰায়ণাচাৰ্যৰ ব্ৰহ্মসূত্ৰ ভাষ্যৰ অধিক ওচৰ চাপিছে। এক কথাত ক'বলৈ গ'লে তেওঁ নিৰাকাৰ ব্ৰহ্ম আৰু সাকাৰ কৃষ্ণৰ অভেদত্ব প্ৰতিষ্ঠা কৰি কৃষ্ণভক্তিৰ যোগেদিয়েই ব্ৰহ্মতত্ত্বাদী হ'বলৈ যোৱাৰ বাট কাটি দিছে। এতেকে ভাগৱতৰ তত্ত্বৰ ওপৰতে শঙ্কৰদেৱে সম্পূৰ্ণ ৰূপে ভৰ দিছে। শঙ্কৰদেৱৰ দৃষ্টিত নিৰাকাৰ ব্ৰহ্ম আৰু সাকাৰ ঈশ্বৰৰ কোনো প্ৰভেদ নাই, উপনিষদৰ জ্ঞান আৰু ভাগৱতৰ ৰসৰ স্বৰূপ একেই, তেওঁৰ বাবে নিৰ্গুণ তত্ত্ব আৰু সগুণ ঈশ্বৰৰ পৃথকতা নাই, ৰূপ-অৰূপৰ পৃথকতা নাই। ভক্তিয়েই হ'ল শ্ৰেষ্ঠ পথ। ভক্তিত জ্ঞানমাৰ্গৰ তৰ্ক নাই, কৰ্মমাৰ্গৰ প্ৰাপ্তিৰ বাসনা নাই। ই হ'ল সম্পূৰ্ণ ৰূপে নিষ্কাম আৰু সকলো প্ৰলোভনৰ পৰা মুক্ত। ব্যৱহাৰিক দিশৰ ফালৰ পৰাও শঙ্কৰদেৱৰ ভক্তিধৰ্মৰ আন এটি গুৰুত্বপূৰ্ণ দিশ হ'ল যে এই ধৰ্মই সন্ন্যাসৰ বাট দেখুওৱা নাই; বৰং গাৰ্হস্থ্যধৰ্ম অৱলম্বন কৰিও মানুহে ষড়ৰিপুক দমন কৰি সৎ জীৱন -যাপন কৰিব পাৰে। তেওঁৰ আন এটা বিশেষত্ব হ'ল যে অন্য গুৰুৰ দৰে তেওঁ দীক্ষা নিদিয়ে, বৰং কৃষ্ণলীলা আৰু কৃষ্ণতত্ত্বৰ ধাৰক ভাগৱত পুৰাণত শৰণ দিয়ে। 'শৰণ' শব্দটোৰ অৰ্থই হ'ল আশ্ৰয় গ্ৰহণ কৰা। আৰু এই আশ্ৰয় গ্ৰহণৰ উপায় হ'ল নিৰন্তৰে কৃষ্ণনাম লোৱা। কৰ্ম-কাণ্ডৰ আড়ম্বৰপূৰ্ণ জটিলতাৰ পৰিবৰ্তে কৃষ্ণনাম লৈ ধৰ্ম আচৰণ কৰাৰ এই পন্থা হ'ল সৰ্বতোপ্ৰকাৰে সহজ আৰু সৰল। শঙ্কৰদেৱৰ এই ধৰ্মমাৰ্গ নামধৰ্ম, মহাপুৰুষীয়া ধৰ্ম আৰু ভাগৱতী ধৰ্ম নামে পৰিচিত হয়। শঙ্কৰদেৱ আৰু মাধৱদেৱ দুয়োগৰাকীয়ে মুখ্যত এই ধৰ্মক নাম ধৰ্ম বুলিয়েই উল্লেখ কৰি গৈছে। আনহাতে মহাপুৰুষীয়া ধৰ্ম বোলাৰ অৰ্থ হ'ল — ২৪ তত্ত্বৰ ওপৰত 'পুৰুষ' হ'ল পঞ্চবিংশতত্ত্ব। এই 'পুৰুষ' হ'ল চৈতন্য স্বৰূপ আত্মা। এই আত্মাৰ উৎস হ'ল পৰমাত্মা। এই পৰমাত্মাকে পৰম পুৰুষ, পুৰুষোত্তম, মহাপুৰুষ আদি নামেৰে বুজোৱা হয়। এতেকে পুৰুষতকৈ শ্ৰেষ্ঠ মহাপুৰুষ। অৰ্থাৎ উপনিষদৰ ব্ৰহ্ম যি ধৰ্মৰ লক্ষ্য সেই ধৰ্মক মহাপুৰুষীয়া ধৰ্ম বুলি কোৱাৰ যুক্তিযুক্ততা অনস্বীকাৰ্য। তৃতীয়তে, ভাগৱতক অৱলম্বন কৰি গঢ়ি তোলাৰ বাবে এই ধৰ্মৰ নাম হ'ল 'ভাগৱতী ধৰ্ম'। শঙ্কৰদেৱ-প্ৰৱৰ্তিত নাম

ধৰ্মত 'চাৰিবস্তু'ক চাৰিটা প্ৰধান আধাৰ স্বৰূপে গ্ৰহণ কৰা হৈছে। সেই চাৰিবস্তু হ'ল — 'নাম' অৰ্থাৎ বিষ্ণু বা কৃষ্ণৰ নাম, 'দেৱ' অৰ্থাৎ স্বয়ং বিষ্ণু বা কৃষ্ণ, 'গুৰু' যি এই দুই বস্তুক পৰিচয় কৰাই দিয়ে আৰু 'ভকত' যি সকলে এই নামত শৰণ লয়। চৈতন্যদেৱৰ যোল্ল নামৰ ঠাইত শঙ্কৰদেৱে বিষ্ণু বা কৃষ্ণৰ চাৰিনামত শৰণ ল'বলৈ শিক্ষা দিছে।

তেওঁৰ ধৰ্মৰ লক্ষ্য, উদ্দেশ্য আৰু আচৰণবিধি — এই সকলোতে বিয়পি আছে তেওঁৰ নিজস্ব স্বচ্ছ দৃষ্টি আৰু দৰ্শন। দৃষ্টি আৰু দৰ্শনৰ এই স্বচ্ছতাই তেওঁৰ দ্বাৰা প্ৰৱৰ্তিত ধৰ্মমাৰ্গকো কৰি তুলিছে প্ৰশস্ত আৰু সহজগম্য। মাধৱদেৱে 'নামঘোষা'ত লিখিছে —

"শ্ৰীমন্ত শঙ্কৰে প্ৰকাশিলা গোবিন্দৰ গুণ নাম যশ
জগতৰ লোকে পৰম আনন্দে গাৱে;
হেনয় শঙ্কৰ গুৰু বিনে কমন কাৰণে আন জনে
লোকৰ মাজত আপুনি গুৰু বোলাৱে।"

শঙ্কৰদেৱে তেওঁৰ এই ধৰ্ম মানুহৰ বাবে গ্ৰহণীয় কৰি তুলিবৰ বাবেই কলাৰ আশ্ৰয় গ্ৰহণ কৰিছিল। কাব্য, গীত, নাটক, নৃত্য, বাদ্য, অভিনয়, চিত্ৰ, কাৰুশিল্প — এই সকলোবোৰৰ চৰ্চা আৰু অন[illegible] তেওঁৰ ধৰ্মৰ লগত অবিচ্ছেদ্যভাৱে জড়িত। তেওঁৰ দৃষ্টি আৰু দৰ্শন বুজিব পাৰিলে[illegible] কলাকৃতি সমূহৰো। তত্ত্ব আৰু মূল্য বুজিব পৰা হয়। তেওঁ যথাৰ্থতে আছিল এক সুদূৰ[illegible]সাৰী দৃষ্টিৰ আৰু গভীৰ অন্তৰ্দৃষ্টিৰ অধিকাৰী। তেওঁৰবাবে আছিল সামগ্ৰিকভাৱে মানুহ এক আৰু অবিচ্ছিন্ন। সেইবাবে তেওঁ ক'তো কোনো বিশেষ অঞ্চলৰ মানুহক লক্ষ্য কৰি কথা কোৱাৰ পৰিৱৰ্তে নিৰ্বিশেষ মনুহক লক্ষ্য কৰি 'ওবা নৰলোক', 'সমৰ্থাৰ লোক' আদি সম্বোধন প্ৰয়োগ কৰিছে। অভিনয় চোৱা সমজুৱাসকলক 'সভাসদ' বা 'সামাজিক লোক' বুলি সূত্ৰধাৰৰ যোগেদি সম্বোধন কৰিছে। সকলো লোককে শৰীৰ আৰু মন পৰিষ্কাৰ আৰু শুদ্ধ কৰি কৃষ্ণ বা বিষ্ণুৰ নাম লৈ সংসাৰ তৰিবলৈ দিয়া উপদেশৰ মাজত পাৰমাৰ্থিক তত্ত্বৰ অনুধাৱন আৰু ব্যৱহাৰিক জীৱন যাপনৰ শিক্ষা এই দুয়োটাই অঙ্গাঙ্গীভাৱে সংযুক্ত হৈ আছে।

শঙ্কৰদেৱে কোনো দৰ্শন প্ৰতিষ্ঠা কৰি যোৱা নাই সঁচা। কিন্তু, তেওঁৰ 'নামধৰ্ম' নিঃসন্দেহে এটি দৰ্শনৰ ওপৰত প্ৰতিষ্ঠি। উপনিষদৰ ব্ৰহ্ম আৰু ভাগৱতৰ কৃষ্ণৰ মাজত, তত্ত্ব আৰু বোধৰ মাজত, জ্ঞান আৰু ৰসৰ মাজত নিৰ্গুণ ব্ৰহ্ম আৰু সগুণ ঈশ্বৰৰ মাজত, ৰূপ আৰু অৰূপৰ মাজত, ব্যক্ত আৰু অব্যক্তৰ মাজত তেওঁ কোনো ভেদ ৰখা নাই। তেওঁ ব্যক্ত নকৰাকৈয়ে যে 'অভেদ ভক্তিবাদ'ৰ এটি দাৰ্শনিক সুদৃঢ় ভেটি প্ৰতিষ্ঠা কৰি গৈছে সেই বিষয়ে সন্দেহ কৰিবলগীয়া নাই। এতেকে, তেওঁৰ নামধৰ্মৰ দাৰ্শনিক আধাৰ হ'ল 'অভেদ ভক্তিবাদ'। উপনিষদ তথা গীতা ইয়াৰ ভেটি, ভাগৱত পুৰাণ হ'ল সৌধ। □

# কবি শঙ্কৰদেৱৰ কাব্য-ভাবনা

অগ্নিপুৰাণত কৱিক সৃষ্টিকৰ্তা প্ৰজাপতিৰ লগত, অৰ্থাৎ ব্ৰহ্মাৰ লগত তুলনা কৰিছে ঃ

"অপাৰে কাব্যসংসাৰে কবিৰেব প্ৰজাপতিঃ।
যথা বৈ ৰোচতে বিশ্বং তথেদং পৰিৱৰ্ততে।।"

অৰ্থাৎ, অপাৰ এই কাব্যৰূপ সংসাৰত কবিয়েই প্ৰজাপতি। এই বিশ্ব তেওঁৰ বাবে যেনে প্ৰীতিদায়ক বুলি ভাব হয়, তেনেদৰেই তেওঁৰদ্বাৰা পৰিকল্পিত হয়। ইয়াৰ সৰল অৰ্থ এয়ে যে কবিয়ে যি দৃষ্টিৰে জগত আৰু জীৱনক দেখে, অনুভৱ কৰে আৰু বিচাৰ কৰে, সেই দৃষ্টিয়েই তেওঁৰ কাব্যকৃতিৰো নিয়ামক হৈ উঠে। এতেকে কাব্য-বিচাৰৰ প্ৰথম খোজটো হ'ল কবিৰ জীৱন-দৃষ্টিৰ পৰিচয় বিচাৰ কৰাটো। কিন্তু, কবিতা কোনো এটা পদ্ধতিগত জীৱন-দৃষ্টিৰ বা জীৱনদৰ্শনৰ প্ৰচাৰমাধ্যম নহয়; ই হ'ল কবিৰ জীৱন-দৃষ্টি বা জীৱনদৰ্শনৰ ব্যঞ্জনাদীপ্ত, অনুভূত, শব্দময় প্ৰকাশ। এতেকে, অনুভৱ যিহেতু পোনপটীয়া শব্দৰে প্ৰকাশ কৰিব নোৱাৰি, তাৰ বাবে প্ৰয়োজন হয় কোনো এটা আধাৰ বা মাধ্যমৰ, কবিয়ে এই আধাৰ বা মাধ্যম নিজৰ প্ৰতিভা তথা কবি-কল্পনাৰে নিৰ্মাণ কৰি লয়। এই নিৰ্মাণ-প্ৰতিভা কেনেকুৱা? ধ্বন্যালোকত অভিনৱগুপ্তই কৈছে, "অপূৰ্ববস্তু-নিৰ্মাণক্ষম প্ৰজ্ঞা"; পূৰ্বে কোনেও সৃষ্টি নকৰা বস্তু নিৰ্মাণ কৰি উলিয়াব পৰা অন্তৰ্দৃষ্টি আৰু প্ৰতিভা। এয়ে কল্পনা-প্ৰতিভা। তৃতীয়তে হ'ল কাব্য-শৰীৰ। ভামহে তেওঁৰ অলংকাৰ শাস্ত্ৰত কৈছে, "কাণ্ডং কাব্যময়ং বপুঃ"। জগন্নাথে তেওঁৰ ৰসগংগাধৰত ৰমণীয় অৰ্থ প্ৰতিপাদন কৰিব পৰা শব্দকে কাব্য বুলি কৈছে। কাব্য-শৰীৰৰ পৰিচয়জ্ঞাপক আৰু অনেক সংজ্ঞা আলংকাৰিকসকলে দি গৈছে। কাব্য-কৰ্মৰ শেষ পৰিণতি হ'ল ৰস-নিষ্পত্তি। এই 'ৰস' হ'ল লোকোত্তৰ আহ্লাদ ভাবৰ আধাৰ অনুসৰি ন-প্ৰকাৰ। যদিও প্ৰথম অৱস্থাত আদি, বীৰ, ভয়ানক, কৰুণ, বীভৎস, হাস্য, অদ্ভুত আৰু ৰৌদ্ৰ — এই আঠপ্ৰকাৰ ৰসহে আলংকাৰিকসকলে স্বীকাৰ কৰিছিল, পিছলৈ কবি কৰ্ণপূৰ, মম্মট ভট্ট আদি আলংকাৰিকে শান্ত ৰস যোগ দিয়াত ৰস ন-প্ৰকাৰ হ'লগৈ। ভাৰতবৰ্ষত মধ্য যুগত হোৱা ভক্তিআন্দোলনৰ ফলত 'ভক্তিৰস' বুলি এটি ৰসৰ নামো অনেকে উচ্চাৰণ কৰে যদিও অলংকাৰ শাস্ত্ৰই এনে এটা 'ৰস' স্বীকাৰ কৰা নাই; বৰং শান্ত ৰসকে সকলো ৰসৰ শীৰ্ষবিন্দু বুলিহে ঠাবৰ কৰিছে।

কবি শঙ্কৰদেৱক আমি ভাৰতীয় কাব্য-ৰচনাৰীতিৰ এই প্ৰাথমিক আধাৰতে থৈ চাব লাগিব। এই কথাও স্মৰ্তব্য যে প্ৰাচীন ভাৰতীয় সাহিত্যক ভাৰতীয় দৰ্শন আৰু ধৰ্মৰপৰা পৃথককৈ চাব নোৱাৰি। এই ভাৰতীয় সাহিত্যৰো দুটা ভাগ ঃ এটা কৰ্মকাণ্ডৰ লগত জড়িত; আনটো জ্ঞানমাৰ্গৰ লগত জড়িত। হোম, যাগ-যজ্ঞকে ধৰি বলি-বিধানলৈকে এই ধাৰাটো হ'ল কৰ্মকাণ্ডী ধাৰা। ইয়াত 'পৰা জ্ঞান'ৰ স্থান নাই; হোম, যাগ-যজ্ঞই ধৰ্ম। ভক্তিবাদী দৃষ্টিভঙ্গৰ প্ৰশ্নতো নায়েই। উত্তৰমীমাংসা তথা 'বেদান্ত'ৰ জ্ঞানৰ আধাৰতে ভক্তিৰ উন্মেষ আৰু বিকাশ ঘটিল। কিন্তু বেদান্তই কোনো ধৰ্মৰ ধাৰা স্থাপনৰ নীতি-নিৰ্দেশ কৰা নাই; বৰং সমগ্ৰ বিশ্বসৃষ্টিৰ উৎসৰ সন্ধান আৰু এই সন্ধানৰ ফল দাঙি ধৰিছে। বেদান্ত বা উপনিষদ দৰ্শনো নহয়; কিন্তু উপনিষদ আস্তিকতাবাদী ভাৰতীয় দৰ্শনৰ হ'ল প্ৰধান উৎস। ব্ৰহ্ম-জ্ঞান হ'ল উপনিষদৰ প্ৰতিপাদ্য বিষয়। উপনিষদৰ সাৰতত্ত্বৰে ৰচিত হ'ল শ্ৰীমদ্ভগৱদগীতা। যাই উপনিষদসমূহ (অৰ্থাৎ ঈষ কঠ, কেন, প্ৰশ্ন, মুণ্ডক, তৈত্তিৰীয়, কৌশিতকী, নাৰায়ণ, ঐতৰেয়, ছান্দোগ্য আৰু বৃহদাৰণ্যক) ৰচনাৰ পাছত, নাইবা মহাভাৰত ৰচনাৰ পাছত গীতা সংকলিত তথা প্ৰণীত হৈছে। যেতিয়াই সংকলিত হওক, গীতাৰ পাঠ যে প্ৰাচীন সেই সম্পৰ্কে কোনো সন্দেহ নাই। উপনিষদৰ অনেক মন্ত্ৰ প্ৰায় হুবহু গীতাত সন্নিবিষ্ট হৈছে। উল্লেখনীয় যে উপনিষদীয় তত্ত্বৰ আধাৰত গঢ় লৈ উঠা ভাৰতীয় ষড়দৰ্শনৰ মাজত দেখা পোৱা আপাতবিৰোধ দূৰ কৰাত গীতাই লোৱা ভূমিকাই পৰৱৰ্তী কালত ভক্তি-আন্দোলনৰ তাত্ত্বিক ভেটি সুদৃঢ় কৰি তুলিলে। ভক্তি-আন্দোলনৰ উপাস্য দেৱতা ভাগৱতপুৰাণৰ কৃষ্ণ হ'ল উপনিষদৰ নিৰ্গুণ আৰু নিৰাকাৰ ব্ৰহ্মৰ সগুণ আৰু সাকাৰ প্ৰতিভূ; সেইবাবেই "কৃষ্ণস্তু ভগবান স্বয়ং"। গীতাত কৃষ্ণৰ মুখেৰেই কোওৱা হৈছে ঃ

"সৰ্বধৰ্মান পৰিত্যজ্য মামেকং শৰণংব্ৰজ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িস্যামি মা শোচ।"

কবি শঙ্কৰদেৱৰ কাব্যদৰ্শনৰ যাই উৎস আৰু আধাৰ হ'ল বেদান্তৰ এই ব্ৰহ্মতত্ত্ব যি তত্ত্ব ভাগৱতত কৃষ্ণৰ মাজেদি ৰসলৈ ৰূপান্তৰিত হৈছে। প্ৰসঙ্গক্ৰমে উল্লেখ্য যে শঙ্কৰদেৱ শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ সমৰ্থক নে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰ সমৰ্থক, এই লৈ অসমত মতদ্বৈধতা আছে। ড° বাণীকান্ত কাকতিয়ে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ যিহেতু ভক্তি-আন্দোলনৰ দাৰ্শনিক আধাৰস্বৰূপ, সেইবাবে শঙ্কৰদেৱক ৰামানুজৰ ওচৰ চপাই নিলে। অন্যান্য অনেকে তেওঁক শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ সমৰ্থকস্বৰূপেই থিয় কৰাবলৈ শঙ্কৰদেৱে যে তেওঁৰ কাব্য-স্মৃতিকে ধৰি ব্ৰহ্মৰ অদ্বৈতৰূপৰ কথা কৈছে সেই প্ৰসঙ্গলৈ আঙুলি টোৱাই আহিছে। সন্দেহ নাই, শঙ্কৰদেৱে "ব্ৰহ্মৰূপী সনাতন"ক প্ৰথমেই কীৰ্তন-ঘোষাত নমস্কাৰ কৰি লৈছে। তেওঁৰ ৰচনাৰপৰা উদ্ধৃত তলৰ পদসমূহ চাওক ঃ

১. তোহ্মাৰ অদ্বৈতৰূপ পৰম আনন্দপদ
তাতে মোৰ মগ্ন হৌক চিত্ত।
২. চৈতন্যস্বৰূপে ব্যাপী এক নিৰঞ্জন
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন।
৩. যেন যাগ-যোগাদিক বেদত কহিলা।
পাছত অদ্বৈত মাত্র জ্ঞান নিৰূপিলা।
৪. তুমি সত্য ব্ৰহ্ম তোহ্মাত প্ৰকাশে
জগত ইটো অসত্ত।
৫. তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কার্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ-কুণ্ডলে যেন নাহিকে অন্তৰ।।
৬. তুমিসে কেবল সত্য মিছা সবে আন।
জানি জ্ঞানী কৰে হৃদয়ত ধ্যান।।
৭. যেন ঘট মাটি ব্যতিৰেকে আন নাই।
ঘট ভাঙিলেও মাটি হোৱে সমুদাই।
৮. আদি অন্ত্য মধ্য তুমি থাকা সৰ্বদাই।
তুমি ব্যতিৰেকে আৰ সত্য আন নাই।।
৯. তুমিসে কেবল সঁচা সবে মায়াময়।
তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয়।।
১০. একে আত্মা ব্যাপী আছা সমস্ত জগতে।
যেন এক হুতাশন সমস্ত কাষ্ঠতে।।
১১. মই সত্য আত্মাতত্ত্ব মিছা সবে আন।
বেদে ব্যক্ত কৰিয়া কহয় এহিমান
১২. তোমাকেসে বোলে জ্ঞানী ব্ৰহ্ম নিৰংকুশ।
সংখ্যামতে বোলে তুমি প্ৰকৃতি পুৰুষ।। ইত্যাদি।

আমি মাত্ৰ কেইটিমান উদাহৰণ চয়ন কৰিলোঁ য'ত শঙ্কৰদেৱে অদ্বৈতব্ৰহ্মৰ অদ্বিতীয় অস্তিত্ব সম্পৰ্কে দ্ব্যৰ্থহীন মত প্ৰকাশ কৰিছে। শঙ্কৰদেৱে তেওঁৰ ভক্তিৰত্নাকৰ গ্ৰন্থত শঙ্কৰাচাৰ্যৰ ৰচনাৰপৰা এটা শ্লোক চয়নো কৰিছে। এতেকে, যিসকলে শঙ্কৰদেৱক শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদী পন্থাৰ বুলি ভাবে, তেওঁলোকৰ বাবে এনেবোৰ উক্তি আৰু প্ৰসংগ নিঃসন্দেহে গুৰুত্বপূৰ্ণ। আনহাতে, যি সকলে শঙ্কৰদেৱক ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰ সমৰ্থক বুলি ভাবে তেওঁবিলাকৰ বাবে এনে উক্তিসমূহ

মৌলিক তত্ত্ব স্বৰূপেহে গ্ৰহণীয় হৈ আহিছে। এতেকে বিষয়টোক সৰলীকৰণ কৰি ল'ব নোৱাৰি। সন্দেহ নাই শঙ্কৰদেৱে বেদ, বেদান্ত, মহাকাব্য, পুৰাণ আদি সংস্কৃত সকলোবোৰ গ্ৰন্থ যিদৰে অধ্যয়ন কৰিছিল, ভাৰতীয় দৰ্শন আৰু বেদান্তৰ ভাষ্যসমূহো সমানে অধ্যয়ন কৰিছিল। গুৰুচৰিত-কথাত দিয়া তেওঁৰ ছাত্ৰাৱস্থাৰ পাঠ্যক্ৰমখনলৈ চকু দিলেই উমান পাব পাৰি তেওঁৰ অধ্যয়নৰ বিস্তৃতি কিমান আছিল। এতেকে শঙ্কৰাচাৰ্য আৰু ৰামানুজ তেওঁ অধ্যয়ন নকৰাৰ প্ৰশ্ন নুঠে। কিন্তু, তেওঁ এজনতো ভৰ দি নিজৰ ধৰ্মৰ আধাৰ স্থাপন কৰা নাই। বৰং, তেওঁ গোনপটীয়াকৈ বেদান্তৰ তত্ত্ব গ্ৰহণ কৰিছে আৰু ভাগৱতক তেওঁৰ ধৰ্মৰ আধাৰস্বৰূপে লৈছে। তেওঁৰ লক্ষ্য দৰ্শন প্ৰচাৰ নহয়, ভক্তিপ্ৰচাৰ। তেওঁৰ দৰ্শন ভক্তিৰ মাজত নিহিত হৈ আছে। তেওঁ শঙ্কৰাচাৰ্যৰ দৰে জগতখনৰ অস্তিত্ব নস্যাৎ কৰা নাই। তেওঁ শঙ্কৰাচাৰ্যৰ দৰে মায়াবাদী নহয়। একে সময়তে তেওঁ ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ্ তত্ত্বকো আধাৰকৰি একশৰণ ধৰ্মপ্ৰবৰ্তন কৰা নাই। ব্ৰহ্মাৰ অদ্বৈত ৰূপ তেওঁ কৃষ্ণৰ মাজত উপলব্ধি কৰিবলৈ কৃষ্ণভক্তিৰ বাট বান্ধি দিছে। তত্ত্ব তেওঁৰ মাজত ৰসানুভূতিলৈ ৰূপান্তৰিত হৈছে। এই কাম কেৱল দাৰ্শনিক পণ্ডিতৰ কাম নহয়; এই কাম হ'ল কবিৰ কাম। ৰসানুভৱ নহ'লে কবিতা হ'ব নোৱাৰে। শঙ্কৰদেৱৰ প্ৰথম বাৰ বছৰ তীৰ্থভ্ৰমণৰ সময়ত পুৰীতেই আছিল সৰহখিনি সময়। ওড়িষাৰ বৈষ্ণৱ ভক্তি হ'ল জ্ঞানমিশ্ৰ ভক্তি। শঙ্কৰদেৱৰ নিজৰ মাজতো আমি তত্ত্বজ্ঞান আৰু ভক্তি দুয়োটাৰ সহাবস্থান দেখা পাওঁ। কিন্তু তেওঁ প্ৰৱৰ্তন কৰা ধৰ্মত কৰ্মকতো ঠাই দিয়াই নাই, জ্ঞানকো ভক্তিতকৈ ক'তো ওপৰ উঠিবলৈ দিয়া নাই। ভক্তিৰ যোগেদি অন্ত'দান কৰাহে ভক্তিধৰ্মৰ লক্ষ্য। অৱশ্যেই তেওঁৰ ভক্তি জ্ঞানৰ লগত অভেদভাৱে সম্পৃক্ত হৈ আছে। জ্ঞান আৰু ৰসৰ এনে অভেদত্বৰ বাবে তেওঁৰ ধৰ্মৰ আধাৰ 'অভেদ ভক্তিবাদ' বুলিব পাৰিনেকি জ্ঞানীসকলে ভাবি চাব পাৰে। সন্ত শঙ্কৰদেৱে গীতাৰ একশৰণ, ভাগৱতৰ সৎসঙ্গ আৰু সহস্ৰনামৰ নাম এই তিনিৰ একত্ৰ সমাহাৰ কৰি প্ৰৱৰ্তন কৰিলে একশৰণ নামধৰ্ম। এই ধৰ্মৰ বাবে আধাৰ কৰিলে ভাগৱতপুৰাণক। কবি শঙ্কৰদেৱ, তত্ত্বজ্ঞ শঙ্কৰদেৱ, ধৰ্মপ্ৰৱৰ্তক শঙ্কৰদেৱ, শিল্পী-কলাকাৰ শঙ্কৰদেৱ, সমাজ-জীৱনক ন-ৰূপ দিওঁতা সংগঠক শঙ্কৰদেৱৰ ব্যক্তিত্ব, দৃষ্টি, দৰ্শন আছিল অখণ্ড। সেই বাবেই তেওঁৰ এটি ব্যক্তিত্বক আনটিৰপৰা বিচ্ছিন্ন কৰি চাব নোৱাৰি।

শঙ্কৰদেৱ নিজৰ কবি-দায়িত্ব সম্পৰ্কেও আছিল সজাগ। সকলো ক্ষেত্ৰতে নিজক 'কৃষ্ণৰ কিংকৰ' বুলি পৰিচয় দিয়া শঙ্কৰদেৱে দুলড়ি, ছবি, পয়াৰ আদি ছন্দৰে ৰচনা কৰা বুলি আৰু 'কহয় শঙ্কৰ কৱি', 'কৃষ্ণৰ কিংকৰ কবি', 'তাহান (কুসুম্বৰ) তনয় কবি' বুলি তেওঁৰ ৰচনাত বিভিন্ন স্থানত নিজৰ কবি-পৰিচয়ো দি গৈছে। এই কথাও ক'বলৈ পাহৰা নাই —

"শুনিয়োক বুধ লোক মোৰ পদ যেন হোক
কৃষ্ণ কথা শুনি ৰঙ্গা চিত্ত।

এঠাইত কৈছে ঃ

"বুজি অভিপ্ৰায় দিলো ঠায়ে ঠায়ে
কিছু কাব্যৰস যিবা।
অবিচাৰি তাক হঠাতে আমাক
নিন্দাবাণী নুবুলিবা।।"

আন এঠাইত কৈছে ঃ

"মোৰ পদ বুলি লেখিবা সমূলি
বিচাৰি দেখিবা পাছে।"

আন এঠাইত কৈছে ঃ

"হুয়া অল্পমতি মঞিঃ কৰিলো গহন শাস্ত্ৰ
আত মোৰ ক্ষমিয়োক দোষ।"

স্থানান্তৰত কৈছে ঃ

"আমাৰ কবিতা জানি নিন্দা নুবুলিবা বাণী
নকৰিবা আত উপহাস।"

তেওঁ যে কবি সেই সচেতনতা যিদৰে আছে, তেওঁ যে অহংকাৰহীন নহয় সে কৰাৰ বিনয়ো আছে। তেওঁ যে কাব্যৰস দিলেও সাধাৰণ চিত্তবিনোদনৰ বাবে দিয়া নাই সেই কথা যিদৰে ঘোষণা কৰি থৈছে, তেনেদৰে ছিদ্ৰান্বেষীসকলৰ প্ৰতি কটাক্ষপাতো আছে। "ভক্তি হুস্ব" কৰিব পৰা কোনো বিষয় তেওঁ অন্তৰ্ভুক্ত কৰা নাই। আনকি হৰমোহন বা ৰাসক্ৰীড়াৰ বৰ্ণনাত শৰীৰ-কামনাৰ ছবি চাক্ষুষ কৰায়ো শেহত ভক্তিৰ নিষ্কলুষ লক্ষ্যপ্ৰাপ্তি সাধন কৰিছে। চমু কথাত, কৃষ্ণৰ লীলাময় ৰূপ, মহিমা, কৃষ্ণতত্ত্ব — এয়ে শঙ্কৰদেৱৰ কাব্যৰ বিষয়বস্তু। ৰামচন্দ্ৰও হ'ল কৃষ্ণৰে অৱতাৰ। কৃষ্ণৰ শৈশৱ, কৈশোৰ, যৌৱন — এই সমস্ত সময়ৰ কৃষ্ণৰ মানৱীয় চৰিত্ৰ আৰু দৈৱী চৰিত্ৰ হ'ল তেওঁৰ কাব্যৰ ঘাই উপাদান। তেওঁৰ ৰচনাত দুয়োজন কৃষ্ণ একাকাৰ হৈ আছে — এজন হ'ল বেদান্তৰ নিৰাকাৰ ব্ৰহ্মৰ প্ৰতিভূ কৃষ্ণ, অথবা কৃষ্ণতত্ত্ব; আনজন হ'ল মহাভাৰতৰ সাকাৰ কৃষ্ণ। ভাগৱতপুৰাণত যিদৰে এই দুয়ো কৃষ্ণ একাকাৰ হৈ আছে, শঙ্কৰদেৱৰ মন, হৃদয় আৰু ৰচনাতো দুয়ো কৃষ্ণ একাকাৰ হৈছে। সেইবাবেই মোৰ বাৰে বাৰে ক'বৰ মন গৈছে, শঙ্কৰদেৱৰ ধৰ্মৰ আধাৰক দাৰ্শনিক তত্ত্বত 'অভেদ ভক্তিবাদ' বুলিব পাৰি। কোনোবাই ক'ব পাৰে "ভক্তি ভক্তিয়েই, তাত ভেদ বা অভেদৰ কি সীমাৰেখা আছে?" কিন্তু তত্ত্ব বা জ্ঞানৰ আৰু ৰসৰ, বেদান্তৰ ব্ৰহ্ম আৰু ভাগৱতৰ কৃষ্ণৰ অভেদত্ব ইমান স্পষ্ট আৰু প্ৰত্যক্ষভাৱে শঙ্কৰদেৱৰ মাজত উদ্ভাসিত হৈছে যে তেওঁৰ 'একশৰণ ভাগৱতী নামধৰ্ম'ৰ

দাৰ্শনিক আধাৰ 'অভেদ ভক্তিবাদ' বুলি কোৱাৰ সপক্ষে যুক্তি উপস্থাপন কৰিব পাৰি। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে সমগ্ৰ জীৱনত কেৱল চাৰিটা শাৰীৰ এটি সংস্কৃত শ্লোক ৰচনা কৰি যোৱা, মধুৰ ৰস-বিভোৰ মহাপ্ৰভু চৈতন্যদেৱৰ দৃষ্টিভংগীক "অচিন্ত্যে ভেদাভেদ" নামৰ দৰ্শনৰ ভেটি প্ৰদান কৰা আধুনিক কালতহে। অথচ গীত, কাব্য, নাটকৰ ৰচনাৰে, ভক্তিৰত্নাকৰৰ দৰে গ্ৰন্থৰ, আজিকালিৰ ভাষাত বিজ্ঞানসন্মত সংকলন আৰু সম্পাদনাৰে, দাস্যভক্তিৰ এটা বিশিষ্ট মাৰ্গৰ প্ৰৱৰ্তনৰে, নৃত্য-গীত-বাদ্য, চিত্ৰ, অভিনয় আদি কলাৰ উচ্চস্তৰীয় সৃষ্টিৰে নববৈষ্ণৱ ভক্তি-আন্দোলনক এক বিশিষ্ট মাত্ৰা দান কৰি যোৱা শঙ্কৰদেৱৰ সকলো ধৰ্মৰ দাৰ্শনিক আধাৰটি সঠিকভাৱে চিহ্নিত কৰি ল'ব নোৱাৰাটো পৰিতাপৰ কথা।

শঙ্কৰদেৱৰ কাব্যৰ দাৰ্শনিক আধাৰ আৰু বিষয়বস্তুৰ আভাস এটি লোৱাৰ পিছত চোৱা যাওক তেওঁৰ কাব্যৰ বিষয়বস্তুৰ উৎস। তেওঁৰ কাব্যৰচনাৰ ঘাই উৎস হ'ল ভাগৱতপুৰাণ। ইয়াৰ উপৰি মাৰ্কণ্ডেয় পুৰাণ, গৰুড়পুৰাণ, ব্ৰহ্মপুৰাণ, হৰিবংশ, পদ্মপুৰাণ, সুত-সংহিতা, বামনপুৰাণ আৰু ৰামায়ণৰ বিষয়বস্তুৰ আধাৰত তেওঁৰ কাব্যসম্ভাৰ গঢ় লৈ উঠিছে। ছাত্ৰাৱস্থাতে ৰচনা কৰা ১৫ মাত্ৰাৰ কোমল গীত, 'কৰতল কমল কমল দলনয়ক'ক বাদ দি তেওঁ ৰচনা কৰা গ্ৰন্থসমূহ হ'ল — হৰিশ্চন্দ্ৰ উপাখ্যান, ভক্তিপ্ৰদীপ, কীৰ্তন-ঘোষা (বিভিন্ন অধ্যায় বিভিন্ন স্থান আৰু কালৰ ৰচিত), বৰগীত, গুণমালা, ৰুক্মিণীহৰণ কাব্য, ভাগৱতপুৰাণৰ প্ৰথম, দ্বিতীয়, তৃতীয়, ষষ্ঠ, অষ্টম, দশম, একাদশ, দ্বাদশ স্কন্ধ আৰু নিমিনৱসিদ্ধসংবাদ, ৰামায়ণ (উত্তৰাকাণ্ড), টোটয়, ভটিমা, ভক্তিৰত্নাকৰ (সংস্কৃত), নাট (পত্নীপ্ৰসাদ, ৰুক্মিণীহৰণ, কালিদমন, কেলিগোপাল, পাৰিজাত হৰণ আৰু ৰামবিজয়)।

তেওঁৰ এই বিশাল কাব্যকৃতিৰ বিষয়বস্তু যদি উল্লিখিত উৎসৰপৰাহ লোৱা হৈছে, শঙ্কৰদেৱৰ ৰচনাৰ মৌলিকত্ব ক'ত আছে? তেওঁক মৌলিক লেখক নুবুলি অনুবাদক বুলি ক'লে ভুল হ'বনে? পোনপটীয়া উত্তৰ হ'ল — ভুল হ'ব। কাৰণ, কবি হিচাপে শঙ্কৰদেৱে মূলৰ অৰ্থগৌৰৱ ৰক্ষা কৰিও; মাধৱকন্দলিৰ সুৰত 'কাব্যৰস কিছু' দিয়াৰ কথা বিনয়েৰে কৈ গৈছে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে শঙ্কৰদেৱক যদি বিষয়ৰ উৎসলৈ লক্ষ্য কৰি মৌলিক কবি নহয় বুলি কোৱা হয়, তেনেহ'লে শেক্সপীয়েৰ আৰু চচাৰকো মৌলিক কবি বুলি ক'ব পৰা নাযায়। শঙ্কৰদেৱে বিষয় নিৰ্বাচন কৰোঁতেও তেওঁৰ উদ্দেশ্য আৰু লক্ষ্যৰ লগত খাপখোৱা অংশহে তেওঁ বাছনি কৰিছে। মূল বিষয়টোক নিজৰ লক্ষ্য পূৰণ কৰিব পৰাকৈ তেওঁ ন-কৈ মনৰ চকুৰ আগত কল্পনা কৰি লৈছে আৰু সেই ৰূপহে তেওঁ কাব্যত শব্দৰে আঁকি উলিয়াইছে। তেওঁৰ কাব্য-নিৰ্মিতিৰ মৌলিকত্ব তেওঁৰ কল্পনা-প্ৰতিভাৰ মাজত ফুটি উঠিছে। যুদ্ধৰ বৰ্ণনাই হওক বা নিসৰ্গৰ বৰ্ণনাই হওক, নগৰৰ বৰ্ণনাই হওক বা চৰিত্ৰৰ বৰ্ণনাই হওক, এই সকলোতে কবি শঙ্কৰদেৱৰ নিজস্ব কল্পনা-প্ৰতিভাৰ

পোহৰ সহজেই অনুমেয়। সেইবাবে তেওঁক অনুবাদক বুলি কৈ থ'ব নোৱাৰি। তদুপৰি, য'ত তেওঁ অনুবাদ কৰিছে, তাতো পুনঃসৃজনৰ সকলো বৈশিষ্ট্য অনুভূত হয়। কাব্যকৃতিৰ মৌলিকত্ব তেতিয়াই ফুটি উঠে, যেতিয়া কাব্য-ভাৱনা কবিৰ নিজস্ব গভীৰ আনুভূতিক উপলব্ধিৰে ৰূপান্তৰিত হয়। সেই ভাৱনাৰ কাব্যৰূপ হৈ উঠে কবিৰ একান্ত নিজস্ব সৃষ্টিকৰ্ম। শঙ্কৰদেৱ এই কাব্যৰূপ বা কাব্য-শৰীৰ সম্পৰ্কেও আছিল অত্যন্ত সচেতন।

অনেকে ভাবে ভাৰতীয় আলংকাৰিকে ভাবগৌৰৱকহে গুৰুত্ব দিয়ে, কাব্যৰ নিৰ্মিতিৰ ওপৰত গুৰুত্ব নিদিয়ে। কিন্তু এই ধাৰণা শুদ্ধ নহয়। ভাৰতীয় কাব্য-বিচাৰত কাব্য-শৰীৰ সম্পৰ্কেও আলোচনা আছে। শব্দ আৰু অৰ্থৰ ব্যঞ্জনাদীপ্ত ৰূপৰ লক্ষ্য আগত ৰাখি ভাৰতীয় আলংকাৰিকে অনেক মন্তব্য আৰু নিৰ্দেশ দি গৈছে। কাব্য-ৰীতিও এনে নিদৰ্শনৰ অঙ্গীভূত অধ্যায়। ভাৰতীয় আলংকাৰিকসকলৰ ভিতৰত ভৰত, ভামহ আৰু দণ্ডীয়ে কাব্যৰ 'গুণ' সম্পৰ্কে কৰা আলোচনাই দৰাচলতে পৰৱৰ্তী কালত আচাৰ্য বামনৰ হাতত স্পষ্টভাৱে উঠা কাব্যৰ শব্দগুণ আৰু অৰ্থগুণৰ আধাৰত বৈদৰ্ভী, গৌড়ীয়, পাঞ্চালী ৰীতি গঢ় লৈ উঠাৰ ভেটি নিৰ্মাণ কৰি দিলে। বামনৰ মতে এই শব্দগুণ আৰু অৰ্থগুণ নাথাকিলে কাব্য নহয়। এভেকে ৰীতিয়েই কাব্যৰ আত্মা — এই মত প্ৰতিষ্ঠা কৰাৰ উপৰি অলংকাৰবাদীসকলেহে যে কাব্য গ্ৰহণীয় হয়, সেই মতবাদো প্ৰতিষ্ঠা কৰে। অলংকাৰ নহ'লে কাব্য নহয়, এই কথা যিদৰে সত্য, আনন্দবৰ্ধন আৰু অভিনৱগুপ্তই কাব্যৰ ধ্বনি, অৰ্থাৎ ব্যঞ্জনাশীলতাক কাব্যৰ আত্মা বুলি কোৱা কথাষাৰো সত্য। ধ্বনি বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে; তাৰ ভিতৰত ৰসধ্বনিয়েই শ্ৰেষ্ঠ। শঙ্কৰদেৱৰ ৰচনাত তেওঁ বিভিন্ন সময়ত বিশেষকৈ প্ৰতি ৰচনাৰ অন্তত তেওঁৰ কাব্যকৃতিৰ লক্ষ্য আৰু উদ্দেশ্য ঘোষণা কৰিলেও মূল বিষয়ৰ মাজত ফুটি উঠা ব্যঞ্জনাই তেওঁৰ কৃতিৰ বৈশিষ্ট্য নিৰ্দেশ কৰিছে। বিশেষকৈ দশমৰ বিভিন্ন অংশত, কীৰ্তনৰো শিশুলীলাৰ দৰে অধ্যায়ত মানবীয় ভাবানুভূতিৰ ব্যঞ্জনাময় প্ৰকাশ মন কৰিবলগীয়া। আনহাতে হৰমোহনৰ দৰে অধ্যায়ত উদ্যানৰ চিত্ৰময় বৰ্ণনাও সমানেই স্মৰণীয়।

কাব্য-শৰীৰ কেৱল সাধাৰণ শব্দৰেই নিৰ্মিত নহয়; সেই শব্দ হ'ব লাগিব ছবি আৰু ব্যঞ্জনা সৃষ্টি কৰিবপৰা অলংকাৰপূৰ্ণ আৰু লয় আৰু তালযুক্ত গতি সৃষ্টি কৰিবপৰা ছন্দোময়। শঙ্কৰদেৱৰ কবিতাত ছন্দ আৰু অলংকাৰৰ ব্যৱহাৰো যথাৰ্থতে মন কৰিবলগীয়াকৈ বৈশিষ্ট্যপূৰ্ণ।

অসমীয়া ছন্দ মুখ্যতঃ মাত্ৰাবৃত্তধৰ্মী; গৌণ ৰূপতহে ধ্বনিধৰ্মী। মাত্ৰাবৃত্ত, স্বৰবৃত্ত আৰু যৌগিক বা অক্ষৰবৃত্ত — এই তিনিওটা ছন্দৰীতিৰ প্ৰয়োগ থাকিলেও শঙ্কৰদেৱৰ ৰচনাতো মাত্ৰাবৃত্ত ছন্দৰ প্ৰয়োগেই অধিক। অৱশ্যে শঙ্কৰদেৱকে মুখ্য কৰি অসমীয়া বৈষ্ণৱ কবিসকলৰ ছন্দৰ দুটা চৰিত্ৰ দেখা যায়; এটা হ'ল পাঠধৰ্মী, আনটো হ'ল গীতিধৰ্মী। তদুপৰি মধ্য যুগৰ অসমীয়া কাব্যৰ প্ৰতিটো শব্দ স্বৰান্ত কৰি উচ্চাৰণ

কৰিলেহে তাৰ মাত্ৰাও পূৰ্ণ হয় আৰু সাংগীতিক সুষমাও ৰক্ষিত হয়।

সি যি নহওক, ছন্দৰ লগত কাব্যৰ ভাব আৰু বিষয়বস্তুৰ সম্পৰ্ক গভীৰ। শঙ্কৰদেৱে কাব্যৰ ভাব আৰু বিষয়ৰ লগত সম্পূৰ্ণ ৰক্ষিতা খোৱাকৈ অতুলনীয় দক্ষতাৰে প্ৰয়োগ কৰি গৈছে ছন্দসজ্জা। তদুপৰি, তেওঁ যিমানকেইটি ছন্দসজ্জা ব্যৱহাৰ কৰি গৈছে আন কোনো অসমীয়া কবিয়ে সিমান ছন্দ ব্যৱহাৰ কৰা নাই। তেওঁ কেৱল ব্যৱহাৰ কৰা নাই ১০+১০+১৪=৩৪ মাত্ৰাৰ লেছাৰি ছন্দ। শঙ্কৰদেৱে ব্যৱহাৰ কৰি যোৱা ছন্দসজ্জাসমূহ হ'ল ৬+৬+৮=২০ মাত্ৰাৰ দুলড়ি, ৪+৪=৮ মাত্ৰাৰ ঝুমুৰা, ১৪ মাত্ৰাৰ পদ, ৬+৫=১১ মাত্ৰাৰ ঝুনা বা একাৱলী, ৪+৬=১০ মাত্ৰাৰ হ্ৰস্ব ঝুনা বা দিগক্ষৰা, ৬+৬=১২ মাত্ৰাৰ কুসুমমালা, ৮+৮+১০=২৬ মাত্ৰাৰ ছবি, ৮+৭=১৫ মাত্ৰাৰ মালতীছন্দ, প্ৰতিটো চৰণৰ শেহৰ শব্দৰে দ্বিতীয় চৰণ আৰম্ভ কৰা ১২ মাত্ৰাৰ টৌটয় ছন্দ। কেৱল এই এটা বিষয় লৈ শঙ্কৰদেৱৰ বিষয়ে হ'ব পাৰে এক গভীৰ আৰু বিস্তৃত অধ্যয়ন। শঙ্কৰদেৱে কোন কোন বিষয়ত কেনেধৰণৰ ছন্দসজ্জা ব্যৱহাৰ কৰিছে আৰু এনে ব্যৱহাৰৰ লগত ভাব আৰু বিষয়বস্তুৰ সম্পৰ্ক কি, আৰু তেওঁৰ 'জীৱন-ধৰ্ম-কাব্য-শিল্প' এই চাৰিওটি বিষয়ৰ 'দৰ্শন'ৰ সম্পৰ্ক কি, — এই বিষয়ৰ প্ৰশ্নই এনে অধ্যয়নৰ প্ৰশ্নাতীত গুৰুত্ব দাঙি ধৰিব। ইয়াত কেৱল তেনে সম্ভাৱনাৰ ইংগিত উত্থাপন কৰা হ'ল।

কাব্য-নিৰ্মিতিৰ আন এটি প্ৰধান উপাদান হ'ল — অলংকাৰ। "অলংকাৰোতি ইতি অলংকাৰঃ" অৰ্থাৎ যি বিষয়ৰ যথেষ্টতা প্ৰতিপাদন কৰে, সেয়ে অলংকাৰ। শঙ্কৰদেৱৰ ৰচনাত শব্দালংকাৰ আৰু অৰ্থালংকাৰ দুয়োবিধ অলংকাৰৰে সু-প্ৰয়োগ ঘটিছে। পাঁচ প্ৰকাৰ অনুপ্ৰাসৰ (ছেকানুপ্ৰাস, বৃত্তানুপ্ৰাস, প্ৰত্যানুপ্ৰাস, অন্তানুপ্ৰাস আৰু লাটানুপ্ৰাস), উপমা, লুপ্তোপমা, প্ৰতীক, স্মৰণ অলংকাৰ, ৰূপক, সাংগৰূপক, নিৰংগ ৰূপক, ভ্ৰান্তিমান অলংকাৰ, উল্লেখ অলংকাৰ, অতিশয়োক্তি, প্ৰতিবস্তুপমা, উৎপ্ৰেক্ষা, বিভাবনা, বিশেষোক্তি, বিৰোধ আদি অজস্ৰ অলংকাৰেৰে ভৰি আছে শঙ্কৰদেৱৰ ৰচনা। এই অলংকাৰসমূহে বৰ্ণনীয় বিষয়ক চিত্ৰময় আৰু ব্যঞ্জনময় কৰি তুলিছে। (প্ৰতিটো অলংকাৰৰ উদাহৰণ চয়ন কৰিবলৈ হ'লে সম্পূৰ্ণ পৃথক গ্ৰন্থ এখন হ'ব)। শব্দ, ছন্দ, অলংকাৰৰ সু-প্ৰয়োগে শঙ্কৰদেৱ কাব্য-নিৰ্মিত সম্পৰ্কে কিমান সজাগ আৰু সচেতন আছিল তাৰ ইংগিত দিয়ে।

ভাৰতীয় কাব্যকৃতিৰ শেষ লক্ষ্য ৰস-নিষ্পত্তি। শঙ্কৰদেৱৰ ৰচনাত নৱৰসৰ (আদি, বীৰ, ভয়ানক, কৰুণ, বীভৎস, হাস্য, শান্ত, অদ্ভুত আৰু ৰৌদ্ৰ) সমাবেশ ঘটিছে। কিন্তু মন কৰিবলগীয়া বিশেষত্ব এয়ে যে ন-বিধ ভাবাশ্ৰিত নৱৰসক ভজনীয় ৰূপলৈ নি শান্তৰস নিষ্পন্ন কৰিছে। আদি ৰসাত্মক হৰমোহন বা ৰাসক্ৰীড়াও গৈ ভক্তিৰ আত্মসমৰ্পিত ভাৱনাৰে বিকাৰহীন শান্তত উপনীত হৈছেগৈ।

কবি আৰু কাব্যতত্ত্বতো শঙ্কৰদেৱে তেওঁৰ কাব্যকৃতিক দাস্যভক্তিৰ বাহক স্বৰূপেই

স্থাপন কৰিছে যদিও প্ৰচি ছত্ৰে-ছত্ৰে তেওঁৰ নান্দনিক বোধৰ প্ৰতিফলন ঘটিছে। বিষয়ৰ, কাহিনীৰ, চৰিত্ৰৰ, ঘটনাৰ, অৱস্থাৰ বৰ্ণনাত তেওঁৰ এই বোধ সহজেই অনুভৱ কৰিব পাৰি। প্ৰসঙ্গক্ৰমে, গুৰুচৰিত-কথাত বৰ্ণিত মাধৱদেৱ, নাৰায়ণদাস ঠাকুৰ আৰু জয়ন্তীৰ মধাইৰ লগত নাৱেৰে লুইতেদি গৈ থাকোঁতে আবেলি সময়ত নাও ৰখাই তিনিওকে 'কবিতা কৰিবলৈ' দিয়া, আৰু তিনিও মুখে-মুখে ৰচনা কৰা কবিতা শুনি লগে লগে মন্তব্য দিয়াৰ মাজত কাব্য-সমালোচক শঙ্কৰদেৱকো পোৱা যায়। কবি পীতাম্বৰৰ কাব্যত ৰুক্মিণীৰ মুখত শৰীৰ-সৰ্বস্ব প্ৰেমৰ বেদনা প্ৰকাশ পোৱাত তেনে কাব্যকৃতিক কৰা কঠোৰ সমালোচনাৰ মাজত প্ৰতিফলিত হৈছে শঙ্কৰদেৱৰ নিজৰ কাব্য-দৰ্শন আৰু কাব্যৰ লক্ষ্য। আনহাতে মাধৱ কন্দলিক "পূৰ্ব কবি অপ্ৰমাদী" বুলি কৰা সশ্ৰদ্ধ প্ৰশংসাৰ মাজত যথাৰ্থ কবি-প্ৰতিভাৰ আৰু কবিতাৰ প্ৰতি শঙ্কৰদেৱৰ নিৰপেক্ষ আৰু সন্তুলিত মনোভাবৰ প্ৰকাশ ঘটিছে।

কবি শঙ্কৰদেৱৰ কাব্য-ভাবনাক তেওঁৰ জীৱন-দৰ্শন তথা আধ্যাত্মিক চেতনাৰপৰা বিচ্ছিন্ন কৰি চাব নোৱাৰি। তেওঁৰ চিন্তা, তেওঁৰ বাণী আৰু তেওঁৰ কৃতিৰ মাজত তেওঁৰ অখণ্ড ব্যক্তিত্বৰ প্ৰকাশ ঘটিছে; প্ৰকাশ ঘটিছে তেওঁৰ অতুলনীয় প্ৰতিভাৰ মহিমা। মাধৱদেৱৰ উপমাহীন সৰ্বগুণাকৰ শঙ্কৰদেৱৰ মহিমা "জানি জ্ঞানী অন্ত নাপায়" বুলি কোৱাৰ উপৰি "গীত কবিত্বগুণ শঙ্কৰদেৱৰ কীৰিতি গয়ো বহুদূৰ" বুলি কৰা মন্তব্যটিও গুৰুত্বপূৰ্ণ। কবি আৰু গীতিকাৰ-গায়ক শঙ্কৰদেৱৰ কীৰিতি কিমান দূৰলৈকে গৈছিল তাৰ অনুসন্ধান আজিও হোৱা নাই। ❑

# কীৰ্তন ঘোষা ঃ এটি ৰূপৰেখা

"কীৰ্তনত কেৱল পদৰ লয় আৰু কৃষ্ণৰ-লীলাৰ অদ্ভুত ঘটনাই নাই, ইয়াত আৰু এটি বস্তু আছে। ই অতদিন পদবিলাকৰ মাজত লুকাই আছিল। ই সাহিত্য। ..... কীৰ্তনত হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, ক্ৰোধ-ক্ষমা আদিয়ে জুমুৰি পাতিছে। ইয়াত নৱৰসৰ মিলন হৈছে। .... কেৱল এয়ে নহয়, এই সাহিত্যৰ ভিতৰত আৰু এটা বস্তুৱে ভুমুকি মাৰিছে। ইয়ে হেনো কীৰ্তনৰ ধাতু, ইয়াকে আশ্ৰয় কৰি কীৰ্তন তিষ্ঠিছে। এই আচল বস্তুটো নিভাল মাৰি ইয়াৰ মাজত সোমাই আছে। ই গূঢ় পৰম তত্ত্ব, অনাদি অনন্ত ব্ৰহ্ম আৰু ভক্তিৰ অসীম মহিমা। ..... যিবিলাকে সাহিত্যৰ মোল নুবুজে, তেওঁলোকে ইয়াৰ লয়ত মোহিত হৈছে। যিবিলাকে সাহিত্য কি তাৰ তত্ত্ব পায় তেওঁলোক ইয়াৰপৰা সাহিত্য-মধু নি মহাৰঙে চাকিবলৈ ধৰিছে। যিসকল ঈশ্বৰতত্ত্ব, সৃষ্টি-ৰহস্যৰ ব্যাখ্যা বুজিবলৈ পাৰ্গত, সিসকলে ইয়াৰপৰা জ্ঞান-মাণিক উদ্ধাৰ কৰিছে। ..... অসমৰ ইমুৰ-সিমুৰ কীৰ্তনৰ শব্দে জিনি পেলাইছে। গোটেই দেশ গোটেই জাতি ইয়াৰ পেটৰ ভিতৰত।"*

নৱবৈষ্ণৱ আন্দোলনৰ ভেটিত অসমৰ সামাজিক, সাংস্কৃতিক আৰু আধ্যাত্মিক জীৱনৰ সোণালী স্তম্ভ নিৰ্মাণ কৰোঁতা, এক কথাত ক'বলৈ গ'লে অসমীয়া জাতিৰ পিতা-স্বৰূপ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ৰচনাৱলীৰ সৰ্বাতোকৈ জনপ্ৰিয় গ্ৰন্থ 'কীৰ্তন'ৰ গুৰুত্ব, মহত্ব আৰু ব্যাপকতা সম্পৰ্কে ওপৰৰ উদ্ধৃতিটিয়ে এটি স্পষ্ট ধাৰণা দাঙি ধৰিছে।

অসমীয়া বৈষ্ণৱ-সাহিত্যৰ ভিতৰত শ্ৰীশ্ৰীশঙ্কৰদেৱ-প্ৰণীত কীৰ্তন আৰু দশম (ভাগৱতৰ দশম স্কন্ধ) আৰু শ্ৰীশ্ৰীমাধৱদেৱপ্ৰণীত ঘোষা আৰু ৰত্নাৱলী — এই চাৰিখনি গ্ৰন্থই হ'ল চাৰিটি খাই খুঁটা। এই দুগৰাকী মহাপুৰুষ সি সকলৰ কৃতি আৰু কৃতিত্বৰে, স্বৰূপ আৰু বাণীৰে এই কেইখনি গ্ৰন্থৰ মাজতে বিদ্যমান।

দৈত্যাৰি ঠাকুৰে চৰিত পুথিত (২৮৬।৮৭) বৰ্ণাইছে ঃ

গগন মণ্ডল চোৰে কীৰ্তনৰ ধ্বনি।
আনন্দ-সাগৰে লোক মজে তাকে শুনি।। ২৮৬।।
স্বভাৱে কীৰ্তন-ঘোষা পৰম সুন্দৰ।
এখনো মিলায় শুনি আনন্দ লোকৰ।।

মহাপুৰুষ মাধৱদেৱৰ ঘোষা-পুথি সম্পৰ্কেও মাধৱদেৱৰ মুখৰ ভাষ্য দিছে এই বুলি ঃ

---

* অসমীয়া পুৰণি সাহিত্য ঃ জ্ঞাননাথ বৰা

দেখা ঘোষা পুথিখান আমাৰ আছয়।
সৱে কহি আছো যিবা কহিবে লাগয়।।
তাহাৰ অৰ্থকে যিবাজনে বুজিবেক।
সেহিজনে জানা লাগ আমাক পাইবেক।। ১৫৬৫।।
ঘোষাতে সমস্তে মোৰ বল বুদ্ধি যত।

চাৰিওখনি গ্ৰন্থৰ ভিতৰত আকৌ কীৰ্তন-ঘোষা আৰু নাম-ঘোষা এই দুখনি গ্ৰন্থ হ'ল অসমৰ বৈষ্ণৱ-সম্প্ৰদায়ৰ এৰিব নোৱৰা হাত-পুথি। এই কীৰ্তন-ঘোষা পুথিখনি শ্ৰীমন্ত শঙ্কৰৰ ভক্তিধৰ্ম প্ৰচাৰৰ প্ৰথম আৰু প্ৰধান বাণীস্বৰূপ আৰু একশৰণ নামধৰ্মৰো থাই পুথি।

## কীৰ্তন-ঘোষা ৰচনাৰ কাল

শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ কেইবাখনিও জীৱন-চৰিত পুথি পোৱা হৈছে। তাৰ ভিতৰত প্ৰকাশিত পুথি হ'ল ৫খনি ঃ (১) মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ-প্ৰণীত বুলি খ্যাত পুথি, (২) ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ-প্ৰণীত পুথি, (৩) দ্বিজ ৰামানন্দ-প্ৰণীত পুথি, (৪) দ্বিজ ভূষণ (কোনো কোনোৱে কণ্ঠভূষণ বুলি ক'ব খোজে)-প্ৰণীত পুথি, আৰু (৫) লেখকৰ নাম নথকা (যদিও কোনো কোনোৱে চক্ৰপাণি বৈৰাগী-ৰচিত বুলি ক'ব খোজে) গুৰুচৰিত কথা-পুথি। এই চৰিত পুথিসমূহৰ ভিতৰত কোনো কোনো বিষয়ত তথ্য-পাতিৰ অমিল আছে। যেনে ৰামচৰণ ঠাকুৰৰ নামেৰে খ্যাত চৰিত পুথিখনিৰ মতে (পদ ১৪৫৭-১৬১৫) উনৈছ বছৰতে চিহ্নযাত্ৰা ভাওনা পাতি, সেই সময়তে ভাগৱতৰ উদ্ধৱ-সংবাদ ভাঙিছে, কুৰি বছৰত বৰদোৱাৰ নামঘৰ সজাইছে আৰু ভক্তিধৰ্ম প্ৰচাৰ কৰিছে। কিন্তু দৈত্যাৰি ঠাকুৰৰ মতে তেওঁৰ প্ৰথম তীৰ্থ-ভ্ৰমণৰ পিছতহে এইখিনি কৰ্ম আহি কৰিছেহি। দুয়োখন চৰিত পুথিৰ অন্তৰ্প্ৰমাণ আৰু বহিৰ্প্ৰমাণৰ ভিত্তিত ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিতখনিতকৈ দৈত্যাৰি ঠাকুৰ-প্ৰণীতখনিৰ নিৰ্ভৰযোগ্যতা অধিক দেখা যায়, যদিও বহুতে ৰামচৰণ ঠাকুৰৰ নামত চলাখনিতহে ভৰ দিব খোজে।

অধিক নিৰ্ভৰযোগ্য বুলি বিবেচিতখনিতে ভৰ দি আৰু অন্যান্য আনুষংগিক তথ্যাদিৰ মিল ঘটুৱাই এইকেইটা সিদ্ধান্তত উপনীত হ'ব পাৰি ঃ

(১) শ্ৰীমন্ত শঙ্কৰদেৱৰ অবিৰ্ভাৱৰ কাল ১৩৭১ শক (১৪৪৯ চন)ৰ আহিন-কাতিৰ সংক্ৰান্তিৰ দিনটি;

(২) বৈকুণ্ঠ-প্ৰয়াণৰ কাল হ'ল ১৪৯০ শক (১৫৬৮ চন);

(৩) জীৱদ্দশাৰ কাল হ'ল কম-বেছি ১২০ বছৰ।

(৪) জন্মৰ সময়তেই মাতৃ-বিয়োগ ঘটে আৰু শৈশৱতে পিতৃহীনো হয় (কেতবোৰ চৰিত পুথিত উল্লেখ কৰাৰ দৰে পিতৃবিয়োগআগতে ঘটে আৰু তাৰ পিছত মাতৃবিয়োগ ঘটে বা মাতৃয়ে সহমৰণ লয় বোলা কথাষাৰ অগ্ৰহণীয়);

(৫) বাৰ বছৰ বয়সত মহেন্দ্ৰ কন্দলীৰ টোলত ছাত্ৰজীৱন আৰম্ভ কৰে আৰু ছাত্ৰকাল শেষ কৰিয়েই শিৰোমণি ভূঞা হ'বলগীয়া হয়।

(৬) ২১ বছৰ বয়সত (১৪৭০ চনত) সূৰ্যৱতী আইক বিয়া কৰায় আৰু ৩/৪ বছৰ পিছত এটি কন্যাৰ জন্ম হয়।

(৭) এই কন্যা জন্মৰ এবছৰ মানৰ পিছতে সূৰ্যৱতী ঢুকুৱাত তেওঁৰ মনত বৈৰাগ্য হয়। ছোৱালীটিৰ ৮/৯ বছৰ হোৱাৰ পিছত, নিজৰ ৩২ বছৰ বয়সত (১৪৮১), কোনো কোনো চৰিত পুথিৰ মতে ১৭ জন সংগী লৈ, প্ৰথম তীৰ্থ-ভ্ৰমণ কৰিবলৈ যায় আৰু ১২ বছৰ তীৰ্থ-ভ্ৰমণ কৰি (১৪৯২/৯৩ চনত) ঘূৰি আহে।

তীৰ্থ-ভ্ৰমণৰ অন্তত আহি তেওঁ আত্মীয়-স্বজনৰ হেঁচাত ১৪৯৭ চনত কালিন্দী আইক বিয়া কৰায়; কিন্তু ইতিমধ্যেই নানা তীৰ্থাদি ভ্ৰমণ কৰি অহা শঙ্কৰদেৱে শিৰোমণি ভূঞাৰ বাব গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে আৰু ধৰ্মালোচনাত প্ৰবৃত্ত হ'ল।

প্ৰথমবাৰৰ এই ভ্ৰমণৰ সময়ত সম্ভৱতঃ পুৰীতেই আটাইতকৈ সৰহ দিন কটাইছিল। এই তীৰ্থ-ভ্ৰমণৰ ফলত সেই সময়ত ভাৰতৰ বিভিন্ন অঞ্চলত গঢ় লৈ উঠা নৱবৈষ্ণৱ আন্দোলনৰ লগত শ্ৰীশঙ্কৰদেৱৰ গাঢ় পৰিচয় স্থাপিত হ'ল।

(৮) বৰদোৱাত আহি থকা এই সময়ত তিৰহুতৰ জগদীশ মিশ্ৰই স্বপ্নাদিষ্ট হৈ আহি শ্ৰীশ্ৰীশঙ্কৰক শ্ৰীধৰ স্বামিৰ টীকা-সম্বলিত সম্পূৰ্ণ ভাগৱত পুৰাণ পাঠ কৰি শুনায়। এই ভাগৱত পুৰাণৰ সম্পূৰ্ণ পাঠ আৰু আলোচনাই শ্ৰীমন্ত শঙ্কৰক ভক্তিধৰ্মৰ আধাৰ স্থাপন কৰিবলৈ সমল দিলে। দৈত্যাৰিয়ে লিখিছে ঃ

বিচাৰ কৰিয়া পাচে ভাগৱত গ্ৰন্থ।
কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তিপন্থ।। ৯৫
হৰিত ভকতি আৰে কৰিবে প্ৰবন্ধ।
প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ।।

(অৱশ্যে দৈত্যাৰিৰ বৰ্ণনাত কালৰ উল্লেখৰ অস্পষ্টতাৰপৰা ভাগৱত লাভ আৰু কীৰ্ত্তন-ৰচনা তীৰ্থ-ভ্ৰমণৰ আগৰ ঘটনা যেন বোধ হয়। কিন্তু আনুষংগিক অন্যান্য তথ্যপাতিৰপৰা তীৰ্থ-ভ্ৰমণৰ পিছতেই এই ভক্তিধৰ্ম প্ৰচাৰৰ বিশিষ্ট পন্থা ৰচনাৰ সম্ভাৱনাহে অধিক।)

গতিকে ভাগৱত গ্ৰন্থৰ এই গভীৰ আৰু বহল অধ্যয়নৰ ভিত্তিত, তীৰ্থ-ভ্ৰমণৰপৰা প্ৰাপ্ত অভিজ্ঞতা'ৰ শ্ৰীশঙ্কৰদেৱে ভক্তিধৰ্ম মাৰ্গ এটি ৰচনা কৰিলে। গুৰুচৰিত কথা আৰু বৰদোৱা চৰিত মতেও তীৰ্থভ্ৰমণৰ পিছতহে আহি চিহ্নযাত্ৰা ভাৱনা পাতে। এই চিহ্ন যাত্ৰাৰ বাবেই কপিলীমুখৰ কুমাৰৰ হতুৱাই খোল সজোৱাই উলিয়ালে, মন্দিৰা, খুটিতাল আৰু বৰতাল সজোৱাই উলিয়ালে।

গতিকে, কীৰ্ত্তন-ঘোষা পুথিখনি শ্ৰীমন্ত শঙ্কৰ তীৰ্থভ্ৰমণৰপৰা ১৪৯২/৯৩ চনত

ঘুৰি অহাৰ পিছত, জগদীশ মিশ্ৰক লগপোৱা আৰু ভাগৱত গ্ৰন্থ পোৱাৰ পিছত ৰচিত হ'লে মহাপুৰুষৰ কমেও ৪৫ বছৰ বয়সৰ আগৰ ৰচনা নহয়। শ্ৰীমন্ত শঙ্কৰৰ ৰচনাৰ ানুক্ৰমিক ভাগ কৰিলে এনেভাৱে পোৱা হয় :

( ) প্ৰথম পৰ্ব : বাৰভূঞা ৰাজ্যত থকাৰ সময়
আৰম্ভৰ পৰা ১৫৬১ খ্ৰীষ্টাব্দ পৰ্যন্ত
হৰিশ্চন্দ্ৰ উপাখ্যান, ভক্তি-প্ৰদীপ, উৰেষা-বৰ্ণনা, ৰুক্মিণী-হৰণ কাব্য, বৰগীত, অমৃতমন্থন, কীৰ্তন-ঘোষাৰ অন্তৰ্গত অজামিল উপাখ্যানকে ধৰি ৭ টি অধ্যায় (অধ্যায়ৰ নাম পিছত দিয়া হৈছে)।

(খ) দ্বিতীয় পৰ্ব : আহোম ৰাজ্যত থকাৰ সময়
১৫১৬-১৫৪৩ খ্ৰীষ্টাব্দ
পত্নী-প্ৰসাদ নাটৰ উপৰি কীৰ্তন-ঘোষাৰ অন্তৰ্গত — পাষণ্ড-মৰ্দন, নাম-অপৰাধ, শিশুলীলা, কালীয়দমন, ৰাসক্ৰীড়া, কংস-বধ, গোপী-উদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছাপূৰণ, অক্ৰুৰৰ বাঞ্ছাপূৰণ।

(গ) তৃতীয় পৰ্ব : কোঁচ ৰাজ্যত থকাৰ সময়
১৫৪৩-১৫৬৮ খ্ৰীষ্টাব্দ
কীৰ্তন-ঘোষাৰ অন্তৰ্গত — বলিছলন, জৰাসন্ধ-যুদ্ধ, কালযৱন-বধ, মুচুকুন্দ স্তুতি, স্যমন্তক হৰণ, নাৰদৰ কৃষ্ণদৰ্শন, বিপ্ৰপুত্ৰ-আনয়ন, দৈৱকীৰ পুত্ৰ-আনয়ন, দামোদৰ-বিপ্ৰাখ্যান, বেদ-স্তুতি, শিশুলীলা-মালা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠপ্ৰয়াণ, ভাগৱতৰ তাৎপৰ্য, ভৃগুপৰীক্ষা আৰু ৰুক্মিণীৰ প্ৰেম-কলহ। ইয়াৰ উপৰিও অনাদিপাতন গ্ৰন্থ, ভাগৱতৰ ১ম, ২য়, ৯ম, ১০ম, ১১শ, ১২শ স্কন্ধৰ অনুবাদ, গুণমালা, নিমি-নৱসিদ্ধ সংবাদ, ৰামায়ণৰ উত্তৰাকাণ্ড, বৰগীত, টোটয়, ভটিমা, ভক্তিৰত্নাকৰ আৰু নাট্যাৱলী।

কালি দমন, কেলিগোপাল, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ আৰু ৰামবিজয় এই নাট্যাৱলী আৰু গীতসমূহ বেলেগ বেলেগ সময়ত ৰচিত হৈছে; কিন্তু ৰামবিজয় নামৰ নাটকখন তেওঁৰ অন্তিম ৰচনা বুলি প্ৰমাণিত। ১৪৯০ শক (১৫৬৮ চনত) এই নাটক ৰচিত হৈছিল আৰু সেই বছৰতে মহাপুৰুষৰ জীৱনলীলাৰো অন্ত পৰিছিল।

এই তালিকাৰপৰা দেখা গৈছে — 'হৰিশ্চন্দ্ৰ উপাখ্যান' হ'ল মহাপুৰুষৰ গৰাকীৰ প্ৰথম ৰচনা আৰু 'ৰামবিজয়' হ'ল অন্তিম ৰচনা।

কীৰ্তন-ঘোষাত সন্নিবিষ্ট অধ্যায়ৰ সৰ্বমুঠ সংখ্যা হ'ল ৩৪টি। তাৰে ভিতৰৰ ভাগৱত তাৎপৰ্য অংশটি ওৰেষা-বৰ্ণনাৰ শেষত সংযোগ কৰা অংশ বুলি কোনো সমালোচকে ক'ব খোজে (ডিম্বেশ্বৰ নেওগ : যুগনায়ক শঙ্কৰদেৱ, পৃঃ ১৮৬)। তদুপৰি 'ৰুক্মিণীৰ প্ৰেম-কলহ' আৰু 'ভৃগু-পৰীক্ষা' নামৰ অধ্যায় দুটিকো শঙ্কৰদেৱৰ ৰচনা নহয় বুলি ক'ব খোজে। ৰচনাৰ ফালৰপৰাও দুয়োটি অধ্যায় কীৰ্তন-ঘোষাৰ অন্যান্য অধ্যায়সমূহতকৈ

তল খাপৰ। গতিকে এই দুটি অধ্যায় গুৰুজনাৰ ৰচিত নহয় এনে বুলি কোবাৰ একেবাৰে যুক্তিও নোহোবা নহয়। বহুতো সাঁচিপতীয়া পুথিত এই অধ্যায় দুটিৰ সন্নিবেশ দেখা পোৱা নাই। অৱশ্যে ৰামচৰণে কীৰ্তনৰ অধ্যায়সমূহ একেঠাই কৰোঁতেও এই দুটি অধ্যায় বাদ পৰি যোৱাৰ সম্ভাৱনা নথকা নহয়।

ইয়াৰ উপৰিও কীৰ্তন-ঘোষাত শ্ৰীধৰকন্দলিৰ 'ঘুনুচা-কীৰ্তন' আৰু ৰত্নাকৰ কন্দলিৰ 'সহস্ৰনাম বৃত্তান্ত' সন্নিবিষ্ট হৈ আহিছে। আনহাতে শ্ৰীমাধৱদেৱৰ দ্বাৰা ৰচিত 'মাধৱ মুকুন্দৰাম। ঘোষিয়ো হৰিৰ নাম।।" এই ঘোষাৰে আৰম্ভ হোৱা 'ধ্যানবৰ্ণন'ৰ এটি কীৰ্তনো সংযোজিত হৈ আহিছে। এই তিনিউটি অধ্যায় — মাধৱদেৱৰ আজ্ঞাৰেই সন্নিবিষ্ট হোৱাৰ সম্ভাৱনা।

এই আটাইকেউটি এৰি কীৰ্তন-ঘোষাত সন্নিবিষ্ট মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ প্ৰণীত ২৯টি অধ্যায় সম্পৰ্কে কোনো প্ৰকাৰৰ মতদ্বৈধতা থাকিব নালাগে। অৱশ্যে ড° মহেশ্বৰ নেওগে 'কালীয় দমন' অধ্যায়টিক শিশুলীলাৰ অনুখণ্ড হিচাপে দেখুৱাইছে।

১৫১৬/১৭ খ্ৰীঃ পৰ্যন্ত বাৰভূঞা ৰাজ্যতে থকাৰ সময়তেই দৰাচলতে শ্ৰীমন্ত শঙ্কৰৰ বিশিষ্ট ভক্তিমাৰ্গৰ আৰম্ভণি আৰু প্ৰতিষ্ঠা ঘটিছে। শেহলৈ কছাৰী-শাসনৰ লগত বাৰভূঞা-শাসনৰ ৰাজনৈতিক দ্বন্দ্ব-সংঘটনৰ ফলত আৰু বাৰভূঞা-শাসন দুৰ্বল হোৱাৰ ফলত শ্ৰীশঙ্কৰদেৱ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ আহোম-শাসনৰ ভিতৰুৱা ঠাইলৈ যায় আৰু পিছলৈ মাজুলীৰ ধুৱাঁহাট আৰু বেলগুৰিত ৰয়হি। এই সময়ত আহোম-শাসনৰ সন্দেহাধীন আৰু যাজক-পুৰোহিতসকলৰ শত্ৰুতাৰ সন্মুখীন হ'বলগীয়া হয়। এই সময়তে 'পাষণ্ডমৰ্দন' আৰু 'নামাপৰাধ' এই অধ্যায় দুটি সম্পূৰ্ণ কৰি বিৰুদ্ধপন্থীসকলৰ বিৰোধিতাৰ যথাযথ প্ৰত্যুত্তৰ দিয়ে। সেইবাবেই এই দুটি অধ্যায়ৰ বক্তব্য অতিশয় স্পষ্ট আৰু পোনপটীয়া; আৰু লগতে শাস্ত্ৰ-সমৰ্থিত স্বৰূপেও অনেক উল্লিখন ইয়াত উত্থাপিত হৈছে ঃ 'নামাপৰাধ'ৰ মূল পদ্মপুৰাণৰ স্বৰ্গখণ্ড বুলি পোনতে উল্লেখ কৰিছে আৰু শেষত —

নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰাণসী হন্তে।।
তাহাংক চাই নিবন্ধিলো পদ।
হৰি হৰি বুলি তৰা আপদ।। ৩৮।। বুলি সামৰিছে।

'পাষণ্ড-মৰ্দন'ত ভাগৱতৰ ১ম, ২য়, ৩য়. ৪ৰ্থ, ৭ম, ৮ম, ৯ম, ১০ম, ১১শ, ১২শ — এই কেইটা স্কন্ধৰ উল্লিখনৰ উপৰিও বৃহৎ নাৰদী পুৰাণ, পদ্মপুৰাণ, সুত-সংহিতা আদিৰ উল্লিখনসহ নামধৰ্মৰ যুক্তি-যুক্ততা প্ৰতিষ্ঠাপন কৰিছে। এই সময়তে (১৫২২ চনত) মাধৱদেৱৰ লগত সাক্ষাৎ আৰু মিলন হয়। শেহত যেতিয়া শ্ৰীশঙ্কৰৰ জোঁৱায়েকক ৰজাৰ চাওদাণ্ডে কাটিলে, তাৰপৰা ১৫৪৬ চনত নৰনাৰায়ণ ৰজাৰ শাসনৰ ভিতৰুৱা কামৰূপলৈ যাত্ৰা কৰিলে। কোঁচ ৰাজ্যতো তেওঁ বিৰোধীসকলৰ সন্মুখীন হ'বলগীয়া হয় যদিও

শেষত ৰজা নৰনাৰায়ণ আৰু ৰাজ-ভাতৃ চিলাৰায়ক মিত্ৰৰূপে লাভ কৰিলে। এই সময়ছোৱাই তুলনামূলকভাৱে শান্তিৰ সময় আছিল। ইয়াৰ পৰাই তেওঁ ২য় বাৰ তীৰ্থভ্ৰমণলৈ যায়।

এটা কথা প্ৰমাণ-সিদ্ধ যে কীৰ্তন-ঘোষাৰ বেলেগ বেলেগ অংশ বেলেগ বেলেগ সময়ত লিখা হৈছিল আৰু ভক্তিধৰ্ম-প্ৰচাৰত এই কীৰ্তন-ঘোষা যিটি ৰূপত পোৱা হৈছে — প্ৰথমতে সেই ৰূপতে ইয়াৰ অধ্যায়সমূহ সংগ্ৰথিত হৈ থকাৰ কোনো প্ৰমাণ নাই।

শ্ৰীমন্তশঙ্কৰে বঢ়াৰপো ভক্ত মাধৱৰ্ত সকলো কথা-বস্তু থৈ ১৪৯০ শক (১৫৬৮ চন)ত বৈকুণ্ঠ-প্ৰয়াণ কৰিলে। সেই সময়ৰপৰা ১৫৯৫ চনমানলৈকে কীৰ্তন-ঘোষাৰ বিভিন্ন অধ্যায়সমূহ হাজো, দক্ষিণকূল, বৰপেটা, বৰনগৰ, কালজাৰ, ভৱানীপুৰ আৰু আহোম ৰাজ্যৰ অনেক ঠাইত সিঁচৰতি হৈ আছিল। মহাপুৰুষ মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰে এই অধ্যায়সমূহ সংগ্ৰহ কৰে আৰু ১৫৯৫ খ্ৰীষ্টাব্দত অৰ্থাৎ মহাপুৰুষ শঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ ২৭ বছৰৰ পিছত, সংগৃহীত আৰু সংকলিত অধ্যায়সমূহৰে কীৰ্তন-ঘোষা পুথিখনি সম্পূৰ্ণ কৰে। এবছৰৰ ভিতৰত এই কাৰ্য সম্পাদনা কৰি ৰামচৰণ ঠাকুৰে ১৫১৮ শকৰ জেঠ মাহত (১৫৯৬ চনৰ মে/জুন) মহাপুৰুষ মাধৱদেৱৰ হাতত অৰ্পণ কৰে। মাধৱদেৱে হাতত লৈ আদ্যোপান্ত চালে, আৰু

যৈত যিবা কথা থৈৰে লাগে থৈছে
বিচাৰি দেখিল পাছে।। ১৫৮৭।
নালাগে লাড়িবে ভাল আছে সৱে
এহি বুলি হাসিলন্ত। ১৫৮৮।।

কোনো কোনোৱে ক'ব খোজে যে — কীৰ্তন পুথিৰ অধ্যায়সমূহৰ ক্ৰম ৰামচৰণে যুগুত কৰা; ৰামচৰণ-সংকলনৰ ক্ৰম যথাযথ হৈছে বুলি মাধৱদেৱে সেই ক্ৰম গ্ৰহণ কৰিছে আৰু কীৰ্তন-ঘোষাক আজিকোপতি সেই ৰূপতে পোৱা হৈছে। কিন্তু দৈত্যাৰিৰ চৰিত পুথিৰ উদ্ধৃত পদৰ ভিত্তিত কোনো কোনোৱে ক'ব খোজে যে — ক্ৰমটি মহাপুৰুষ শঙ্কৰদেৱেই কৰি গৈছিল; তেখেতে কেৱল নিজে সকলো অধ্যায় একেলগ কৰা নাছিল। ৰামচৰণে পূৰ্বৰপৰা থকা সেই ক্ৰম ৰক্ষা কৰি সংকলন কৰাৰ বাবেই মাধৱদেৱে য'ত যি কথা থাকিব লাগে তেনেকৈ থোৱা হৈছে বুলি মত দি অনুমোদন জনাইছে।

আনহাতে মাধৱদেৱে ৰামচৰণ-সংকলিত পুথিখনি পাই —

আন একখান কাৰিবাক প্ৰতি
পূৰ্বে মোৰ মন ভৈল। ১৫৮৬
(আৰু) ৰামচৰণে আৰু একঠাই কৰি
মোৰ সে কাম কৰিলে।। ১৫৮৭

বুলি কোৱাৰপৰা গুৰুজনাৰ দিনত ক্ৰম ৰক্ষা কৰি একেঠাই কৰা হৈছিল বুলি ডাঠি ক'ব

নোৱাৰি। গতিকে 'যৈত যিবা কথা থৈব লাগে থৈছে' বুলি মাধৱদেৱে কোৱাৰ অৰ্থ — মাধৱদেৱে ভবাৰ দৰেই সংকলিত হোৱাটোহে বুলি অনেকে ধাৰণা কৰে। কিন্তু আন কেইটিমান কথালৈ চাই ক্ৰমটি অন্ততঃ পুৰণি এনে ধাৰণাও নোহোৱাকৈ নাথাকে।

মহাপুৰুষ মাধৱদেৱে ৰামচৰণ-সংকলিত কীৰ্তন-ঘোষা পুথিত সামান্য কিছু হস্ত-কৰ্ম কৰি দিব পাৰে। যেনে — শ্ৰীমন্ত শঙ্কৰদেৱে কোনো মংগলাচণম্ শ্লোক ৰচনা কৰা নাছিল; কিন্তু মাধৱদেৱে 'চতুৰ্বিংশতি অৱতাৰ' অধ্যায়ৰ মুখবন্ধতে 'কৃষ্ণায় বাসুদেৱায় দৈৱকীনন্দনায় চ' এইটি আৰু 'মুকং কৰোতি বাচালং পংগুং লংঘয়তে গিৰিম্' এইটি — এই দুটি শ্লোক ভাগৱতৰপৰা তুলি সন্নিৱেশ কৰি দিলে। তদুপৰি মাধৱদেৱৰ আজ্ঞাৰেই ৰত্নাকৰ কন্দলিৰ 'সহস্ৰনাম বৃত্তান্ত' কীৰ্তন-ঘোষাৰ ভিতৰুৱা কৰা হ'ল। আনহাতে শঙ্কৰদেৱৰ ওৰেষা-বৰ্ণনক ৰত্নাকৰ কন্দলিৰ ৰচনাৰ পিছত ঠাই দিয়া হ'ল কিয়? যদি গুৰুজনাৰ দিনৰপৰাই ওৰেষা-বৰ্ণন এনেভাৱে চলি থকাৰ ইংগিত নাথাকে, মাধৱদেৱে নিজে গুৰুৰ ৰচনাক এনেভাৱে পিছলৈ ঠেলি দিলেহেঁতেন নে? হয়তো এই অধ্যায় মহাপুৰুষৰ প্ৰথমৰ ৰচনা (শ্ৰীধৰস্বামিৰ টিকা-সম্বলিত ভাগৱত পোৱাৰ আগৰ)। ফলত তাত স্কন্দ পুৰাণৰ উৎকল খণ্ডৰ ভিত্তিত শিৱমন্ত্ৰ পাঠ, শিৱলিংগ পূজা, দ্বাদশাক্ষৰ মন্ত্ৰ পাঠ আদি একশৰণীয় ধৰ্মৰ বিৰোধী কথা থকাত, কীৰ্তনত আগস্থান দিয়া নহ'ল।

কীৰ্তন-ঘোষাত মাধৱদেৱৰ ভনিতাযুক্ত ধ্যান-বৰ্ণনৰ কীৰ্তনটি তেতিয়াই সোমোৱা সম্ভৱপৰ। তদুপৰি শ্ৰীধৰকন্দলিৰ ঘুনুচা-যাত্ৰাৰ সন্নিৱেশৰ সময়-সম্পৰ্কেও সমালোচকসকল একমত নহয়। আমাৰ বোধেৰে ওৰেষা-বৰ্ণনৰ বিষয়ৰ লগত সম্পৰ্ক থকা এই অধ্যায়টি পিছতহে কীৰ্তন-ঘোষাত সোমাল। এই ক্ষেত্ৰত সাহিত্যৰথী বেজবৰুৱাৰ মতো প্ৰণিধানযোগ্য। বেজবৰুৱাই এই অধ্যায়টিৰ ৰচনাৰ মান মহাপুৰুষৰ ৰচনাতকৈ তলখাপৰ আৰু কীৰ্তনৰ প্ৰধান লক্ষণ-বিবৰ্জিত বুলি কৈছে।

মুঠতে, পুৰণি ক্ৰম ৰক্ষা কৰি হওক বা নতুন ক্ৰম তৈয়াৰ কৰি হওক, কীৰ্তন-ঘোষা প্ৰথম সংকলন কৰিলে ৰামচৰণ ঠাকুৰে আৰু প্ৰথম সম্পাদনা কৰিলে মহাপুৰুষ মাধৱদেৱে।

**শ্ৰীশঙ্কৰৰ ধৰ্মমত আৰু এই মতৰ দাৰ্শনিক ভেটি ঃ**

আন দেৱীদেৱ নকৰিবা সেৱ
মূৰ্তিকো নচাইবা তাৰ।
গৃহ নপশিবা প্ৰসাদো নখাইবা
ভক্তি হৈব ব্যভিচাৰ।।

— বুলি সকীয়াই দিয়া শ্ৰীশঙ্কৰৰ ধৰ্মমতৰ ঘাই কথাই হ'ল একশৰণ। মাধৱদেৱৰ লগত (মাজুলীত থকাৰ সময়ত) সাক্ষাৎ হওঁতে উদ্ধৃত কৰা –

যথা তৰোৰ্মূল নিঃষেচনেন
তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ।
প্ৰাণোপহাৰশ্চ যথেন্দ্ৰিয়াণাং
তথা সৰ্বাৰ্চন মূচ্যতেভ্যঃ।।

শ্লোকফাকিও এই প্ৰসংগত উল্লেখযোগ্য। 'সৰ্বধৰ্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ' — গীতাৰ এই শ্লোকতো একশৰণ ধৰ্মমত স্পষ্টভাৱে প্ৰতিভাত। শ্ৰীমন্ত শঙ্কৰে এই একশৰণ মতকে প্ৰচাৰ কৰিবলৈ ভক্তিমাৰ্গৰ বাট কাটিলে। ভক্তিধৰ্মৰ ঘাই আধাৰ কৰি ল'লে নাম-কীৰ্তনক।

শ্ৰৱণ কীৰ্তন স্মৰণ বিষ্ণুৰ
অৰ্চন পদ-সেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহ অৰ্পণ।।

এই ন-বিধ ভক্তিৰ ভিতৰত 'কীৰ্তন' (নাম-কীৰ্তন)ত শ্ৰৱণ, কীৰ্তন, স্মৰণ আৰু বন্দন এই ৪ বিধ ভক্তি ঘনভাৱে জড়িত। ভক্তিৰ দ্বিতীয় স্তৰত দাস্য, সখিত্ব, অৰ্চন, পদসেৱন আৰু দেহঅৰ্পণ সম্ভৱপৰ। ভাগৱতৰ কৃষ্ণ হ'ল স্বয়ং ভগৱান ঃ 'কৃষ্ণস্তু ভগৱান স্বয়ং'। তেৱেঁই বিষ্ণু। শ্ৰীমন্ত শঙ্কৰে এই বিষ্ণুৰ পূৰ্ণাৱতাৰ কৃষ্ণকে ইষ্ট গুৰু বুলিছে।

কোনো কোনো সমালোচকে শ্ৰীশঙ্কৰদেৱ-প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ দাস্যভাৱত ভেটি কৰি, জীৱ আৰু ঈশ্বৰৰ পৃথকতালৈ আঙুলিয়াই দি শ্ৰীশঙ্কৰক দ্বৈতবাদী বুলিবলৈও প্ৰয়াস কৰে। তদুপৰি ওৰেষা-বৰ্ণনৰ অংশ-বিশেষৰ ওপৰত ভৰ দি শ্ৰীশঙ্কৰক তপ-জপ, যাগ-যজ্ঞৰ অবিৰোধীস্বৰূপে ব্যাখ্যা কৰিব খোজে।

কিন্তু শ্ৰীমন্ত শঙ্কৰৰ সবাতোকৈ জনপ্ৰিয় গ্ৰন্থ 'কীৰ্তন-ঘোষা'ই তেওঁৰ ধৰ্মৰ দৰ্শন-সম্পৰ্কে স্পষ্ট ইংগিত দি থৈছে। তেওঁৰ অন্যান্য ৰচনাৱলীতো তেওঁৰ মত সৰ্বত্ৰ সিঁচৰতি হৈ আছে। তত্ৰাচ কোনো কোনোৱে বহুসময়ত শঙ্কৰদেৱৰ সম্পৰ্কে এইবুলি ক'বলৈ প্ৰয়াস কৰে যে (১) তেওঁ কোনো স্পষ্ট দৰ্শনৰ সৃষ্টি কৰি যোৱা নাই; (২) তেওঁৰ ৰচনাৱলী যিহেতু ঘাইকৈ ভাগৱতৰ কাহিনীৰে ৰূপান্তৰ, গতিকে তেওঁৰ সৃষ্টিত মৌলিকত্ব নাই।

শ্ৰীশঙ্কৰদেৱ বেদান্তৰ অদ্বৈত ব্ৰহ্মত বিশ্বাসী, সেই সম্পৰ্কে কোনো সন্দেহ থকা উচিত নহয়। কিন্তু তেওঁ শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদত ভৰ দিয়া নাই। আনহাতে ৰামানুজম্-প্ৰৱৰ্তিত বিশিষ্টাদ্বৈতবাদৰো তেওঁ প্ৰবক্তা নহয়। কাৰণ তেওঁ দাৰ্শনিক তত্ত্ব হিচাপে বেদান্তৰ তত্ত্বক আৰু ভাগৱতৰ ভক্তিতত্ত্বক পোনপটীয়াকৈ গ্ৰহণ কৰিছে। উপনিষদৰ ব্ৰহ্মাকে (বৃহ্, ধাতুৰ অৰ্থ বৃদ্ধি পোৱা; অৰ্থাৎ ব্ৰহ্মাৰপৰাই সকলোৰে জন্ম ঘটিছে) উত্তৰ মীমাংসাত বাদৰায়নাচাৰ্যই একমাত্ৰ সত্য স্বৰূপে

প্ৰতিষ্ঠা দি গৈছে। শঙ্কৰাচাৰ্যয়ো এই ব্ৰহ্মাৰ বাহিৰে সকলো অসত্য আৰু ম.য়া বুলি প্ৰতিপন্ন কৰিছে ঃ

শ্লোকাৰ্দ্ধেন প্ৰৱক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভিঃ।
ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱ ব্ৰহ্মৈৱ কেৱলম্।।

শ্ৰীমন্ত শঙ্কৰৰ মত —

বুদ্ধি মন ইন্দ্ৰিয় মহত্ব অহংকাৰ।
ব্ৰহ্মাত পৃথক নুহি যতেক সংসাৰ।।
ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখি আন।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান।। (দ্বাদশ স্কন্ধ ভাগৱত)

হৰমোহনৰ হৰ-স্তুতিৰ অংশ এই অংশৰ সমাৰ্থক ঃ

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিক তোমাত ব্যতিৰেক।। ৫২০
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণে কুণ্ডলে যেন নাহিকে অন্তৰ।।
... ... ... ...
তুমি সে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীজনে কৰে হৃদয়ত ধ্যান।।

শঙ্কৰদেৱেও এই 'নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ' কৰি গৈছে। কীৰ্তন-ঘোষাৰ প্ৰথম অধ্যায়স্বৰূপে সংগ্ৰথিত 'চতুৰ্বিংশতি অৱতাৰ বৰ্ণন'ৰ প্ৰথম পদফাকিয়েই তাৰ প্ৰকৃষ্ট উদাহৰণ।

প্ৰথমে প্ৰণামো ব্ৰহ্মাৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।

বেদান্তৰ ব্ৰহ্মাকে সৰ্বপ্ৰথম প্ৰণাম জনাই এই তত্ত্বৰ প্ৰতি অবিচল আস্থা প্ৰকাশ কৰিছে। কিন্তু তাৰ লগে লগেই 'সৰ্বঅৱতাৰৰ কাৰণ নাৰাণ' বুলি অৱতাৰবাদ মানি লৈছে।

স্বৰূপাৰ্থত দেখা যায় দুটা দৃষ্টিৰে ব্ৰহ্মাক ব্যাখ্যা কৰিব পাৰি। এটা হ'ল — পাৰমাৰ্থিক দৃষ্টি আৰু আনটো হ'ল ব্যৱহাৰিক দৃষ্টি। পাৰমাৰ্থিক দৃষ্টিত ব্ৰহ্মাৰ কোনো ভেদ নাই, ব্ৰহ্মাত জীৱজগতৰ কোনো গুণ আৰোপ কৰা নাযায়; ব্ৰহ্মাৰ পাৰমাৰ্থিক সত্তা বৰ্ণনাতীত, নিৰ্গুণ আৰু নিৰ্বিশেষ। জীৱ আৰু ব্ৰহ্মাৰ মাজতো ভেদ নাই, দুয়ো এক আৰু অভিন্ন। ভেদ দৃষ্টিৰ অন্ত হ'লেই 'তত্ত্বমসি' আৰু 'সোহং' এই জ্ঞান হ'ব আৰু আত্মা বন্ধনমুক্ত হ'ব। ভেদজ্ঞান হ'ল মায়াজনিত, অবিদ্যাজনিত (অবিদ্যা নাশিলে লাগ পাৱয় সততে জানা কণ্ঠলগ্ন বস্তুক সাক্ষাত)। এই অবিদ্যা বা মায়া আঁতৰিলেই, অৰ্থাৎ 'সৎ' জ্ঞান

লাভ হ'লেই জীৱ আৰু জগত ব্ৰহ্মাতে লীন হয়। এয়ে হ'ল ব্ৰহ্মাৰ স্বৰূপ-লক্ষণ।

আনটো দৃষ্টিৰে অৰ্থাৎ ব্যৱহাৰিক দৃষ্টিৰে — জীৱজগৎ সত্য যেন ভাৱ হয়। এই দৃষ্টিৰে চাই ব্ৰহ্মাক জগতৰ স্ৰষ্টা, পালনকৰ্তা আৰু সংহাৰ-কৰ্তা বুলি কোৱা হয়; ব্ৰহ্মাকে সৰ্বজ্ঞ, সৰ্বশক্তিমান 'পুৰুষ' বুলি কোৱা হয়। এয়ে হ'ল সগুণ ঈশ্বৰ। ইয়াকেই ব্ৰহ্মাৰ তটস্থ-লক্ষণ বুলিও কোৱা হয়।

শঙ্কৰাচাৰ্যৰ বিশুদ্ধ অদ্বৈতবাদত ব্ৰহ্মাৰ সজাতীয়, বিজাতীয় বা স্বগত কোনো ভেদ নাই; জীৱ ব্ৰহ্মৈৱ কেৱলম্। কিন্তু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদত ব্ৰহ্মাৰ স্বগতভেদ স্বীকৃত। যিদৰে একেটি শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগৰ মাজত পাৰ্থক্য আছে, কিন্তু সকলো অংগ-প্ৰত্যংগই একেটি শৰীৰৰ অবিচ্ছিন্ন অংশ, তেনেদৰে জীৱ আৰু ব্ৰহ্মাৰ পৃথকতা আছে, যদিও জীৱ ব্ৰহ্মাৰে অবিচ্ছিন্ন অংশ। সাংখ্য দৰ্শনৰ দৰে ৰামানুজেও জগতক (যাক শঙ্কৰাচাৰ্যই অসৎ আৰু প্ৰতিভাস মাত্ৰ বুলিছে) প্ৰকৃতিস্বৰূপে গ্ৰহণ কৰিছে। কিন্তু সাংখ্যৰ লগত পৃথকতাও আছে। এই প্ৰকৃতিৰ এটা সম্পূৰ্ণ সুকীয়া অস্তিত্ব ৰামানুজে গ্ৰহণ কৰা নাই; বৰং প্ৰকৃতিক ব্ৰহ্মাৰ দ্বাৰা নিয়ন্ত্ৰিত ব্ৰহ্মাৰ অংশ বুলিহে গ্ৰহণ কৰিছে। অৰ্থাৎ ব্ৰহ্মাৰদৰে প্ৰকৃতি বা জগতৰ অস্তিত্বও সত্য। শঙ্কৰাচাৰ্যৰ লগত ৰামানুজৰ পাৰ্থক্য এইখিনিতে অধিক। তেওঁৰ মতে এক ব্ৰহ্মা সকলো পদাৰ্থতে বিদ্যমান আৰু সকলো পদাৰ্থৰ সত্তা ব্ৰহ্মাত প্ৰতিষ্ঠিত। অৰ্থাৎ সোণ আৰু সোণৰ কুণ্ডল, মাটি আৰু মাটিৰ পাত্ৰৰ পাৰ্থক্য আৰু সম্পৰ্ক যেনে, ব্ৰহ্মা আৰু জগতৰ সম্পৰ্কও তেনে। তাৰ উপৰিও ব্ৰহ্মা হ'ল সৰ্বশক্তিমান, সৰ্বজ্ঞ, সৰ্বব্যাপ্ত, সৃষ্টি-স্থিতি-লয়ৰ কাৰণ। এক কথাত ৰামানুজৰ ব্ৰহ্মাবাদ — ঈশ্বৰবাদৰ সমপৰ্যায়ৰ। ৰামানুজৰ মতে ব্ৰহ্মাই — অৰ্চা, বিভৱ, ব্যূহ, সূক্ষ্ম আৰু অন্তৰ্যামী এই পাঁচ প্ৰকাৰে অৱস্থান কৰে। ব্ৰহ্মাবোধৰ বাবে — অভিগমন, উপাদান, কথা, অধ্যায় আৰু যোগ এই পাঁচ প্ৰকাৰ উপাসনা-পদ্ধতিও ৰামানুজৰ দ্বাৰা স্বীকৃত বুলি কোনো কোনোৱে ক'ব খোজে।

শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদ আৰু ৰামানুজৰ বিশিষ্ট-অদ্বৈতবাদৰ *এই ধাৰণাৰ ভিত্তিত* আমি শ্ৰীমন্ত শঙ্কৰক চাব পাৰোঁ। দেখা যায়, শ্ৰীমন্ত শঙ্কৰে বেদান্তৰ ব্ৰহ্মাক সম্পূৰ্ণভাৱেই স্বীকাৰ কৰিছে (বেদান্তৰো জানা এহিসে তত্ত্ব) আৰু ব্ৰহ্মাক একমাত্ৰ সৎ, চিৎ আৰু আনন্দৰূপে গ্ৰহণ কৰিছে। জগতক তেওঁ অসন্ত অৰ্থাৎ 'অসত্য' বুলি স্পষ্টকৈ কৈছে — 'অসন্ত জগৎখান তোমাতে প্ৰকাশি আছে); আন এঠাইত কৈছে :

তুমি সত্য ব্ৰহ্মা তোমাত প্ৰকাশে
জগত ইটো অসন্ত।

কিন্তু যিদৰে ব্ৰহ্মাৰূপী সনাতনক স্বীকাৰ কৰি লৈয়ো সৰ্বঅৱতাৰৰ কাৰণ-নাৰায়ণকো গ্ৰহণ কৰিছে, তেনেদৰেই অসন্ত জগতৰ মাজেদিও সৎ অন্তৰ্যামী ভগৱন্তই প্ৰকাশ লাভ কৰি আছে — সেই কথাও লগে লগে ঘোষণা কৰিছে :

জগততো সদা তুমিয়ো প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।

আনহাতে,

ব্ৰহ্ম ব্যাতিৰকে মিছা যত দেখি আন।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান।। — বুলি ব্ৰহ্মৰ একত্ব, অদ্বিতীয়ত্ব স্বীকাৰ কৰিছে আৰু জগতক ভ্ৰম বা মায়া বুলি অভিহিত কৰিছে।

এই কথা সদায় স্মৰণযোগ্য যে শ্ৰীমন্ত শঙ্কৰে দৰ্শন প্ৰচাৰ কৰা নাছিল; তেওঁ প্ৰচাৰ কৰিছিল ভক্তিধৰ্ম, যদিও এই ভক্তিধৰ্ম এটি দৰ্শনৰ ওপৰতে প্ৰতিষ্ঠিত। তেওঁৰ দৰ্শনৰ মূলভেটি হ'ল অদ্বৈত ব্ৰহ্ম, যি 'অদ্বৈত ব্ৰহ্মবোধ' শঙ্কৰাচাৰ্যৰ 'অদ্বৈতবাদৰ' পৰা পৃথক। কিন্তু ধৰ্মৰ আধাৰ হ'ল 'পুৰাণ সূৰ্য' ভাগৱতৰ কৃষ্ণ, যি কৃষ্ণ স্বয়ং শুদ্ধ চৈতন্যময় (ধ্যান বৰ্ণন-৯) বিষ্ণু। বিষ্ণুশব্দৰ অৰ্থই হ'ল — সৰ্বব্যাপ্ত। আনহাতে এই সৰ্বব্যাপ্ত বিষ্ণুৱেই গকুলৰ, বৃন্দাবনৰ, মথুৰাৰ কৃষ্ণ। কৃষ্ণ শব্দৰ ব্যুৎপত্তিগত অৰ্থ হ'ল — পৃথিৱীৰ আনন্দৰ কাৰণ। (কৃষ্ণ হেন শব্দ ইটো পৃথিবী বাচক ভৈল, ন আনন্দত প্ৰবৰ্তয়)। তেওঁ সৎ (সনাতন), তেওঁ চিৎ (চৈতন্যময়) আৰু তেওঁ আনন্দ (আনন্দময়)।

শ্ৰীমন্ত শঙ্কৰৰ মূল লক্ষ্য — বেদান্তৰ ব্ৰহ্ম; আৰু সেই ব্ৰহ্মক উপলব্ধি কৰাৰ বাবে কৃষ্ণ হ'ল যাই আধাৰ। লক্ষ্যপ্ৰাপ্তিৰ বাবে যিটি পথ নিৰূপণ কৰিলে, সেই পথ দাৰ্শনিকৰ জ্ঞান-পথ নহয়, সেই পথ হ'ল অবিচল বিশ্বাসৰ ভেটিত প্ৰতিষ্ঠিত (বিশ্বাসে পাইবন্ত হৰি তৰ্কে বহু দূৰ) একশৰণ ধৰ্ম। একশৰণ ধৰ্মৰো আকৌ প্ৰধান মাধ্যম হ'ল কৃষ্ণৰ নাম কীৰ্তন আৰু শ্ৰৱণ। এই নামে সাতবিধ কাৰ্য সমাধা কৰিব ঃ

প্ৰথমে দহিবে পাতকচয়।
কৰিবে মহাপুণ্য অভ্যুদয়।।
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত পৰাইবে প্ৰেম-ভকতি।। ৩২
উপজাইবে আতি বৈষ্ণৱ-জ্ঞান।
মায়াকো দহিয়া কৰে নিৰ্বাণ।।
চৈতন্য-মূৰ্তি পূৰ্ণানন্দ হৰি।
থৈবন্ত তেন্তেয়েৰে একে কৰি।। ৩৩
(নাম-অপৰাধ)

পাষণ্ড-মৰ্দনত কৈছে ঃ

জ্ঞানত কৰ্মত কৰি সম্প্ৰতি।
হৰি কীৰ্তনেসে পৰম গতি।। ৩১
... ... ...

জ্ঞানতো কৰ্মতো কৰিয়া নৰ।
হৰি-কীৰ্তনক কৰা আদৰ।। ৭০

গতিকে অতিশয় স্পষ্টভাৱেই জ্ঞান-মাৰ্গ পৰিত্যাগ কৰিবলৈ জনোৱা এই আহ্বানৰ এটা মনস্তাত্ত্বিক আৰু প্ৰায়োগিক যুক্তিযুক্ততা আছে। জ্ঞানৰ পথ হ'ল জটিল তৰ্কেৰে কণ্টাকাকীৰ্ণ। সাধাৰণ মানুহৰ বাবে এই পথ গ্ৰহণ কৰা সম্ভৱ নহয়। তৎকালীন অসম-কামৰূপ-বেহাৰত ধৰ্মৰ নামত চলা নানা ব্যভিচাৰ প্ৰত্যক্ষ কৰি আৰু সৰ্বসাধাৰণে বিভ্ৰান্ত আৰু পথ-ভ্ৰষ্ট হোৱাটো প্ৰত্যক্ষ কৰি — সৰ্বসাধাৰণৰ গ্ৰহণযোগ্য ভক্তি-পথ নিৰ্মাণ কৰাত শ্ৰীমন্ত শঙ্কৰৰ মৌলিকত্ব উজ্জ্বলভাৱে প্ৰতিভাত হৈছে। ইয়াৰ দ্বাৰা বেদান্তৰ মূল লক্ষ্যও ৰখা হ'ল আৰু এই লক্ষ্যপ্ৰাপ্তিৰ জটিল পথো পৰিহাৰ কৰা হ'ল। ব্যৱহাৰিক দৃষ্টিত জীৱ আৰু ব্ৰহ্মৰ পৃথকতা দেখুৱাই পাৰমাৰ্থিক দৃষ্টিত জীৱ আৰু ব্ৰহ্মৰ একত্ব স্থাপন কৰি একপ্ৰকাৰ শ্ৰীমন্ত শঙ্কৰে অদ্বৈতবাদী দৰ্শনৰ এটি বিশিষ্ট প্ৰায়োগিক পন্থা নিৰ্মাণ কৰিলে।

ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম। — বুলি ঈশ্বৰক ভক্তি কৰিবলৈ উপদেশ দিয়েই কৈছে ঃ

ব্ৰহ্মপদে শুদ্ধ জীৱক বোলয়
ঈশ্বৰ পৰম ব্ৰহ্ম।।

সাংখ্যৰ পুৰুষ আৰু প্ৰকৃতিৰ ওপৰত বেদান্তৰ অদ্বয় ব্ৰহ্ম 'নয়ন্ত্ৰা মাধৱ', বেদৰ গুপুত বিত্ত নাৰায়ণ, পুৰাণৰ 'সৰ্ববীজং পৰং ব্ৰহ্ম কৃষ্ণ'ই হ'ল — উপাস্য দেৱতা। জ্ঞান-মাৰ্গেৰে পাব পৰা ব্ৰহ্ম বহুত দূৰত; কিন্তু ভাগৱতৰ কৃষ্ণ নিচেই ওচৰত।

জ্ঞান পথ এৰি প্ৰভু তোমাৰ কথাক।
কায় বাক্য-মনে সেৱে যিটো সাধুজাক।।
যদ্যপি অজিত তুমি তিনিয়ো জগতে।
তথাপি তোমাক জিনৈ সেহিসে ভকতে।।

সেইবাবে — তপ জপ জ্ঞান দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।।

গতিকে — কৃষ্ণ মোৰ গতিমতি কৃষ্ণত ভকতিপ্ৰীতি
কৃষ্ণ পাৱে নিমজ্জোক মন।।

সগুণ ঈশ্বৰৰ ধ্যানৰ মাজেৰেই নিৰ্গুণ ব্ৰহ্মৰ জ্ঞান দান, ঈশ্বৰত আত্মসমৰ্পণৰ মাজেৰেই ব্ৰহ্ম-পৰমব্ৰহ্মৰ মিলন সংঘটন — এয়ে হ'ল ভাগৱতী ধৰ্মৰ থাই কথা। ভক্তিধৰ্মৰ ভেটিত অদ্বৈত ব্ৰহ্মবোধৰ প্ৰায়োগিক সাধনাৰ প্ৰতিষ্ঠাপক স্বৰূপে শ্ৰীশঙ্কৰৰ স্থান ভাৰতীয় অধ্যাত্মসাধকসকলৰ মাজত নিঃসন্দেহে উচ্চস্তৰত।

**শ্ৰীশঙ্কৰৰ ৰচনাৰ মৌলিকত্ব ঃ কাহিনী আৰু ৰস-সৃষ্টি ঃ**

শ্ৰীমন্ত শঙ্কৰদেৱে পুৰাণ-সূৰ্য ভাগৱতকে ভেটি কৰিছে, এই কথাত কোনো দ্বিমত নহয়। লগতে এই কথাও স্মৰণযোগ্য যে — ভাগৱতৰ কাহিনীসমূহ তেওঁ হুবহু নাভাঙি, উদ্দেশ্য আৰু বক্তব্যৰ বাবে প্ৰয়োজন মতে হ্ৰস্ব-দীৰ্ঘ কৰি, স্থানীয় নৈসৰ্গিক আৰু সামাজিক জীৱনৰপৰা গোটোৱা অলংকাৰেৰে সজাই-পৰাই আৰু তেওঁৰ মৌলিক সৃষ্টিশীল কবি-প্ৰতিভাৰ বোলেৰে ৰঞ্জিত কৰি কাহিনীসমূহক ন-ৰূপত নিৰ্মাণ কৰি উলিয়াইছে। ইয়াত অনুবাদকৰ কৃতিত্বতকৈও অধিককৈ প্ৰকাশিত হৈছে তেওঁৰ মৌলিক সৃষ্টিশীলতাহে।

কীৰ্তন-ঘোষাৰ প্ৰথম অধ্যায়ত বৰ্ণোৱা ভগৱানৰ চতুৰ্বিংশতি অৱতাৰৰ ক্ৰমটি তেওঁৰ নিজা। তদুপৰি, ভাগৱতৰ ১ম আৰু ২য় স্কন্ধৰপৰা লোৱা ২১টি অৱতাৰৰ লগত তেওঁ অধ্যায়টিৰ ৩য় কীৰ্তনত হয়গ্ৰীৱ অৱতাৰ, গজেন্দ্ৰ-ত্ৰাতা আৰু ধ্ৰুৱৰ ইষ্টদেৱতা হৰিৰ অৱতাৰ আৰু সাগৰমন্থনৰ সময়ত দৈত্য-বিজেতা হৰিৰ অৱতাৰ এই তিনিটি অৱতাৰ সংযোগ কৰি চৌবিছটি কৰিছে। আনহাতে ধ্যানবৰ্ণন আৰু পাষণ্ড-মৰ্দন এই দুটি অধ্যায় স্বৰূপাৰ্থতে শঙ্কৰদেৱৰ তথ্যমূলক সমালোচনাত্মক ৰচনা। তদুপৰি তেওঁৰ বৰ্ণনাৰ পাৰিপাট্য আৰু ৰমণীয়তা, ভাব অনুসৰি ৰসসঞ্চাৰ কৰিব পৰা তুলনাহীন প্ৰকাশভংগী আৰু বৰ্ণনা-দক্ষতা, শব্দালংকাৰৰ মনোৰম প্ৰয়োগ, প্ৰযোজন, প্ৰযোজন অনুসৰি মূল কাহিনীৰ সংযোগ-বিয়োগ, বিভিন্ন ৰীতিৰ ছন্দসজ্জাৰ কাৰিকৰী দক্ষতা — ইবোৰে শঙ্কৰদেৱৰ ৰচনাক দান কৰিছে বিশিষ্টতা আৰু মৌলিকত্ব; ইবোৰে প্ৰকাশ কৰিছে তেওঁৰ সৃষ্টিক্ষমতা আৰু কবি-প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন। অজামিল উপাখ্যানৰ যমদূত, বিষ্ণুৰ পাৰিষদ আৰু অজামিলৰ বৰ্ণনা; প্ৰহ্লাদ চৰিত্ৰৰ বৈকুণ্ঠ, হিৰণ্যকশিপুৰ তপস্যা, প্ৰহ্লাদক দিয়া শাস্তি, নৰসিংহৰ ৰূপ, নৰসিংহ আৰু হিৰণ্যকশিপুৰ যুদ্ধৰ বৰ্ণনা; গজেন্দ্ৰ-উপাখ্যানৰ চিত্ৰকূট পৰ্বত, ক্ষীৰসাগৰ, সৰোবৰ আৰু গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধৰ বৰ্ণনা; হৰমোহনৰ দিব্য-উপবন, কৃষ্ণৰ মোহিনীৰূপ, বিষ্ণুৰূপ, মহাদেৱৰ প্ৰাৰ্থনা, মহাদেৱৰ কাম-কাতৰতা, কৃষ্ণৰ অনিচ্ছা-প্ৰকাশ, শঙ্কৰৰ অনুশোচনা আৰু পাৰ্বতীৰ আগত দিয়া কৈফিয়তৰ প্ৰকাশভংগী আৰু বৰ্ণনা; বলিছলনৰ দৈত্যসকলৰ, সুদৰ্শনচক্ৰৰ আৰু বলিৰ বৰ্ণনা, শৰৎকালৰ ৰাস-ক্ৰীড়াৰ বৰ্ণনা আৰু ৰাসক্ৰীড়াক কামজয় কেলিত পৰিণত কৰাৰ দক্ষতা, শিশু কৃষ্ণৰ বিভিন্ন লীলাসমূহৰ মনোৰম বৰ্ণনা, স্যমন্তক হৰণত কৃষ্ণ-জাম্বৱন্তৰ যুদ্ধৰ বৰ্ণনা, কংসবধত বিভিন্ন ৰসসঞ্চাৰী ভাবৰ বৰ্ণনা, দামোদৰ বিপ্ৰাখ্যানত কৃষ্ণ-বিপ্ৰৰ কথোপকথনৰ বৰ্ণনা, জৰাসন্ধ আৰু বলোভদ্ৰৰ যুদ্ধৰ বৰ্ণনা, কালযৱন বধত কৃষ্ণৰ বৰ্ণনা, কুঁজীৰ বাঞ্ছা পূৰণত সৈৰিন্ধ্ৰীৰ মন্দিৰৰ বৰ্ণনা, বিপ্ৰপুত্ৰ-আনয়নত কৃষ্ণাৰ্জুনৰ পাতাল-প্ৰৱেশৰ বৰ্ণনা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণৰ বৰ্ণনা, ওৰেৰা-বৰ্ণনৰ মনোৰম প্ৰকাশভংগী, বেদস্তুতিত তত্ত্বক সৰ্বসাধাৰণৰ বোধগম্য কৰি সৰস কৰি তোলাৰ দক্ষতা — আদিয়ে শ্ৰীশঙ্কৰদেৱৰ মৌলিক চিন্তা, কল্পনা আৰু কবি-প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন দাঙি ধৰিছে।

যিসকলে শঙ্কৰদেৱৰ ৰচনাত মৌলিকত্ব বিচাৰিব খোজে, সি সকলে কীৰ্তন-ঘোষাৰ অধ্যায়সমূহ মূলৰ লগত মিলাই চালেহে প্ৰত্যাশিত ফল লাভ কৰিব।

শ্ৰীশঙ্কৰদেৱৰ ৰচনাৰ ঘাই লক্ষ্যই হ'ল — কাব্যানন্দৰ যোগেদি আধ্যাত্মিক শিক্ষা দান কৰা। যি বোধ, তত্ত্বৰ ব্যাখ্যাৰে মানুহৰ হৃদয়লৈ সঞ্চৰণ কৰিব নোৱাৰি, তেনে বোধ কাব্য-শিল্পৰ মাজেৰে সঞ্চৰণ কৰিব পাৰি। কাৰণ তত্ত্বৰ লগত মস্তিষ্কৰ যুক্তি-তৰ্কৰ ক্ষমতা জড়িত; কিন্তু কাব্যানন্দৰ লগত হৃদয়ৰ অনুভূতি জড়িত। শঙ্কৰদেৱে বেদান্তৰ তত্ত্বক ভাগৱতৰ কৃষ্ণৰ আলমত মানুহৰ অনুভূতিৰ জগতলৈ সুমাই দিব পৰাতে তেওঁৰ ৰচনাৰ সাৰ্থকতা।

ভাৰতীয় আলংকাৰিকসকলে যোগানন্দতকৈও কাব্যানন্দক শ্ৰেষ্ঠ বুলিছে (লোচনধৃত)। এই কাব্যানন্দ হ'ল ভাৰতীয় আলংকাৰিকৰ দৃষ্টিত 'ব্ৰহ্মাস্বাদ সহোদৰা', 'আনন্দৰূপমমৃতম্'। ইয়াকে গ্ৰহণ কৰি সমজ্যাৰ লোকৰ 'সদ্যঃপৰিনিৰ্বৃত্তি' ঘটে, অৰ্থাৎ কাব্যপাঠৰ লগে লগে কাব্যৰ মৌলিভূত প্ৰয়োজন, লক্ষ্য বা উদ্দেশ্য 'পৰমানন্দ বোধ' লাভ হয়। এই আত্মোপলব্ধি বা পৰমানন্দ লাভৰ পিছত আৰু একো নাই ঃ 'আত্মলাভান্ন পৰং বিদ্যতে'।

লোচনধৃতই কৈছে — কবিয়ে ৰসৰূপ দুগ্ধ লাভৰ বাবে বাক্যস্বৰূপ ধেনুক দোহন কৰে; সেই কাৰ্য কৰিব অনুভূতিৰ আবেশবশতঃ অনায়াসে সিদ্ধ হয়। কাব্য পাঠৰ লগে লগে শ্ৰোতা আৰু পাঠকৰ অন্তৰো কাব্যৰ মৌলিভূত উদ্দেশ্যত নিহিত হয়, অৰ্থাৎ শ্ৰোতা আৰু পাঠক এনে এটি স্তৰলৈ উঠে য'ত পাৰ্থিৱ বন্ধনৰ প্ৰশ্ন নাই। এয়ে হ'ল কাব্যানন্দই দান কৰা মুক্তি। শ্ৰীমন্ত শঙ্কৰে কাব্যানন্দক ৰসময়ী ভক্তিৰ আনন্দলৈ উন্নীত কৰিছে আৰু সমজ্যাৰ লোকক সেই ৰসময়ী ভক্তিৰ যোগেদি পোৱা পৰমানন্দ দান কৰিছে। সেই বাবে পাৰ্থিৱ জীৱনৰপৰা পোৱা মুক্তি মূল কথা নহয়, আত্মাৰ পাৰ্থিৱ বন্ধনমুক্ত অৱস্থাহে মূল কথা।

হেন প্ৰেম ভকতিত সদায় মজিল চিত্ত
আসম্বাৰ কিনো মহাভাগ।। (দশম ২৫৫৩)

সেই বাবে, প্ৰহ্লাদক যেতিয়া ভগৱন্তই —

ভকতৰ পূৰো মনোৰথ।
দেওঁ কাম মোক্ষ ধৰ্ম অৰ্থ।। — বুলি ধৰ্ম-অৰ্থ-কাম-মোক্ষ দিব

খুজিছে, প্ৰহ্লাদে তাৰ উত্তৰত কৈছে —

জানো প্ৰভু পৰীক্ষা আমাক।
যিহেতু বুলিলা হেন বাক।।
... ... ...
তোমাৰ অকাম ভৃত্য আমি।
তুমিও নিষ্কাম মোৰ স্বামী।।

হৰমোহনত কৈছে ঃ

নবাঞ্ছোহো সুখ-ভোগ নমাগোঁ মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি।।

এই ৰসময়ী ভকতিয়েই শ্ৰীশঙ্কৰৰ ৰচনাৰ নৱৰসৰ মাজেদি বৈ আছে। ভাৰতীয় আলংকাৰিকসকলে ৰস-নিষ্পত্তিকে শিল্প বা সাহিত্যৰ মূল লক্ষ্য বুলিছে। শ্ৰুতিত চিদাত্মক ব্ৰহ্মাকে 'ৰসো বৈ সঃ' বুলি কৈছে। অভিনৱগুপ্তই 'চিদানন্দৰূপ আত্মাৰ বিষয়ীভূত অথচ সীমাবদ্ধস্বৰূপ নথকা সাৰ্বজনীন অভিব্যক্তিৰ মাজেদি প্ৰকাশিত স্থায়ীভাৱকে ৰস বুলিছে। এই ৰস সুখস্বৰূপ আৰু জ্ঞানস্বৰূপ; কিন্তু জ্ঞানৰ বিষয়ীভূত বস্তু নহয়। কাৰণ জ্ঞান অপ্ৰকাশিত হৈ থাকিব পাৰে, কিন্তু ৰস অপ্ৰকাশিত হৈ নাথাকে। গতিকে যুক্তি-সিদ্ধ জ্ঞানৰ সাধনা কৰাসকলে অনুভূতিসিদ্ধ ৰসস্বৰূপ পৰমানন্দক আস্বাদ কৰাৰপৰা বঞ্চিত হয়। এই কথাও স্মৰণীয় যে — চিত্তৰ সাময়িক উত্তেজনা কাব্য-ৰস নহয়; শাত্তিকৰ, প্ৰসাদগুণ-সমন্বিত, স্থায়ী ৰসাস্বাদ-উদ্ভূত চমৎকাৰাত্মক পৰম আহ্লাদহে কাব্যৰস। কিন্তু যি প্ৰেমময়ী ভক্তিৰ কথা কোৱা হৈছে, ই কোন ৰসৰ ভিতৰুৱা? আৰু, শ্ৰীশঙ্কৰৰ ৰচনাত আদি, বীৰ, ভয়ানক, হাস্য, শান্ত, অদ্ভুত, ৰৌদ্ৰ আদি বিভিন্ন ৰসৰ সমাবেশ ঘটা দেখা গৈছে; গতিকে তেওঁৰ এই বিভিন্ন ৰস-সৃষ্টিৰ লগত ভক্তিৰ সম্পৰ্ক কেনেকুৱা?

দৰাচলতে ভক্তিৰস বুলি এটা ৰসৰ উল্লেখ প্ৰথম কৰিছিল কবি কৰ্ণপূৰে। ভাৰতৰ প্ৰথম আলংকাৰিক, নাট্য-শাস্ত্ৰ-প্ৰণেতা ভৰত মুনিয়ে শৃংগাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত — এই আঠোটা ৰসৰ কথাহে কৈছিল। ভট্ট, উদ্ভট, অভিনৱগুপ্তই তাত আৰু এটি ৰস যোগ কৰিলে — শান্ত ৰস। বিশ্বনাথ কবিৰাজে আন এটি ৰসৰ উল্লেখ কৰিলে — বাৎসল্য ৰস। ৰুদ্ৰটে আন এটি ৰসৰ কথা ক'লে — প্ৰেয়ঃ। কৰ্ণপূৰে ভৰতৰ আঠবিধ ৰসৰ ওপৰত — শান্ত, বাৎসল্য, প্ৰেম আৰু ভক্তিৰস এই চাৰিটি নতুন ৰস সংযোগ কৰিলে। কিন্তু শেহলৈ — অভিনৱগুপ্তাদিয়ে কোৱা শান্তৰসক ধৰি ভৰতে উল্লেখ কৰা আঠোটা ৰসৰে ৯টা ৰসেই স্বীকৃত হৈ থাকিল। তত্ৰাচ বহু সমালোচকেই শ্ৰীশঙ্কৰদেৱৰ ৰচনাৰ ৰসৰ কথা ক'বলৈ যাওঁতে ভক্তিৰসৰ কথা কয় আৰু মাধৱদেৱৰ ৰচনাৰ শিশুকৃষ্ণৰ চৰিত্ৰ কথা কওঁতে বাৎসল্য ৰসৰ কথা কয়। দৰাচলতে প্ৰেম, ভক্তি, বাৎসল্যপ্ৰীতি, সখিত্ব আদি ভাৱ স্থায়ীভাৱ অনুৰাগৰে পাত্ৰভেদে ঘটা চতুৰ্প্ৰকাশ মাত্ৰ। তদুপৰি দেহজ প্ৰেম আৰু উৰ্ধদৈহিক প্ৰেমৰ মাজতো এটি ডাঙৰ পৃথকতা আছে।

শ্ৰীশঙ্কৰদেৱে নৱৰসৰ সঞ্চাৰ কৰি তেওঁৰ ৰচনা ৰস-সিক্ত কৰি তুলিছে। যেনে ৰাসক্ৰীড়াত আৰু হৰমোহনত আদিৰসৰ পূৰ্ণসঞ্চাৰ ঘটিছে। ৰাসক্ৰীড়াত শৃংগাৰ ৰসৰ উপযোগী পৰিৱেশ নিৰ্মাণ কৰি "কৰিলা ক্ৰীড়া কৃষ্ণে অসংখ্যাত"। তেনেকৈ হৰমোহনতো দিব্য-উপবন সৃষ্টি কৰি কৃষ্ণৰ মোহিনীৰূপে দেখি শিৱৰ "দুঃসহ মদন শৰে

চিত্ত জৰ্জৰিত" অৱস্থাৰ যিটি চিত্ৰ দাঙি ধৰিছে সেইটি চিত্ৰ সম্পূৰ্ণ আদিৰসাত্মক। কিন্তু এই ৰসেই চূড়ান্তভাৱে নিষ্পন্ন কৰা ৰস নহয়।

শিৱই যেতিয়া অনুশোচ কৰিছে — "জিনিলোঁ মায়াক বুলিলোঁহোঁ গৰ্ব বাণী" বুলি বা ৰাসক্ৰীড়াৰ কামকেলিৰ বৰ্ণনা শুনি পৰীক্ষিত ৰজাই যেতিয়া — "হোৱন্ত হৰি যদি পূৰ্ণ কাম। কৰিলা কেনে গৰিহিত কামশ।' — বুলি শুকক প্ৰশ্ন কৰিছে, — তাৰ লগে লগে ৰচনাৰ মূল্য লক্ষ্যই দূৰত দেখা দিছে। শিৱই মুক্তকণ্ঠে স্বীকাৰ কৰিছে —

হেন জানা স্বৰূপত চৰাচৰ আছে যত
সবে বন্দী বিষ্ণুৰ মায়াত।।

গতিকে, এই মায়া তৰিবলৈ —

হৰিনাম হিয়ে ধৰি হৰিনাম সদা স্মৰি
তেৱেঁসে হৰিৰ মায়া তৰি।।

সেই বাবে 'হৰমোহন'ৰ শেষত কামজয় কেলি বুলি আৰু ৰাসক্ৰীড়াৰ শেষত — "শৃংগাৰ ৰসে আছে যাৰ ৰতি। আকে শুনি হৌক নিৰ্মল মতি।।" বুলি সামৰিছে।

অজামিল-উপাখ্যান, প্ৰহ্লাদ-চৰিত্ৰ, স্যমন্তক-হৰণ, কালীয়দমন আদিত সম্ভাৱিত ভয়ানক আৰু ৰৌদ্ৰৰস, শিশুলীলা, বিপ্ৰপুত্ৰ-আনয়ন আদিৰ বাৎসল্য-প্ৰীতি আৰু অদ্ভুত ৰস, কংসবধ, জৰাসন্ধ যুদ্ধ, কাল-যৱন বধ, স্যমন্তক-হৰণ আদিৰ বীৰৰস — বিভিন্ন অংশত প্ৰকাশিত এই বিচিত্ৰ ৰসেই চূড়ান্তভাৱে নিষ্পন্ন হৈছে নে?

দৰাচলতে শ্ৰীশঙ্কৰদেৱে মানৱীয় স্থায়ীভাৱক কেৱল আধাৰ কৰি লৈছে, লক্ষ্য কৰি লোৱা নাই। তদুপৰি সাধাৰণভাৱেও যিকোনো ৰচনা তেতিয়াহে ৰসোত্তীৰ্ণ হয়, যেতিয়া সেই ৰচনা পাঠৰ অন্তত আহ্লাদদায়িনী শান্ত-ভাৱ অনুভূত হয়। সেই ৰচনা দুনাই পঢ়িবলৈ আগ্ৰহ জন্মিব লাগিব। ৰতিৰস-প্ৰধান ৰচনায়ো ৰতিভাৱৰ সলনি শান্তবাৱৰ জন্ম দিব পাৰিব লাগিব।

শ্ৰীশঙ্কৰদেৱে বিভিন্ন ৰসক আশ্ৰয় কৰি শান্তৰসলৈকে মনক টানি নিছে; তাতো কাৰোবাৰ সন্দেহ থাকিব পাৰে বুলি বাৰে বাৰে কৃষ্ণৰ, বিষ্ণুৰ, ব্ৰহ্মাৰ মায়াৰ কথা উল্লেখ কৰি হৰিনামেৰে সেই মায়া ছিঙিবলৈ উপদেশ দিছে।

পৰম দুৰ্বোধ আত্মতত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।

সেইবাবেই — অনুগ্ৰহায় ভক্তানাং মানুষং দেহমাশ্ৰিতঃ।
ভজতে তাদৃশীঃ ক্ৰীড়া যাঃ শ্ৰুতা তৎপৰো ভৱেৎ।।

গতিকে — কৃষ্ণৰ কিংকৰে শঙ্কৰে ভণে
গোপাল-কেলি শুনা সৰ্বজনে।।

এই কৃষ্ণলীলাৰ মাজেৰেই 'সত্যং জ্ঞানম্ অনন্তম্ আনন্দম্ ব্ৰহ্ম' জ্ঞান দান কৰিছে।

প্ৰাকৃত আৰু পদাৰ্থ-বিষয়জনিত মোহৰ পৰা আনন্দময় কৃষ্ণৰ প্ৰেমত ৰতিহে প্ৰকৃত প্ৰেম; সেই প্ৰেমলৈকে পাৰ্থিৱ প্ৰেমৰ আধাৰত গায়ক আৰু শ্ৰোতাক লৈ যাবলৈ বিচাৰিছে। গতিকে শ্ৰীশঙ্কৰদেৱৰ কীৰ্তন-ঘোষাৰ অধ্যায়সমূহত বিধৃত কাহিনীসমূহত শেষ পৰ্যন্ত নিষ্পন্ন আহ্লাদদায়িনী শান্তৰস, যি ঊৰ্ধদৈহিক আৰু আধ্যাত্মিক। এই কাহিনীসমূহে ৰসো সঞ্চাৰ কৰিছে, তত্ত্বকো প্ৰকাশিছে ঃ

দশ দিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাত যায় অন্ত।।
... ... ... ...
আনন্দ-ব্ৰহ্মাক যিটো জনে ভজে স্বামী।
তাহাৰ মহিমা আৰ কি কহিবো আমি।।
... ... ... ...
তোমাৰেসে অংশ আমি যত জীৱজাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক।।
দিয়ো উপদেশ ভজো তোমাৰ চৰণে।
মায়াৰ বন্ধন ছিণ্ডো শ্ৰৱণ-কীৰ্তনে।। (বেদস্তুতি)

কীৰ্তন-ঘোষাই এই ৰসময়ী ভকতিৰ তত্ত্বৰে অসমক ভাৰতীয় অধ্যাত্ম চিন্তাৰ শীৰ্ষতম ফলশ্ৰুতি বেদান্তৰ লগত সাঙুৰি দি গ'ল আৰু দান কৰি গ'ল জাতীয় সাংস্কৃতিক নৱজাগৰণৰ ঘাই আধাৰ। কীৰ্তন-ঘোষাৰ মাজত সেই বাবে বিশ্বচৰাচৰৰ কাৰণ ব্ৰহ্মাও আছে, ব্ৰহ্মাৰ মানবীয় ৰূপ কৃষ্ণও আছে; ভাৰতবৰ্ষও আছে, অসমো আছে।

"কীৰ্তন অসমৰ মৌচাক। কেৱল আমিয়ে নহয়, আমাৰ পিতামহ, প্ৰপিতামহ আৰু প্ৰপিতামহৰ পিতামহে ইয়াৰ মধু পান কৰি গৈছে। আজি চাৰিশ বছৰ হ'ল এই অমৃতৰ ভাণ্ডই অমৃত বিলাইছে। আমাৰ কি পৰম সৌভাগ্য, এই অমৃতৰ ভাণ্ড অক্ষয়।" [কীৰ্তন, জ্ঞান নাথ বৰা]

।।২।।

**মাধৱদেৱৰ নাম-ঘোষা ঃ**

শ্ৰীমন্ত শঙ্কৰতকৈ চল্লিছ বছৰৰ পিছত ১৪৮৯ চনত জন্মগ্ৰহণ কৰা মাধৱদেৱ, ১৫২২ চনত মাজুলীৰ বেলগুৰিত শঙ্কৰদেৱক লগ নোপোৱালৈকে আছিল শাক্ত। ৩১ বছৰ বয়সত শঙ্কৰদেৱত শৰণ লৈ মাধৱদেৱে জোৰণ পিন্ধোৱা কইনাকো ত্যাগ কৰি বৈষ্ণৱ-ধৰ্মৰ বাবেই সমগ্ৰ জীৱন উছৰ্গা কৰে। ১৫৪৬ চনত শঙ্কৰদেৱৰ লগতে কামৰূপলৈ যায়, আৰু ক্ৰমে বাৰাদি আৰু গণককুছিত থাকে। তাৰেপৰাই গুৰুৰ লগত পুৰীলৈ তীৰ্থ কৰিবলৈ যায়। ১৫৬৮ চনত (১৪৯০ শক) 'বঢ়াৰ পো' ভক্ত-মাধৱত

সকলো কথা-বস্তু থৈ গুৰুজন স্বৰ্গী হোৱাৰ পিছত পাটবাউসীত কিছুকাল থাকি শেষত সুন্দৰীদিয়াত স্থায়ী সত্ৰ পাতি লয়। ইয়াৰ পিছত তেওঁ বৰপেটা সত্ৰ প্ৰতিষ্ঠা কৰে। ন্দৰীদিয়াত থকাৰ দিনৰেপৰা তেওঁ বিৰুদ্ধপন্থীসকলৰ বিৰোধিতাৰ সম্মুখীন হৈ আছিল ।ৰু শেষত তেওঁ কোচবেহাৰলৈ যাবলৈ বাধ্য হয়। কোচবেহাৰতে তেওঁ শ্ৰীশঙ্কৰৰ দৰে শেষ সময়ছোৱা শান্তিৰে কটায় আৰু তাতেই ১৫৯৬ খ্ৰীষ্টাব্দত ১০৭ বছৰ বয়সত শ্ৰীশঙ্কৰদেৱৰ তিৰোভাৱৰ ২৮ বছৰ পিছত স্বৰ্গগামী হয়।

সুন্দৰীদিয়াত থকাৰ সময় ছোৱাই হ'ল মাধৱদেৱৰ ৰচনা আৰু ধৰ্মপ্ৰচাৰৰ উল্লেখযোগ্য সময়। ইয়াতেই গুৰুজনাৰ আদেশ অনুসৰি অসমীয়া বৈষ্ণৱ সাহিত্যৰ দুটি অক্ষয়-কীৰ্তি 'নামঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী' ৰচনা কৰে।

মাধৱদেৱৰ আছিল সুউচ্চ পাণ্ডিত্য, এখনি ভক্তি-বিগলিত উচ্ছ্বসিত অন্তৰ, উচ্চস্তৰৰ সংগীত-জ্ঞান, মধুৰ কণ্ঠ, গুৰু-ভক্তিৰ একনিষ্ঠতা আৰু ৰসময়ী সাহিত্য-ৰচনাৰ বিৰলপ্ৰায় দক্ষতা। নামঘোষা হ'ল ভক্ত মাধৱ, পণ্ডিত মাধৱ, কবি মাধৱ আৰু গায়ক মাধৱৰ শ্ৰেষ্ঠতম কীৰ্তি। শ্ৰীমাধৱদেৱে নিজেও ঘোষাৰ মাজতে তেওঁৰ সৰ্বস্ব থৈ যোৱাৰ কথা কোৱা বুলি চৰিতপুথিত উল্লিখিত হৈছে।

এই গ্ৰন্থই শ্ৰীমন্ত শঙ্কৰ-প্ৰবৰ্তিত বৈষ্ণৱ-ধৰ্মৰ তত্ত্ব, মত আৰু পন্থ এই তিনিওকে প্ৰতিষ্ঠা দিয়াৰ লগতে ভক্তিবিৰোধীসকলৰ সকলো যুক্তি খণ্ডন কৰি এই প্ৰতিষ্ঠাক প্ৰায় নিষ্কণ্টক কৰি দি গৈছে। "মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো ৰসময়ী মাগোহোঁ ভকতি" — এই প্ৰথম ঘোষাৰপৰা "জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৱে। এহু ৰস মাধৱ মুৰুখমতি গাৱে।।" — লৈকে এহেজাৰ ঘোষা — ছবি, লেচাৰি, দুলড়ি আৰু পদ ছন্দৰ উপৰিও বিশেষ ঘোষা-ছন্দ আৰু নামছন্দৰ দ্বাৰা সুসংবদ্ধ। কেৱল এয়ে নহয়, বিষয় আৰু ভাব সুসংশ্লিষ্টভাৱে ৩৮ প্ৰকাৰৰ পটলত বিভক্ত কৰি প্ৰকাশ কৰাৰ পদ্ধতিও মাধৱদেৱৰ সুবিন্যস্ত চিন্তা আৰু অনুভূতিৰ একক বিশিষ্টতাৰ প্ৰকাশক। পটলসমূহ হ'ল ভজন, নমস্কাৰ, উপদেশ, নিন্দা, প্ৰাৰ্থনা, অনুনাথনা, মহিমা, আত্ম-উপদেশ, আত্ম-নিন্দা, বস্তু-প্ৰকাশ, প্ৰশংসা, অনুখিতা, নাম, পৰমাৰ্থ-সাৰ, সাৰ-নিৰ্ণয়, বৰ্ণাশ্ৰম, হৰবাৰ, নামৰ অন্বয়, শৰণ, খেদ, নাম-মহিমা, নিৱেদন, কলিধৰ্ম-নিৰ্ণয়, কৃষ্ণৰ পুৰুষ-লক্ষণ, যুগধৰ্ম-নিৰ্ণয়, ঈশ্বৰ-নিৰ্ণয়, মহিমাযুক্ত উপদেশ, কলিধৰ্ম, তাৎপৰ্য, বিৰকতি, স্তুতি, আশ্ৰয়, মহিমাযুক্ত কীৰ্তন-প্ৰশংসা, ভাগৱত-প্ৰশংসা, পৰম-পুৰুষাৰ্থ, কাৰুণ্য, কাকুতি, প্ৰাৰ্থনা-নিৱেদন। এই পটলসমূহেই বিষয়ৰ ইংগিত দান কৰিছে। "ভাৱৰ প্ৰাণময় প্ৰগাঢ়তা, ভাষাৰ ছন্দোময় প্ৰাঞ্জলতাই ঘোষাখনি ভক্তকবিৰ অন্তৰৰ তলিৰপৰা ওলাই অহাটো সূচায়।" [ড° মহেশ্বৰ নেওগ]।

শ্ৰীমন্ত শঙ্কৰ-প্ৰবৰ্তিত ধৰ্মৰ বিশুদ্ধতা আৰু একমাত্ৰ গুৰুৰূপে শঙ্কৰদেৱৰ শ্ৰেষ্ঠত্ব নিৰ্দেশ কৰাটো ঘোষাৰ অন্যতম বৈশিষ্ট্য। নাম-ঘোষাৰ মাজতে শঙ্কৰ-মাধৱ দুয়োকে

একেলগে পোৱা যায়। সেই বাবেই শঙ্কৰদেৱৰ ধৰ্ম আৰু দৰ্শনৰ কথা কওঁতে নামঘোষাক অপ্ৰয়াসে ব্যৱহাৰ কৰাত সামান্যতম কুণ্ঠাও অনুভূত নহয়।

বৈষ্ণৱ ধৰ্মৰ মূল খুঁটি নাম, দেৱ, গুৰু, ভকত এই চাৰিৰ স্থানো নাম-ঘোষাই নিৰ্ণয় কৰি থৈছে। বেদান্তৰ ব্ৰহ্ম আৰু ভাগৱতৰ কৃষ্ণৰ অভিন্নতা, হৰিনামৰ মাহাত্ম্য, দাস্যভক্তিৰ গৰিমা — এই আটাইকেউটিয়ে ৰসময় ৰূপত ইয়াৰ প্ৰকাশ লাভ কৰিছে। তদুপৰি নৱ-বিধ ভক্তিৰ আটাইকেউবিধেই ঘোষাৰ মাজত বিধৃত হৈছে। বেদান্তৰ সাৰ মহাভাগৱত, দেৱৰ উত্তম কৃষ্ণ, মন্ত্ৰৰ উত্তম নাম, কৰ্মৰ উত্তম ঈশ্বৰ-সেৱা আৰু গুৰুৰ উত্তম শঙ্কৰ গুৰু — এয়ে নামঘোষাৰ প্ৰতিপাদ্য বিষয়। এই প্ৰতিপাদ্য বিষয়ৰ প্ৰকাশ কৰোঁতে মাধৱদেৱে বিভিন্ন কৰ্তৃত্বসম্পন্ন শাস্ত্ৰক ভিত্তি কৰিছে। শঙ্কৰদেৱে 'মূল ৰাখিব পাৰিলে সজ' বুলি কৈছিল। কিন্তু মাধৱদেৱৰ হাতত মূলেই নতুন মৌলিক সৃষ্টিলৈ ৰূপান্তৰিত হৈছে। এনে মূল বা ঘোষাৰ সমাৰ্থক শ্লোকসমূহ উদ্ধৃত হৈছে — ভাগৱত পুৰাণ, ভগৱদগীতা, শান্তি-শতক, বৃহন্নাৰদীয় পুৰাণ, ভবিষ্যপুৰাণ, মোহমুদ্গৰ, ব্ৰহ্মপুৰাণ, কৰ্মপুৰাণ, বিষ্ণুধৰ্মোত্তৰ, সুবোধিনী টীকা, মহাভাৰত, ভাৰতবিভাগ, নৰসিংহ পুৰাণ, বৈষ্ণৱামৃতলহৰি, বিষ্ণুৰহস্য, বৃহদ্বিষ্ণু পুৰাণ, বামনপুৰাণ, গৰুড়পুৰাণ, নাৰদীয় পুৰাণ, ভক্তি-ৰত্নাৱলী, ৰামায়ণ, বৈষ্ণৱীয় তন্ত্ৰসাৰ, শ্ৰীশঙ্কৰৰ ভক্তিৰত্নাকৰ আদি বিভিন্ন পুথিৰপৰা। ইয়েই মাধৱদেৱৰ পাণ্ডিত্যৰ পৰিধি আৰু গ্ৰাহিকাশক্তিৰ নিদৰ্শন দাঙি ধৰিছে।

নাম-ঘোষা এনে এখনি গ্ৰন্থ যাৰ প্ৰত্যেকটি ছত্ৰই পাঠক আৰু শ্ৰোতাক অনায়াসে আকৰ্ষণ কৰে, অথচ যাৰ প্ৰত্যেকটি ছত্ৰই গভীৰ দাৰ্শনিক আৰু ভক্তিতত্বৰে ভৰপূৰ। বাহিৰত আপাতদৃষ্টিত ই যেনে কোমল, ভিতৰত ই তেনেকৈয়ে ঘন আৰু গভীৰ অৰ্থযুক্ত। অসমৰ বৈষ্ণৱ-দৰ্শন আৰু ভক্তিপন্থৰ তত্ত্ব আৰু নীতিৰ নিৰ্দেশক-গ্ৰন্থ হিচাপে নাম-ঘোষা জনপ্ৰিয় আৰু নিৰ্ভৰযোগ্য গ্ৰন্থ।

সাংখ্যৰ প্ৰকৃতি আৰ পুৰুষৰ ওপৰৰ বেদান্তৰ ব্ৰহ্মাই হ'ল 'নিয়ন্তা মাধৱ' আৰু 'সমস্তৰে আত্মা'; 'সমস্তবেদান্ত সাৰ' হ'ল 'শ্ৰীভাগৱত শাস্ত্ৰ'; দেৱতা হ'ল একমাত্ৰ 'কৃষ্ণ' আৰু তেওঁত শৰণেই হ'ল একমাত্ৰ শৰণ; মন্ত্ৰ হ'ল তেওঁৰ নাম — যাৰ ফলত মায়া বা অবিদ্যা দূৰ হয় আৰু ভজন্তাজনে কণ্ঠলগ্ন বস্তুক পোৱাদি মূল তত্ত্বক পাব পাৰে; শ্ৰীমন্ত শঙ্কৰ হ'ল একমাত্ৰ গুৰু যি প্ৰেম-আমৃতৰ নদীস্বৰূপ বৈকুণ্ঠৰ হৰিনামৰসক প্ৰৱাহিত কৰিলে; তেৱেঁই হ'ল একমাত্ৰ হৰি-ভকতৰ কল্পতৰুস্বৰূপ। বাদী-প্ৰতিবাদীসকলৰ কাৰ্যৰ অৰ্থহীনতা, অবাঞ্ছনীয়তা আৰু অপকাৰিতা প্ৰকাশ কৰাৰ লগতে মাধৱদেৱে হৰি ভক্তিৰ সুদৃঢ় ভেটি নাম-ঘোষাৰ মাজেদিয়েই প্ৰতিষ্ঠা কৰি গৈছে। শঙ্কৰদেৱৰ নিৰ্গুণ ব্ৰহ্ম, সগুণ ঈশ্বৰ আৰু জীৱ আৰু জগতৰ স্বৰূপ — ভক্ত মাধৱদেৱে এনে ঘনভাৱে নাম-ঘোষাত সন্নিবিষ্ট কৰি লৈছে যে তাৰ প্ৰত্যেকটি ছত্ৰই বহল ব্যাখ্যা বিচাৰে। □

# 'কীৰ্তন'ৰ পথ ঃ সগুণৰ পৰা নিৰ্গুণলৈ

শ্ৰীমন্ত শঙ্কৰদেৱ-প্ৰবৰ্তিত ভক্তি-ধৰ্ম গ্ৰহণ আৰু পালন কৰোঁতাসকলৰ বাবে কীৰ্তন, দশম, ঘোষা, ৰত্নাৱলী — এই চাৰিখনি ঘাই গ্ৰন্থ। প্ৰথম দুখনি শ্ৰীশঙ্কৰদেৱ-বিৰচিত আৰু পিছৰ দুখনি মাধৱদেৱ-বিৰচিত। ইয়াৰে ভিতৰত কীৰ্তন-ঘোষা আৰু নামঘোষা এই দুখনি "সমস্ত মস্তক মণি" তুল্য। প্ৰথমখনি শ্ৰীমদ্ভাগৱতৰ কাহিনীৰ পুনৰ্কথিত নৱৰূপ আৰু দ্বিতীয়খনি এই ধৰ্মমতৰ ঘাই তত্ত্বৰ হৃদয়ৰ উত্তাপেৰে উত্তাপিত কাব্যৰূপ। দুয়োখনিকে অসমৰ বৈষ্ণৱ-সম্প্ৰদায়ে এখনি গ্ৰন্থৰূপেই গ্ৰহণ কৰে, যিদৰে দুয়োগৰাকী মহাপুৰুষক অভিন্ন বুলি ভাবে। কীৰ্তনত যি কথা কাহিনীৰ আধাৰত ব্যক্ত কৰিছে, ঘোষাত তাকে তত্ত্বৰূপে সুৰাৰোপিত কাব্যময় ৰূপত দাঙি ধৰিছে।

কাহিনীৰ আধাৰত কীৰ্তনৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেনো কি তত্ত্ব প্ৰকাশ কৰিছে — সেই বিষয়ে অনেক ব্যাখ্যা হৈ গৈছে। কোনোবাই কৈছে তেওঁ অদ্বৈতবাদী; কোনোবাই কৈছে বিশিষ্টাদ্বৈতবাদী। কোনোবাই কৈছে তেওঁ শ্ৰীধৰস্বামীৰ ভাষ্যৰ ওপৰতে ভৰ দিছে; কোনোবাই কৈছে তেওঁ কৰ্ণাটকী ভাষ্যও লৈছে। সি যিয়েই নহওক লাগে, জীৱন আৰু জগতৰ সৃষ্টি-ৰহস্যৰ উপনিষদীয় যি বিচাৰ আৰু ফল, তাতেই তেওঁৰ ঘাই স্থিতি। এই চলমান বিশ্ব প্ৰপঞ্চ (গচ্ছতি গচ্ছতি ইতি জগৎ)ৰ চকুৰে দেখা আৰু নেদেখা প্ৰত্যেকটো কণা বা অংশ যে অদৃশ্য, অব্যক্ত সৰ্বব্যাপ্ত শক্তিয়েই অৰ্থাৎ আত্মা বা ব্ৰহ্মাৰে আপাততঃ পৃথক প্ৰতিভাস মাত্ৰ, আৰু প্ৰতিভাসবিলাক খন্তেকৰ বাবে সৃষ্টি হৈ আকৌ অবিনশ্বৰ শক্তিতে যে মিলি যায় — উপনিষদৰ এই শেষ সত্যই শ্ৰীমন্ত শঙ্কৰদেৱৰো স্থিতিৰ ভেটি। শঙ্কৰাচাৰ্যই প্ৰতিভাস বিলাকৰ অস্তিত্ব অস্বীকাৰ কৰি কেৱল শেষ সত্যৰ কথা কৈছিল; ৰামানুজাচাৰ্যই প্ৰতিভাস বিলাকৰ অস্থায়ী অস্তিত্বক শেষ সত্য উপলব্ধিৰ মাধ্যমস্বৰূপে লোৱাৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব দিছিল; কিন্তু শেষ সত্য সম্পৰ্কে সেই অন্তিম আৰু একমাত্ৰ সত্যক কৃষ্ণ-চৰিত্ৰৰ মাজেদি দাঙি ধৰা হৈছে। অদৃশ্য আত্মা বা ব্ৰহ্মা নিজে স্ৰষ্টাও আৰু সৃষ্টিও — ই যেন আপোন মনে কৰি থকা ভঙা-গঢ়াৰ এক অন্তহীন খেলা। সেই বাবেইতো সেই শক্তি 'লীলাময়'। সেই লীলাময়তে সকলো প্ৰতিভাসৰ জন্ম; সেই বাবেইতো তেওঁ 'ভগৱান'। কিন্তু তেওঁ তথাপি নিৰ্বিকাৰ। নিৰ্বিকাৰ ব্ৰহ্মাৰ প্ৰতি 'টান' অনুভৱ কৰা কঠিন। এতেকে অৱতাৰী কৃষ্ণৰ কল্পনাৰ মাজত শ্ৰেয় আৰু প্ৰেয় দুয়োকে বিচৰাৰ বাট কাটি দিলে সন্ত সকলে। শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ সকলো কৰ্মৰ মাজত এই

শ্ৰেয় আৰু প্ৰেয়কে প্ৰতিষ্ঠা কৰি জীৱন আৰু জগতৰ সৃষ্টিৰ ঘাই উৎসৰ লগত পৰিচয় কৰাই থৈ গৈছে; সাধাৰণ মানুহৰ হৃদয়ত ভক্তিৰ আবেগৰ জাগৰণ ঘটাবলৈ আশ্ৰয় লৈছে ভাগৱতৰ। কীৰ্তন সেই ভাগৱতৰে পুনৰ্গঠিত নৱৰূপ।

চতুৰ্বিংশতি অধ্যায়ৰ প্ৰথম চৰণ দুটিতে শ্ৰীশঙ্কৰদেৱে নিজৰ তত্ত্বৰ ভেটিটো প্ৰতিষ্ঠা কৰি দিছে। শেষ লক্ষ্য যে "ব্ৰহ্মৰূপী সনাতন" আৰু লক্ষ্যপ্ৰাপ্তিৰ পথ যে অৱতাৰবাদ (সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ) — সেই কথা স্পষ্ট ভাষাৰে প্ৰকাশ কৰি চতুৰ্বিংশতি অৱতাৰৰ চমু বিবৰণ দাঙি ধৰিছে। অনেকে, শ্ৰীশঙ্কৰদেৱে অৱতাৰসমূহৰ ক্ৰম ভাগৱতৰ দৰে কোনো কোনো ঠাইত নকৰি নিজা ক্ৰম এটি তৈয়াৰ কৰাৰ কথা দেখুৱাইছে। এনে 'ক্ৰম'সজ্জাই শ্ৰীশঙ্কৰদেৱৰ দৃষ্টিৰ স্পষ্টতা আৰু মৌলিকত্বকে প্ৰমাণ কৰে।

সি যি কি নহওক, কীৰ্তনৰ আখ্যানসমূহৰ মাজত তেওঁ মূল সত্যৰ তত্ত্ব প্ৰতিষ্ঠা কৰি গৈছে। "ঈশ স্বৰূপে হৰি সৱঘটে বৈঠহ/জৈছন গগন বিয়াপি" — সেই ঈশৰ স্বৰূপ ব্ৰহ্ম যে জড়-চৈতন্য সকলোতে আছে, হিৰণ্য কশিপুৰ আঘাতত স্ফটিকৰ স্তম্ভৰ পৰা 'নৃসিংহ' ওলাই অহাৰ প্ৰতীকী চিত্ৰটিৰ মাজত ই পৰিস্ফুট। হৰমোহনত কোৱাইছে ঃ

"তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্য-কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণে-কুণ্ডলে যেন নাহিকে অন্তৰ।।"

'বেদস্তুতি'ত একে ধৰণেৰেই কৈছে ঃ

"মুকুট কুণ্ডল যেন সুবৰ্ণৰ ভিন্ন নুহি
মিছা নামৰূপ যত।"

সংসাৰৰ অনিত্যতা সম্পৰ্কে বিভিন্ন স্থানত শ্ৰীমন্ত শঙ্কৰদেৱে স্পষ্ট ভাষাৰে কৈ গৈছে। 'বলিছলন'ত কৈছে — "যতেক সংসাৰ নয়/সবে স্বপ্ন মায়াময়"। এই মায়াই সত্যক ধৰি ৰাখিব নোৱাৰে; বৰং সত্যই তাৰ মাজেদিয়েই আত্মপ্ৰকাশ কৰে ঃ

নপাৰিলে গোপীগণে মোহিব কৃষ্ণক।
ছায়ায়ে সহিতে যেন ওমলে বালক।।
(ৰাসক্ৰীড়া)

সেই আত্মা বা ব্ৰহ্মই 'সমস্ত ভূতৰ প্ৰাণবল', 'স্ৰষ্টাৰো স্ৰষ্টা — সৰ্ব দ্ৰষ্টা', 'জীৱৰ নিয়ন্তা পৰম আত্মা' আৰু 'মৃত্যুৰো অন্তক' (সমস্ত হৰণ)। 'অসত্য জগতখান'ৰো তাতেই উদ্ভৱ হৈ ই 'সত্য যেন' হৈ প্ৰকাশ লাভ কৰে।

শ্ৰীধৰস্বামীৰ ভাষ্যত 'শ্ৰীমদ্ভাগৱত'ৰ তত্ত্ব যি ভাবে প্ৰতিভাত হৈছে, শ্ৰীশঙ্কৰদেৱৰ কীৰ্তনতো তাৰ সাঁচ আমি দেখা পাওঁ। "বাৰানসীৰ পৰা অহা শাস্ত্ৰ" (ভাগৱতভাবাৰ্থ দীপিকা) চাই "নিবন্ধিলোঁ পদ" বুলি তেওঁ মুকলিকৈ কৈ গৈছে। শ্ৰীধৰস্বামী আছিল

শঙ্কৰাচাৰ্য সম্প্ৰদায়ৰ সন্ন্যাসী। কিন্তু তেওঁ তেওঁৰ টীকা দাৰ্শনিকতত্ত্বৰ নিৰস ব্যাখ্যা নকৰি তত্ত্বৰ কাঠিন্য আৰু ভক্তিৰ আবেগ দুয়োটাৰে ইয়াত সমন্বয় সাধন কৰি গৈছে। শ্ৰীশঙ্কৰদেৱে তত্ত্বক গুপুত ৰাখি ভকতিকে মুখ্য কৰি 'সামাজিক লোক'ৰ বাবে 'প্ৰেম অমৃতৰ নদী'খনি বোৱাই দিলে। তেওঁ জানে — "যেন ঘট মাটি ব্যতিৰেকে আন নাই", নাইবা "কুণ্ডল ভাঙিলে যেন সোনা স্বৰূপত"। সেই সত্যক হৃদয়ত ধাৰণ কৰিলৈ তেওঁ কৃষ্ণৰ ৰূপ ধ্যান কৰিবলৈ "ধ্যান বৰ্ণন'ত এটি অৰ্থপূৰ্ণ মনোৰম ছবি আঁকি দি থৈ গৈছে। "আপাদ-মস্তক" সেই ৰূপৰ মাজত নিৰ্গুণ ব্ৰহ্ম সগুণ ঈশ্বৰলৈ ৰূপান্তৰিত হৈছে। সগুণৰ মাজেদি নিৰ্গুণৰ উপলব্ধি — এয়ে শ্ৰীমন্ত শঙ্কৰদেৱৰ নামধৰ্মৰ তত্ত্বলৈ যোৱাৰ পথ। □

# শঙ্কৰদেৱ আৰু ভাৰত-প্ৰসংগ

প্ৰসিদ্ধ পণ্ডিত-ৰাজনীতিক কে. এম. পানিক্কৰে শঙ্কৰদেৱ সম্পৰ্কে কৰা আলোচনা প্ৰসংগত কৈছিল যে, শঙ্কৰদেৱে অসমক ভাৰতবৰ্ষৰ লগত আৰু ভাৰতবৰ্ষক অসমৰ লগত চিনাকি কৰি দিলে। অৱশ্যে শঙ্কৰদেৱৰ আগত যে ভাৰতবৰ্ষৰ লগত অসমৰ সম্পৰ্ক স্থাপিত হোৱা নাছিল এনে নহয়। বৰং ব্ৰহ্মপুত্ৰ উপত্যকালৈ ভাৰতীয় আৰ্যভাষা কঢ়িয়াই অনা লোকৰ আগমন ঘটিছিল খ্ৰীষ্ট জন্মৰো কেইবা শতিকাৰো আগতে। প্ৰাক্‌বৈদিক আৰু বৈদিক আৰ্যভাষী যি সকল লোক পশ্চিমৰ সমতল পথেদি অসমলৈ সোমাই আহিছিল তেওঁবিলাক সংখ্যাত সৰহ নহ'লেও, তেওঁবিলাকে লগত লৈ আহিছিল শব্দ-নিৰ্ভৰ, লিপিযুক্ত এটা উন্নত ভাষা আৰু লগত লৈ আহিছিল পানীখেতি কৰিব পৰা উন্নত কৃষি-পদ্ধতি অহা সাংস্কৃতিক উপাদান। দক্ষিণ পূব এছিয়া আৰু মধ্য এছিয়াৰ যি সকল লোক উত্তৰ, উত্তৰ-পূব আৰু দক্ষিণৰ গিৰি পথেদি ব্ৰহ্মপুত্ৰ উপত্যকালৈ সোমাই আহিছিল তেওঁবিলাকে লগত লৈ অহা ভাব প্ৰকাশৰ সুৰীয়া (tonal) ভাষাৰ সীমাবদ্ধ প্ৰয়োগ সকলোৰে বাবে সমানে গ্ৰহণীয় হৈ উঠাৰ কোনো সম্ভাৱনা নাছিল। আনকি আজিও নাই। এতেকে এনে ভাষাসমূহৰ কিছু ধ্বনি-তাত্ত্বিক আৰু কিছু ৰূপতাত্ত্বিক বিশেষত্ব সামৰি লৈ ভাৰতীয় আৰ্য ভাষাৰ সুঁতিটোৱে এটা সৰ্বজন গ্ৰাহ্য ভাষিক মাধ্যম গঢ়ি তুলিলে। অথবা ক'বা পাৰি সুৰীয়া ভাষা কোৱাসকলেই। নিজৰ প্ৰয়োজনত এনে এটা ভাষা গঢ়ি তুলিলে আৰু সুৰীয়া ভাষা কোৱা লোকসকলৰো ই কালক্ৰমত মাতৃভাষালৈ ৰূপান্তৰিত হ'ল। পঞ্চম শতিকাৰ পৰা পোৱা আমাৰ প্ৰত্নলেখ, তাৰো আগৰ অসুৰ আৰু ভৌম বংশৰ ৰজাসকলৰ নাম, প্ৰাগজ্যোতিষপুৰ কামৰূপ আদি নাম, হিউৱেনচাংৰ টোকাত পোৱা তথ্য, চৰ্যাপদ, হিন্দুতন্ত্ৰ, কামৰূপৰ প্ৰাচীন শাসনাৱলীত পোৱা বিভিন্ন লোকৰ নাম, নদীৰ নাম, ঠাইৰ নাম আদি বিভিন্ন বিষয়ে অকাট্য তথ্য আৰু যুক্তিৰে ঘোষণা কৰি আছে যে ব্ৰহ্মপুত্ৰ উপত্যকা ৰাজনৈতিক ভাৰতবৰ্ষৰ অংগীভূত নহ'লেও, ইতিহাসে ঢুকি পোৱাৰ আগৰে পৰা ই সাংস্কৃতিক ভাৰতবৰ্ষৰ অবিচ্ছেদ্য অংগ স্বৰূপে বিকাশ আৰু প্ৰসিদ্ধি লাভ কৰিছিল। বড়ু চণ্ডীদাসৰ 'শ্ৰীকৃষ্ণ কীৰ্ত্তন', ৰামাই পণ্ডিতৰ 'শূন্য পুৰাণ', পশ্চিম অসমৰ 'পৰাগলী মহাভাৰত', হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত', হৰিহৰ বিপ্ৰৰ 'লৱকুশৰ যুদ্ধ', কবিৰত্ন সৰস্বতীৰ 'জয়দ্ৰথ বধ', ৰুদ্ৰ কন্দলিৰ 'সাত্যকি প্ৰৱেশ' আৰু সৰ্বোপৰি মাধৱ কন্দলিৰ 'ৰামায়ণে' অসমত সংস্কৃত সাহিত্যৰ

উত্তৰাধিকাৰৰ কথা ঘোষণা কৰি আছে। এতেকে, শঙ্কৰদেৱৰ জন্মৰ কেইবাশ বছৰৰ আগৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকাত গঢ় লৈ উঠা ভাষা, সাহিত্য, সংস্কৃতিৰ আধাৰো ভাৰতীয় ভাষা, সাহিত্য, সংস্কৃতিৰ মৌলিক উপাদানেৰে ৰচিত হৈছিল। তাত দক্ষিণ-পূব এছিয়া আৰু মধ্য এছিয়াৰ পৰা অহা জনসমষ্টিৰ ভাষিক আৰু সাংস্কৃতিক উপাদান মিশ্ৰিত হৈ এটা বিশিষ্ট ভাষিক আৰু সাংস্কৃতিক ৰূপ গঢ়ি তুলিছিল। শ্ৰীশ্ৰী শঙ্কৰদেৱ এনে এটা ঐতিহ্য আৰু পৰম্পৰাৰ মাজত জন্মগ্ৰহণ কৰিছিল পঞ্চদশ শকিতাৰ ঠিক মধ্য ভাগতে ১৪৪৯ খ্ৰীষ্টাব্দত।

শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্বৰ তেৰ পুৰুষৰ নামসমূহো ভাৰতীয় আৰ্যভাষা সম্ভূত। যথা — প্ৰেম পূৰ্ণানন্দগিৰী, কৃষ্ণগিৰী, সুকৰ্ণগিৰী, গন্ধৰ্বগিৰী, ৰামগিৰী, হেমগিৰী, হৰিবৰগিৰী, কৃষ্ণকান্তি (কন্যা), লণ্ডাদেৱ বা লণ্ডাৰৰ, চণ্ডীবৰ, ৰাজধৰ, সূৰ্যবৰ, কুসুমবৰ। তদুপৰি নামবিলাকে সাংস্কৃতিক পটভূমিৰ ইংগিতো বহন কৰিছে; অৰ্থাৎ গঙ্গা উপত্যকাৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকালৈ সমতল পথেদি প্ৰাক্‌বৈদিক কালৰপৰা বৈ অহা ভাষা-সংস্কৃতি আৰু জনস্ৰোতৰ ঐতিহ্যও ইবিলাকে কঢ়িয়াই আনিছে। প্ৰাক্ আহোম যুগৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাস্কৰ্য, স্থাপত্য, শিলালেখ আদি যিবিলাক সাংস্কৃতিক তথা ভাষিক সাক্ষ্য পোৱা গৈছে, সেইবিলাকেও বিশেষকৈ উত্তৰ ভাৰতীয় ভাস্কৰ্য, স্থাপত্য আৰু ভাষাৰ লগত থকা ইবিলাকৰ সম্পৰ্ক আৰু সাদৃশ্য প্ৰমাণ কৰিছে। এক কথাত ক'বলৈ গ'লে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সভ্যতা আৰু সংস্কৃতি ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ বুনিয়াদতে গঢ় লৈ উঠিছে। অন্যান্য ভাৰতীয় আঞ্চলিক সভ্যতা আৰু সংস্কৃতিৰ পৰা ইয়াৰ পৃথকতাৰ কাৰণসমূহ হ'ল ৰূপগত। পূৰ্বে কৈ অহাৰ দৰে ইয়াৰ ৰূপত মধ্য এছিয়া আৰু দক্ষিণ পূব এছিয়াৰ সভ্যতা আৰু সংস্কৃতিৰ ৰূপগত বৈশিষ্ট্যৰ প্ৰভাৱ পৰাৰ ফলত ই নিজস্ব বৈশিষ্ট্যৰে বিকাশ লাভ কৰিছে।

ৰাজনৈতিকভাৱে ব্ৰহ্মপুত্ৰ উপত্যকা ইয়াৰ পশ্চিমৰ লগত যুক্ত নাছিল; অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকা ৰাজনৈতিক ভাৰতবৰ্ষৰ কোনোদিনে অংগ নাছিল। সেইবাবে ভাৰতবৰ্ষৰ ৰাজনৈতিক বুৰঞ্জীয়ে গংগা উপত্যকালৈহে সামৰিছিল, ব্ৰহ্মপুত্ৰ উপত্যকা সামৰা নাছিল। কিন্তু ব্ৰহ্মপুত্ৰ উপত্যকাই সাংস্কৃতিক ভাৰতৰ মানচিত্ৰৰ অবিচ্ছেদ্য অংগ স্বৰূপে নিজকে গঢ়ি তুলিছে ইতিহাসে ঢুকি পোৱাৰ আগৰে পৰা। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহৰ নৃত৷৷ৰূপ বা নৃগোষ্ঠীগত সম্পৰ্ক মধ্য এছিয়া আৰু দক্ষিণ-পূব এছিয়াৰ লগত অধিক ওচৰ চপা। কিন্তু মানসিক, বৌদ্ধিক, ভাষিক আৰু সাংস্কৃতিকভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহ ভাৰতীয় জীৱনৰ অংগীভূত। শঙ্কৰদেৱ আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহৰ এই মানসিক, বৌদ্ধিক আৰু সাংস্কৃতিক প্ৰতিভাৰ উৎকৰ্ষতাৰ শ্ৰেষ্ঠতম প্ৰতিনিধি আৰু খনিকৰ।

'গুৰু-চৰিত কথা'ত শঙ্কৰদে মহেন্দ্ৰ কন্দলি ছাত্ৰশালিত পঢ়া পুথিসমূহৰ এখন

তালিকা দিছে।* এই তালিকাই চাৰিবেদক, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ, কাব্য, মহাকাব্য, ছন্দ, নিৰুক্ত, কলা, জ্যোতিষ, ব্যাকৰণ সকলো সামৰিছে। 'গুৰু চৰিত কথা'ৰ তালিকাত মুখে মুখে চলি অহা শাস্ত্ৰসমূহৰ নামত আৰু ক্ৰমত থকা ভুল শুধৰাবলৈ অসুবিধা নাই। নামখিনিয়ে প্ৰমাণ কৰে যে শঙ্কৰদেৱে বৈদিক সাহিত্যৰ পৰা আৰম্ভ কৰি প্ৰাচীন ভাৰতীয় সাহিত্য, দৰ্শন, ব্যাকৰণ, ছন্দ, অলংকাৰকে ধৰি সমস্ত বিষয়ৰ লগত কেৱল পৰিচিত হোৱাই নাছিল ইবিলাকত পাৰংগতো হৈছিল। অৰ্থাৎ ভাৰতীয় চিন্তা, জ্ঞান, কল্পনা, অনুভৱ, সৃষ্টিশীলতা আৰু সৰ্বোপৰি এই সকলোৰে আধাৰ স্বৰূপ তত্ত্ব বা দৰ্শন তেওঁৰ বুদ্ধি আৰু বোধৰ অন্তৰ্বৃত্তৰ 'বস্তু' হৈ পৰিছিল। তেওঁ পতঞ্জলিৰ ৰাজযোগো অধ্যয়ন আৰু প্ৰয়োগ কৰিছিল। 'গুৰু চৰিত কথা'ত কৈছে ঃ যোগশাস্ত্ৰ পঢ়িবলৈ আছিল ঃ গৃহতে পঢ়ি জলত এপৰো বুৰ দি থাকে বস্ত্ৰ নিতিতে ঃ পাচে তাকো এৰিলে।

কাৰণ? কাৰণ, বেদান্তৰ তত্ত্ব জনাৰ পিছত অধিক জানিবলৈ, বুজিবলৈ আৰু কি থাকিল? থাকিল কেৱল সেই তত্ত্ব আনক জনোৱাৰ দায়িত্ব। অৱশ্যেই ই অত্যন্ত গুৰু দায়িত্ব।

শঙ্কৰদেৱে দুবাৰ ভাৰতবৰ্ষ তীৰ্থসমূহ দৰ্শন কৰিছে। প্ৰথমবাৰ ৩২ বছৰ বয়সত। লগত আছিল সোতৰজন সংগী ঃ ৰামৰাম গুৰু, সৰ্বজয়, পৰমানন্দ, বলোৰাম, বলোভদ্ৰ, গোবিন্দ, নাৰায়ণ, বৰ শ্ৰীৰাম, গোপাল, ছোট বলোৰাম, মুকুন্দ, মুৰাৰি, মহেন্দ্ৰ কন্দলি, হৰিদাস বনিয়া, দামোদৰ আতা আৰু দুজন। অৱশ্যেই এই ভ্ৰমণ আছিল দীঘলীয়া। ভাৰতবৰ্ষৰ প্ৰায়বোৰ তীৰ্থ ভ্ৰমণ কৰিছে; বিভিন্ন তত্ত্ব আৰু পন্থৰ মুখামুখি হৈছে; নৃত্য, গীত অভিনয়ৰ দৰে পৰিবেশ্য কলাৰ দৰ্শন ঘটিছে।

১৪৩১ শকত, ষাঠি বছৰ বয়সত শঙ্কৰদেৱ আলিপুখুৰীৰ পৰা বৰদোৱালৈ উঠি যায়। এতিয়াৰ পৰা তেওঁ একান্তভাৱে ধৰ্ম প্ৰচাৰত মন দিয়ে। সাহিত্যৰথী বেজবৰুৱাই কৈছে, "গীত, পদ, ভটিমা, চপয় আদি গাই, খোল তাল লৈ হৰিনাম কীৰ্ত্তন কৰিবৰ প্ৰণালী নিশ্চয় তেওঁ বৃন্দাবন, মথুৰা, উৰিষ্যা, বাৰানসীৰ পৰা শিকি আহি আসামত চলাইছিল। সংস্কৃত নাটৰ আৰ্হিত নাট কৰি — ভাৱনা কৰা প্ৰণালীৰ ভাৱও যে পশ্চিমৰ ৰামলীলা আদি ভাৱনাৰ পৰা তেওঁ পোৱা সেইটোও বুজিব পাৰি। নামঘৰ মণিকূট সাজি সত্ৰ পাতি নাম-কীৰ্ত্তন কৰি থাকি ধৰ্ম প্ৰচাৰ কৰাটোও তেওঁ পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধ বিহাৰৰ পৰা পোৱাটো অনুমান হয়।"

তেতিয়া ৰামলীলাৰ দৰে অনুষ্ঠান আছিলেনে নাই, সেই কথা কোৱা টান। কিন্তু সংস্কৃত নাটক আৰু অভিনয় পৰম্পৰাৰ লগত যে তেওঁ পৰিচিত হৈছিল সেই বিষয়ে

* 'ভাৰতীয় দাৰ্শনিক তত্ত্বৰ পটভূমিত শঙ্কৰদেৱ' শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।

নিশ্চয় সন্দেহ নাই। সন্দেহ নাই যে তেওঁ 'নাট্যশাস্ত্ৰ', 'অভিনয় দৰ্পণ' আদি শাস্ত্ৰতো সমান অধিকাৰ স্থাপন কৰিছিল। 'বেদান্তৰ তত্ত্ব'ৰ পৰা শ্ৰীমদ্ভাগৱতৰ কৃষ্ণলীলালৈকে, ব্যাকৰণ শাস্ত্ৰৰ পৰা কাব্য-চিত্ৰ-নৃত্য-গীত-বাদ্য-অভিনয়তত্ত্বলৈকে এই সকলোতে সমান অধিকাৰেৰে শঙ্কৰদেৱে ভাৰতীয় জ্ঞান, ভক্তি, কলাৰ তত্ত্ব আৰু ৰূপ হৃদয়ংগম কৰাতে ক্ষান্ত হৈ থকা নাছিল; ইবিলাকক স্থানীয় লোকজ্ঞান আৰু লোককলাৰো উপাদানেৰে ন-কৈ সজাই পৰাই পুনৰ্নিৰ্মাণ কৰি উলিয়ালে যাতে সাধাৰণ সামাজিক লোকেও তাৰ স্বাদ ল'ব পাৰে আৰু অংশগ্ৰহণো কৰিব পাৰে। এনেকৈয়ে যি তত্ত্বজ্ঞান আৰু প্ৰয়োগকলা কেৱল মুষ্টিমেয় পাৰংগতৰ মাজত আবদ্ধ হৈ আছিল, শঙ্কৰদেৱে সেই তত্ত্বজ্ঞান আৰু প্ৰয়োগকলাক সাধাৰণ মানুহৰ অধিকাৰৰ 'বস্তু' কৰি তুলিলে। যদিও ব্ৰহ্মপুত্ৰ উপত্যকা খ্ৰীষ্টপূৰ্ব অনেক শতিকাৰ আগতেই সাংস্কৃতিক ভাৰতৰ মানচিত্ৰৰ অন্তৰ্ভুক্ত হৈছিল, শঙ্কৰদেৱে এই অন্তৰ্ভুক্তিক কৰি তুলিলে চাক্ষুষভাৱেও স্পষ্ট আৰু উজ্জ্বল। কে. এম. পানিক্কৰে সঠিক ভাৱেই কৈছে যে শঙ্কৰদেৱে ভাৰতবৰ্ষক অসমৰ বুকুলৈ আৰু অসমক ভাৰতবৰ্ষৰ বুকুলৈ সুমাই আনিলে।

শ্ৰী শঙ্কৰদেৱৰ ভাৰতীয়তাৰ ধাৰণাও আছিল স্পষ্ট। অৱশ্যেই এই ভাৰতীয়তা যে ৰাজনৈতিক ভাৰতীয়তা নহয়, সেই বিষয়ে সন্দেহ নাই। শঙ্কৰদেৱৰ সময়ত ব্ৰহ্মপুত্ৰ উপত্যকা নিজেই তিনিখন দেশত বিভক্ত হৈ আছিল — অসম, কামৰূপ আৰু বেহাৰ বা কোচবেহাৰ। তেতিয়ালৈকে সমগ্ৰ অঞ্চলটোৰ নাম অসম হৈ উঠাই নাছিল। কিন্তু স্থানীয় বৈশিষ্ট্য থকা সত্ত্বেও তিনিওখন দেশৰ মানুহৰ মুখৰ ভাষা একেটাই আছিল। এই ভাষাতেই চৰ্যাপদৰ ৰচনাৰ কালৰ পৰা ৰচিত হৈ আহিছে পুথি-পত্ৰাদি। এই ভাষাতেই অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে ৰচনা কৰিলে ৰামায়ণ। এই ভাষাই তিনিওখন দেশৰ মানুহৰ ভাষা। শঙ্কৰদেৱৰ চকুৰ আগত সেইবাবে কোনোবা এখন দেশ বা এখন দেশৰ মানুহ নাছিল। সেইবাবে তেওঁ ক'তো অসম বা অসমীয়া মানুহক সম্বোধন কৰা নাই; কৰিছে 'নৰলোক'ক, 'সামাজিক লোক'ক, 'সমজ্যাৰ লোক'ক। 'অসম' শব্দই 'আহোম', সকলকহে সেইসময়ত বুজাইছিল। "অসম কছাৰী খাছী গাৰো মিৰি যৱন কঙ্ক গোৱাল" আদিৰ মাজত তাৰ উমান পাব পাৰি। আহোম ৰজাৰ ৰাজ্যক বুজোৱা হৈছিল 'অসম ৰজাৰ দেশ' বুলিহে। অসম বা আসাম শব্দটো আহোমৰ সমাৰ্থক আছিল। তেওঁ "দুৰ্লভ মনুষ্য জন্ম ভাৰতত পাইলোঁ" বুলি কৰা ঘোষণাৰ মাজত ৰাজনৈতিক সীমাৰে চিহ্নিত ভাৰতবৰ্ষ নাছিল, আছিল সাংস্কৃতিক সীমাৰে চিহ্নিত ভাৰতবৰ্ষ। এই ভাৰতবৰ্ষৰ মাজতে আছিল তেওঁৰ 'শস্যে মৎস্যে অনুপাম বৰদোৱা' গ্ৰামো। এতেকে তেওঁৰ ৰচনাৰ মাজত উত্থাপিত ভাৰত প্ৰসংগ আকস্মিক নহয় বা বিচ্ছিন্ন প্ৰসংগও নহয়; বৰং এই প্ৰসংগ সুচিন্তিত ধাৰণা, স্বচ্ছ দৃষ্টিভংগী আৰু স্পষ্ট অভিমতৰ বাহক।

।।দুই।।

শ্ৰীশঙ্কৰদেৱ যে ভাৰত-প্ৰসংগ সম্পৰ্কে সচেতন আছিল তাৰ প্ৰমাণ তেওঁ সংকলন কৰা সংস্কৃত গ্ৰন্থ ভক্তিৰত্নাকৰৰ ত্ৰয়স্ত্ৰিংশ অধ্যায়টি। এই অধ্যায়টিৰ শিৰোনাম হ'ল — 'ভাৰত ভূ প্ৰশংসা'। এই অধ্যায়ত সংকলিত হৈছে দহোটি শ্লোক। এই দহোটি শ্লোকৰ প্ৰথম পাঁচোটি আনিছে ভাগৱত পুৰাণৰ পঞ্চম স্কন্ধৰ পৰা; পিছৰ পাঁচটি আনিছে বিষ্ণু পুৰাণৰ দ্বিতীয় আৰু পঞ্চম অধ্যায়ৰ পৰা। প্ৰতিটো শ্লোকৰ তেওঁ সংস্কৃতত টীকা কৰি গৈছে। উদ্ধৃত প্ৰথম শ্লোকটোৰ মূল কথা হ'ল দেৱতাসকলে খেদ কৰিছে এই বুলি যে ভাৰতবৰ্ষত জন্ম লাভ কৰি মুকুন্দৰ সেৱা কৰিবলৈ এই মানুহবিলাকেনো কি পুণ্য অৰ্জন কৰিছিল।

দ্বিতীয় শ্লোকত এই মূল কথাৰে সম্প্ৰসাৰিত ৰূপ আছে।

তৃতীয় শ্লোকত কৈছে, অন্য লোকত সুদীৰ্ঘ জীৱন লাভ কৰাতকৈ ভাৰতবৰ্ষত চুটি জীৱন লাভ কৰাও শ্ৰেয়। কাৰণ ভাৰতবৰ্ষত চুটি জীৱন লাভ কৰিলেও মানুহে ইতিপূৰ্বে কৰি অহা কৃত কৰ্মৰ পাপ নষ্ট কৰি মুক্তি লাভ কৰিব পাৰে।

চতুৰ্থ শ্লোকত এই ভাৱৰে সম্প্ৰসাৰণ ঘটিছে।

পঞ্চম শ্লোকতো এই ভাব সম্প্ৰসাৰিত হৈছে।

ষষ্ঠ শ্লোকত পৰাশৰে মৈত্ৰেয়ক কৈছে জম্বুদ্বীপত ভাৰতবৰ্ষই হ'ল শ্ৰেষ্ঠ দেশ। কাৰণ অন্য দেশত জন্ম লাভ কৰি মানুহে কেৱল পাৰ্থিৱ আনন্দ পাব পাৰে; কিন্তু ভাৰবৰ্ষতত জন্ম লাভ কৰি পুণ্য অৰ্জন কৰিব পাৰে।

সপ্তম শ্লোকৰ মূল কথা হ'ল — দেৱতাসকলে গীতত গাইছে যে ভাৰতবৰ্ষত জন্ম লাভ কৰাসকল ধন্য, কাৰণ এনে জন্ম স্বৰ্গলাভ আৰু মুক্তি লাভৰ উৎস।

অষ্টম শ্লোকত কৈছে — ভাৰতবৰ্ষত জন্ম লাভ কৰাসকল আশিসধন্য।

নৱম শ্লোকত কৈছে — হাজাৰ হাজাৰ বছৰৰ পুণ্য অৰ্জনৰ ফলতহে ভাৰতবৰ্ষত মানুহে দুৰ্লভ জন্ম লাভ কৰিবলৈ পায়।

দশম শ্লোকত কৈছে যে যি ভাৰতবৰ্ষত জন্ম লাভ কৰিও মুক্তিৰ বাবে যত্ন নকৰাকৈ বৃথাতে জীৱন কটালে তেওঁৰ জীৱন ধিক্।

শ্ৰীশঙ্কৰদেৱে ভাগৱত পুৰাণ আৰু বিষ্ণু পুৰাণৰ পৰা বাছি উলিয়াই উল্লিখিত দহোটা শ্লোক একেলগ কৰি 'ভাৰত ভূপ্ৰশংসা' শিতানত দিয়া কাৰ্য এটি একক আৰ্হিৰ কৰ্ম। শ্লোকসমূহ তেওঁৰ ৰচনা নহয়; কিন্তু চয়ন কাৰ্যটি তেওঁৰ মৌলিক। প্ৰসংগক্ৰমে উল্লেখ্য যে 'ভক্তিৰত্নাকৰ'ত সংকলিত সকলো শ্লোকৰ ভাষ্য তেওঁৰ নিজৰ। গ্ৰন্থৰ শেষত "ইতি কুসুমগিৰ্যাত্মজশ্ৰীশঙ্কৰ বিৰচিতঃ ভক্তিৰত্নাকৰখ্যোয়ং গ্ৰন্থঃ সমাপ্তঃ" বুলি তেওঁ সামৰণি মাৰিছে। তদুপৰি, গ্ৰন্থখনিৰ সংকলন, অধ্যায় বিভাজন আৰু শ্লোকৰ টীকা প্ৰণয়নৰে সৈত্যে কৰা সম্পাদনা কাৰ্য আধুনিক গৱেষণাকৰ্মৰ তুল্য।

এই কথাও উল্লেখনীয় যে মাধৱদেৱৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰে ভক্তি ৰত্নাকৰ গ্ৰন্থখনি অসমীয়া পদলৈ ভাঙি থৈ গৈছে। এই ভাঙনিত মূল শ্লোকৰ ভাঙনি কৰোঁতে শঙ্কৰদেৱে কৰা ভাষ্যতে তেওঁ ভৰ দিছে। 'ভাৰত ভূ প্ৰশংসা'ৰ প্ৰথম শ্লোকটো হ'ল ঃ

অহো অভীষাং কিমকাৰি শোভনং
প্ৰসন্ন এষাং স্বিদুত স্বয়ং হৰিঃ।
যৈৰ্জন্ম লব্ধং নৃষু ভাৰতাজিৰে
মুকুন্দ সেৱৌপয়িকং স্পৃহা হি নঃ।।

শ্ৰীমন্ত শঙ্কৰদেৱে এই শ্লোকৰ ভাষ্য লিখিছে এনেদৰে ঃ

অথ ভাৰত ভূপ্ৰশংসামাহ।

পঞ্চমে উনবিংশে শুকঃ। দেৱা অপি স্বৰ্গস্য দুঃখাৱহত্বাৎ ভাৰতবৰ্ষমেৱ পুণ্যাৰ্জন হেতুতয়া প্ৰশংসন্তীত্যাহ। ভাৰতজিৰে ভাৰতাংগনে যত্ৰ ন কেৱলং স্পৃহেৱ। তন্নৃষু জন্ম মুকুন্দসেৱায়া উপযোগি য়ৈলব্ধং তৈঃ কিং পুণ্যমকাৰিকৃতম্। স্বিদিতৰ্কে। উত ভো। স্বয়মাৰাধনং বিনা তেষাং হৰিঃ কিং প্ৰসন্নঃ এৱংভূতসুকৃতস্যান্যথা দুষ্কৰত্বা। দেৱমুক্তম্।।
ৰামচৰণ ঠাকুৰে ভাঙিছে ঃ

শুনিয়ো মহাত্মা আৰে আত অনন্তৰ।
নিৰূপন কৰোঁহো প্ৰশংসা ভাৰতৰ।।
পৰীক্ষিত ৰাজা আগে বচন শুকৰ।
উনৈশ অধ্যায়ে আছে পঞ্চম স্কন্ধৰ।। ৯৬৩
যিহেতু স্বৰ্গত মাত্ৰ সদা সুখময়।
তথাপিতো ভাৰতক প্ৰশংসা কৰয়।।
জানা ৰাজা দেৱসৱে গাৱয় ইহাক।
শুনিয়োক সাৱধানে কহোঁ মই তাক।। ৯৬৪
ভাৰতত ৰাষ্ট্ৰো জন্ম আমি দেৱ যত।
লভি আছে নৰ জন্ম হেন ভাৰতত।।
তাৰা সবে কিনো পুণ্য কৰিছে শোভন।
কিবা ই সৱত হৰি ভৈলা সুপ্ৰসন্ন।। ৯৬৫
মুকুন্দ সেৱাৰ যোগ্য নৰ কলেৱৰ।
তাক পাইবে লাগি পুণ্য পৰম দুষ্কৰ।।
জানিলো প্ৰসন্ন হৰি হৈলা ইসৱত।
তাতেসে লভিলে নৰজন্ম ভাৰতত।। ৯৬৬

গোপালচৰণ দ্বিজে এই একেখনি গ্ৰন্থকে সংস্কৃতৰ পৰা অসমীয়া ভাষালৈ ভাঙনি কৰে। তাতো তেওঁ শঙ্কৰদেৱৰ ভাষ্যৰ ওপৰতে ভৰ দিছে। 'ভাৰত ভূ প্ৰশংসা' অধ্যায়

ভাগোতেও এই বিশেষত্ব সহজেই অনুভৱ কৰিব পাৰি।

এই প্ৰসংগসমূহ উত্থাপন কৰিছোঁ এই কথা দেখুৱাবলৈহে যে 'ভক্তি ৰত্নাকৰ' গ্ৰন্থত ভাৰতৰ প্ৰশংসাসূচক শ্লোক আৰু ভাষ্য সন্নিবিষ্ট কৰি শ্ৰীশ্ৰী শঙ্কৰদেৱে অসমৰ বৈষ্ণৱ সমাজৰ যোগেদি সমগ্ৰ অসমৰ মানুহৰ বাবে ভাৰতবৰ্ষক স্বৰ্গতকৈও শ্ৰেষ্ঠৰূপত প্ৰতিষ্ঠা কৰি গ'ল। এই কৰ্মক আনকি সমগ্ৰ ভাৰতবৰ্ষৰ মানুহৰ বাবে কৰি যোৱা কৰ্ম বুলিলেহে উচিত কোৱা হ'ব। ভাৰতবৰ্ষত আজি যি ৰাষ্ট্ৰীয় সংহতিৰ কথা বাৰংবাৰ কৈ থকা হৈছে শঙ্কৰদেৱে ষোড়শ শতিকাতে অসমত তাৰ বিদ্যায়তনিক ভেটি বান্ধি দি থৈ গৈছে। আমাৰ দুৰ্ভাগ্য এয়ে যে ইতিবাচক দিশবোৰ অসমৰ বাহিৰত ইংৰাজী বা হিন্দীৰে ক'বলৈ যোগ্যতা থকাসকলে হয় এই কথাবোৰ নাজানে, নাইবা অৱজ্ঞা কৰে। সৰ্বাধুনিক মানুহৰ বাবেও যে শঙ্কৰদেৱ এতিয়াও পঠনযোগ্য, সেইকথা তেওঁৰ এনে কামৰ আঁৰত থকা দৃষ্টিভংগীয়েই ঘোষণা কৰি আছে।

## ।।তিনি।।

ভাগৱতৰ ৰস হ'ল মাধ্যম আৰু বেদান্তৰ তত্ত্ব হ'ল লক্ষ্য। বেদান্তৰ তত্ত্ব বা সত্যাই বিশ্ব ব্ৰহ্মাণ্ডৰ অস্তিত্ব আৰু অনস্তিত্বৰ সত্যক বৈজ্ঞানিকভাৱেই প্ৰতিষ্ঠা কৰি গৈছে। পদাৰ্থ বিজ্ঞান আজি সেই ফাললৈকে গৈ আছে। প্ৰাচীন ভাৰতবৰ্ষতে ৰস আৰু তত্ত্ব তথা জ্ঞানৰ এনে এক বিৰল প্ৰকাশ ঘটিছিল। শঙ্কৰদেৱৰ ভাৰত প্ৰসংগৰ লগত সেইবাবেই ভাৰতবৰ্ষত বিকশিত হোৱা এই চৰম আৰু পৰম জীৱন-সত্য তথা জগৎ-সত্য সংযুক্ত হৈ আছে।

মহাপুৰুষগৰাকীয়ে তেওঁৰ ৰচনাৰ বিভিন্ন স্থানত ভাৰতভূমিৰ প্ৰশংসাসূচক উল্লিখন দি গৈছে। 'কীৰ্তন ঘোষা' পুথিত প্ৰথম উল্লিখন দুটা পোৱা যায় "অজামিল উপাখ্যান'ৰ ২১৩ সংখ্যক আৰু ২১৪ সংখ্যক পদত এনেদৰে ঃ

১। আৰ কি সেহ্‌ৰে ভাৰতভূমিত
হৈবাহা মনুষ্য জন্ম।। ২১৩

২। সি যি কদাচিত মনুষ্য হোৱয়
ভাৰত বৰিবে আসি।। ২১৪

'বলিছলন'ৰ ৬২৬ সংখ্যক পদত পোৱা উল্লেখনটি আছিল —

৩। ভাৰতত জন্ম পাই বিলম্বক নুযুৱাই
সদায়ো ঘুবিয়ো হৰি হৰি।। ৬২৬

'ৰাসক্ৰীড়া'ৰ সপ্তদশ কীৰ্ত্তনৰ সামৰণিত ভাৰত-প্ৰসংগ উত্থাপন কৰি লিখিছে —

৪। কৃষ্ণৰ কিংকৰে কহে শুনা নিৰন্তৰ।
কলিযুগে ভাগ্যে ভাৰতত ভৈলা নৰ।। ১০০৬

'মুচুকুন্দ স্তুতি' অষ্টম কীৰ্ত্তনত আছে —

৫। ভাৰতে দুৰ্লভ নৰদেহা পায়া
নভজে তোমাৰ পাৱ। ১৩৮৩

'নাৰদৰ কৃষ্ণ দৰ্শন'ত লিখিছে —

৬। জানিয়া এৰা সৱে ভাৰভূৰ
ভাগ্যেসে ভাৰতে ভৈলা মানুষ।। ১৫২৫

'বেদস্তুতি'ৰ প্ৰথম কীৰ্তনত 'অজামিল উপাখ্যান'ত উত্থাপন কৰাৰ দৰেই ভাৰত-প্ৰসংগ উত্থাপন হৈছে —

৭। ভাৰতে মনুষ্য জন্ম নুহিকে সেহুৰে।
তোমাক নভজি আত্মঘাত কৰি মৰে।। ১৬৫৭

'কীৰ্ত্তন ঘোষা'ৰ উপৰিও শঙ্কৰদেৱে তেওঁৰ অন্যান্য ৰচনাসমূহতো বিভিন্ন স্থানত ভাৰতবৰ্ষৰ কথা উত্থাপন কৰি গৈছে। সিবিলাকৰ এটি লেখে প্ৰমাণ কৰিব এই সন্ত, কবি, শিল্পী, তত্ত্বজ্ঞ মহাপুৰুষ গৰাকীয়ে জ্ঞান আৰু ৰসময়ী ভক্তিৰ জন্ম আৰু বিকাশৰ ক্ষেত্ৰস্বৰূপে ভাৰতবৰ্ষক কেনে স্থান দি গৈছে।

'ভক্তি প্ৰদীপ'ৰ এঠাইত কৈছে —

৮। শুনা সভাসদ পদ যৈতে কৃষ্ণ কথা।
ভাৰতভূমিত জন্ম নকৰিয়ো বৃথা।। ১১৬

'অনাদি পাতন'ত 'সাত পৃথিৱীৰ বিৱৰণ' প্ৰসংগত ভাৰতৰ প্ৰসংগ একেলগে কেইবাবো উত্থাপন কৰিছে। এই উল্লিখনসমূহ হ'ল —

৯। দক্ষিণে ভাৰত কিম্পুৰুষ তাত পৰে।
আছে হৰি ৰৱিৰ তাহাত অনন্তৰে।। ১১১

১০। সবাতো অধিক ইটো ভাৰতবৰিষ।
যাত জন্ম লভিবাক দেৱৰো হৰিষ।। ১১২

১১। নালাগে আমাক স্বৰ্গ কল্প সীমা বাস।
ভাৰতত জন্মিলে অল্পতে হৈবো নাশ।।

১২। ভাৰতত জন্মি যেন পাৱে নৰবিধি।
দুইদণ্ড ভকতি কৰিলে হোৱে সিদ্ধি।। ১১৩

১৩। ভাৰতৰ নৰে আছে কিনো পূণ্য কৰি।
ভাসবাত কেনমতে তুষ্ট ভৈলা হৰি।।

১৪। ৰাত্ৰিদিন আমি বাঞ্ছা কৰো যাক লাগি।
হেন ভাৰতক পাইলে কিনো পূণ্য ভাগি।। ১১৪

১৫। হা হা হৰি কৈসানিনো লভিবো ভাৰত।
কৰিবো ভকতি মাত্ৰ কৃষ্ণ চৰণত।। ১১৫

এহি বুলি দেৱে ক্ষেণে ক্ষেণে বাঞ্ছা কৰে।
তাক নকহিলোঁ পদ বাহুল্যক ডৰে।।
১৬। এহি নৱ বৰিষ কহিলো সবে সীমা।
শুনা ভাৰতৰ যেন পৰম মহিমা।। ১১৬
১৭। ৰাজাক কহন্ত শুক মহা মুনিবৰে।
নাহি পূণ্যভূমি আৰ ভাৰতত পৰে।।
১৮। ভাৰতৰ নৰে অপ্ৰয়াসে সাধে গতি।
যদি একচিত্তে কৰে হৰিত ভকতি।।
১৯। ভাৰতত জন্ম আতি কলিত অধিক।
যেন তেন মতে মাত্ৰ ভজোক হৰিক।।
২০। এতেকে পৰম গতি দেন্ত নাৰায়ণ।
নোযোৰয় ভাৰতক চৈধ্যয় ভুবন।। ১১৮
২১। দেৱৰ দুৰ্লভ ভাৰতভূমিত
আয়ু যায় আলে জালে।
হাটে-বাটে কৈত মৰণ মিলয়
কেতিক্ষণে ধৰে কালে। ১৬০
২২। বিষয়ক কৰি ভোগ্য কৃষ্ণৰ সেৱাৰ যোগ্য
ভাৰতৰ নৰ কলেৱৰ।
তাক পাই হেলা কৰি সদা নুসুমৰে হৰি
কিনো নৰ অধম পামৰ।। ১৫
২৩। কেতিক্ষণে ধৰে কালে তাঁৰো নাহি থিত।
আৰকি মনুষ্য হৈবা ভাৰতভূমিত।। ১৩১
২৪। দেৱৰো বাঞ্ছিত ভাৰতৰ নৰ কায়া।
পূণ্য বলে পাইলা ঈশ্বৰো ভৈল দায়া।। ১৩২
২৫। শুনা সভাসদ পদ মহা ভাগৱত
পাইলা নৰদেহা মহা ভাগ্যে ভাৰতত।। ২০৯
২৬। ভাৰতত নৰতনু নপাইবা সেহ্ৰে।
ৰামনাম বান্ধৱক ধৰা নিৰন্তৰে।। ৩৪৪

অষ্টম স্কন্ধ 'ভাগৱত'ৰ বলিছলন অধ্যায়ত দুঠাইত ভাৰতবৰ্ষৰ কথা উত্থাপন কৰিছে।

২৭। কোন দিনা যমে ধৰে তাৰ নাহি থিত
আৰো কি মনুষ্য হইবা ভাৰতভূমিত।। ১০৭৬

২৮। শুনা সৰ্বজন যত জন্ম লভি ভাৰতত
তাক ব্যৰ্থ কৰা কোন কাজে।
যি যাইবা যাতনা তৰি ডাকি বোলা হৰি হৰি
নাহি ধৰ্ম হৰিনাম বাজে।। ১১৫৭

দশম স্কন্ধ 'ভাগৱত'ত বিভিন্ন প্ৰসংগত আঠ ঠাইত ভাৰতবৰ্ষৰ প্ৰসংগ উত্থাপন কৰিছে।

২৯। দেৱৰো দুৰ্লভ ভাৰতত নৰতনু।
কোটি কোটি কল্প অৱসানে পায় পুনু।। ৭৫০

৩০। দেৱৰো দুৰ্লভ ইটো জন্ম ভাৰতত।
হৰাই চিন্তামণি যেন জানিবা হাতত।। ১১১০

৩১। আউৰ কি ভাৰতে মনুষ্য হইবাহা
এৰিয়োক ইটো আশা। ১১৩২

৩২। ভাৰতে মনুষ্য তনু সেহুৰে নপাইবা পুনু
মহাভাগৱত শাস্ত্ৰে কয়।
কোটি কল্প অনন্তৰে জীৱে নৰ দেহ ধৰে
যদি থাকে পুণ্যৰ সঞ্চয়।। ১৪৭৮

৩৩। ভাৰতে মনুষ্য তনু কত পুণ্যে পায়
চিন্তামণি জন্ম হেৰা হাততে হৰাই।। ১৬০০

৩৪। কৃষ্ণৰ কিঙ্কৰ ভনে শুনিয়োক সৰ্বজনে
ভাগৱত শাস্ত্ৰৰ সম্মত।
কত কোটি পুণ্য ৰাশি ইটো জীৱে-সাক্ষি আসি
নৰ দেহ লভে ভাৰতত।। ১৬২৯

৩৫। ভাৰতে মনুষ্য তনু নাপাইবা সেহুৰে।
ভকত বান্ধৱ নাই মাধৱত পৰে।। ১৭৩৭

৩৬। কলিযুগ ভাৰতবৰিষে হৰিনাম।
দেৱৰো দুৰ্লভ নৰতনু অনুপাম।। ১৯৮৯

একাদশ স্কন্ধত ভাৰত-প্ৰসংগ উত্থাপিত হৈছে এঠাইত —

৩৭। ভাৰতবৰিষ কলিযুগ ইটো
হৰিনাম নৰকায়।
চাৰিৰ সংযোগে মহাভাগ্য ভৈল
আৰো আছ্য বাট চাই।। ৬৮৩

দ্বাদশ স্কন্ধত ভাৰতৰ নাম লৈছে তিনি ঠাইত —

৩৮। ভাৰতবৰিষ মনুষ্য শৰীৰ
কলিযুগ হৰিনাম।
চাৰিৰ সংযোগ কত পুণ্যে পাইলা
কৰা তৰিবৰ কাম।। ১৫০

৩৯। ভাৰত ভূমিত লভি দুৰ্লভ মনুষ্য জন্ম
আৰো বিশেষত কলিকাল
হৰিৰ নামক মাত্ৰ জিহ্বায়ে বুলিব লাগে
এতেকে পাপৰ বুন্দামাল। ২৩৪

৪০। নৰ তনু ইটো ভাৰতবৰিষ
কলিযুগে হৰিনাম।
চাৰিৰ সংযোগ আউৰ কৈত পাইবো
কৃপা কৰা প্ৰভু ৰাম।। ৫৩৭

মহাপুৰুষ গৰাকীয়ে 'নিমি নৱসিদ্ধ সংবাদ' অধ্যায়ত এবাৰ ভাৰতৰ কথা স্মৰণ কৰি কৈছে ঃ

৪১। ইজন্মক বাপ নেৰাইলে সন্তাপ
ভাৰতবৰিষ পায়া।
কৈত কালে চোৰ প্ৰাণ নেই মোৰে
পৰিবে মনুষ্য কায়া।। ৩৩৭

ইয়াৰ উপৰিও ৰামায়ণৰ উত্তৰা (উত্তৰ) কাণ্ডতো ভাৰত-প্ৰসংগ উত্থাপিত হৈছে।

৪২। শুনিয়োক সামাজিক ৰামৰ চৰিত্ৰ।
লভিয়া দুৰ্লভ জন্ম ভাৰতভূমিত।। ৫১২

৪৩। লভিয়া ভাৰতে নৰতনু ইটো
নকৰে হৰি কীৰ্ত্তন।
হৃদয়তে হৰি আচন্ত জানিয়া
নিচিন্তে তান চৰণ।। ৬৮৭

কেলিগোপাল নাটৰ অন্তত সূত্ৰধাৰে কৈছে —

৪৪। ওহি ভাৰতবৰিষে নৰতনু কোটি কল্প অন্তৰো নাহি পাই।

একে নাটত মুক্তিমংগল ভটিমাত কৈছে —

৪৫। দেৱক দুৰ্লভ ভাৰতে নৰতনু
হৰিবিনে বিফলহি যায়।

ৰামবিজয় নাটৰ প্ৰথম ভটিমাটোত ভাৰত-প্ৰসংগ এনেভাবে উত্থাপিত হৈছে —

৪৬। অসাৰত সাৰত কাৰত ভাৰত
নৰতনু বিফলহি যায়।

শংকৰদেৱৰ ৰচনাৰ এই ছয়চল্লিছ ঠাইত ভাৰতৰ প্ৰশংসা প্ৰসংগ পোৱা গৈছে। ভাৰতবৰ্ষ কলিযুগ, হৰিনাম আৰু মনুষ্যশৰীৰ এই চাৰিটাৰ ওপৰত গুৰুত্ব দি বাৰে বাৰে তেওঁ কৈছে যে এবাৰ ভাৰতত জন্ম লাভ কৰাৰ পিছত সোনকালে আকৌ জন্মলাভ কৰাৰ আশা নাই। ভাৰতত জন্ম লাভ কৰিবলৈ দেৱতায়ো বাঞ্ছা কৰে; এতেকে এই জন্ম লাভ সাৰ্থক কৰিব লাগে। এনে সকীয়নি, অভিমত আৰু পৰামৰ্শৰ যাই কাৰণেই হ'ল ভাৰতবৰ্ষত এহাতে জীৱন আৰু জগতৰ ৰহস্য অনুসন্ধানৰ বৌদ্ধিক সাধনাই উপনিষদ তথা বেদান্ততে শীৰ্ষস্থান লাভ কৰিছে; আনহাতে সেই তত্ত্বক কৃষ্ণনামত আত্মীয় কৰি ল'ব পৰা ৰসময়ী ভক্তিমাৰ্গৰো প্ৰশস্ত পথ ভাৰততে ৰচিত হৈছে। ভাৰতবৰ্ষৰ এই তত্ত্ব আৰু ৰস কেৱল কোনোবা এখন ঠাইৰ, কোনো এটা সম্প্ৰদায়ৰ বাবে প্ৰকাশ লাভ কৰা নাই; বৰং পৃথিবীৰ সকলো দেশ আৰু সকলো কালৰ মানুহৰ বাবে প্ৰকাশিত হৈছে। প্ৰসংগক্ৰমে স্মৰণীয় যে পৃথিৱীৰ বিভিন্ন দেশত জীৱন আৰু জগতৰ অনুসন্ধানৰ আধাৰত দৰ্শন শাস্ত্ৰ ৰচিত হৈ আহিছে। পশ্চিমত এতিয়াও তাৰ যতি পৰা নাই। কিন্তু ভাৰতবৰ্ষত যি ষড়দৰ্শনৰ সৃষ্টি হ'ল তাৰ পিছত ইয়াৰ কোনো পৰিবৰ্তন বা বিকাশ হ'বলগীয়া হোৱা নাই। তাৰ প্ৰধান কাৰণেই হ'ল ভাৰতীয় দৰ্শনে বেদান্তৰ আধাৰত যি সত্য দেখিলে, তাৰ পিছত আৰু বেলেগ সত্য দেখিবলগীয়া নাই। শংকৰদেৱৰ কালত এনে তুলনাৰ অৱকাশ নাছিল, কিন্তু ভাৰতবৰ্ষত বিকশিত বিভিন্ন ধৰ্মসম্প্ৰদায়সমূহৰ বিচাৰ সম্ভৱপৰ আছিল। বেদান্ত আৰু ভাগৱতৰ আধাৰত তত্ত্ব আৰু ৰসৰ মাজেদি ব্যক্ত সত্য দেখাৰ পাছত মহাপুৰুষগৰাকীয়ে সেই সত্য মানুহৰ হৃদয়ত গাঁথি দিবলৈ প্ৰয়াস কৰিছে; প্ৰয়াস কৰিছে এই সত্য বিকশিত হোৱা স্থান ভাৰতবৰ্ষৰ প্ৰতি শ্ৰদ্ধা আৰু আকৰ্ষণ গঢ়ি তুলিবলৈও। ইয়াত কোনো ৰাজনৈতিক ভূগোলৰ প্ৰশ্ন নাই। ভাবিলে বিস্মিত হ'ব লাগে, কেনেকৈ তেওঁ অসম-কামৰূপ-বেহাৰৰ পৰা ওলাই গৈ আসমুদ্ৰ হিমাচল ভাৰতবৰ্ষক সামৰি লৈ অসম-কামৰূপ বেহাৰলৈ ঘূৰি আহিছে। প্ৰথম বাৰ বহুৰ তীৰ্থ ভ্ৰমণ কৰি তেওঁ ভাৰতবৰ্ষৰ আত্মা আৰু শৰীৰ দুয়োটাৰে লগত আত্মিক সম্পৰ্ক স্থাপন কৰি ঘূৰি আহিছে। সেই সময়ত কুলীনসকলৰ চকুত অন্ত্যজ আৰু অস্পৃশ্য জাতি বুলি ঘৃণিত সকলকো শংকৰদেৱে কুলীনসকলৰ সমান স্থান দিয়াৰ মাজেদি আৰু সকলোকে 'বিষ্ণু বুদ্ধি' কৰি মানিবলৈ মানুহক শিক্ষা দি, কি এক বৈপ্লৱিক আন্দোলন গঢ়ি তুলিছিল সেই কথা ভাবিলে বিস্ময় মানিব লাগে। তেওঁৰ এই বোধ ভাৰতীয় বৌদ্ধিক আৰু সৃষ্টিশীল ৰচনা আৰু কৰ্মৰ ভিত্তিত গঢ়লৈ উঠিছিল। তেওঁ ভাৰত-আত্মাৰ মাজেদিয়েই সাৰ্বজনীন মানৱাত্মা আৰু বিশ্বাত্মাক প্ৰত্যক্ষ কৰি যে বিমুগ্ধ হৈ পৰিছিল, তাৰ সাক্ষ্য ধৰি ৰাখিছে উল্লিখিত ভাৰত-প্ৰসংগই।

মধ্যযুগৰ বৈষ্ণৱ সন্তসকলৰ প্ৰায় প্ৰত্যেকেই একে সত্যকে স্থানীয় ঐতিহ্য তথা বৈশিষ্ট্যৰ আধাৰত প্ৰতিষ্ঠা কৰি গৈছে। কবীৰে সম্পূৰ্ণ নিৰ্গুণ ৰূপত ঈশ্বৰক ভক্তি আৰু প্ৰেমৰ মাজেদি অনুভৱ কৰিছে; মীৰাই নিৰ্গুণ ব্ৰহ্মাৰ সগুণ ৰূপ কৃষ্ণক নিজৰ প্ৰেয়স ৰূপত অনুভৱ কৰিছে; নিৰ্গুণ সত্যক নানকে নিজৰ বোধৰ মাজত প্ৰত্যক্ষ কৰিছে; চৈতন্যদেৱে প্ৰেমৰ মধুৰ ভাবৰ মাজত জীৱনসত্যক উপলব্ধি কৰিছে। মহাপুৰুষ শংকৰদেৱে এই সত্যক তত্ত্বৰূপে বুদ্ধিৰে আৰু ৰসস্বৰূপে বোধেৰে দেখা পাইছে আৰু অনুভৱ কৰিছে। তেওঁ দাস্যভাৱৰ সৌধও তত্ত্ব বা জ্ঞানৰ আৰু ৰস বা বোধৰ আধাৰত প্ৰতিষ্ঠিত। ইয়াকে আন প্ৰকাৰে ক'ব পাৰি যে তেওঁৰ ভেটি হ'ল বেদান্তৰ তত্ত্ব, সৌধ হ'ল পুৰাণসূৰ্য ভাগৱতৰ ৰসময়ী দাস্য ভক্তি। এই দুইটিৰ জন্ম 'দেৱৰো বাঞ্ছনি' 'ভাৰত বৰিষ'তে। সেইবাবে মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাত বাৰে বাৰে 'ভাৰত-প্ৰসংগ' উত্থাপিত হৈছে। মই জনাত শঙ্কৰদেৱৰ বাহিৰে মধ্যযুগৰ আন কোনো এগৰাকী সন্তই ভাৰত ভূমিৰ এনেভাবে প্ৰশংসা কৰি যোৱা নাই। অথচ পঞ্চদশ-ষোড়শ শতিকাতে যি গৰাকী সন্তই ভাৰতবৰ্ষৰ লগত এই বৰ্তমান অসমৰ একাত্মীয়তা স্থাপন কৰি গ'ল, সেই গৰাকী সন্তক ভাৰতবৰ্ষৰ অন্য প্ৰান্তৰ মানুহে চিনি নাপায়। শঙ্কৰদেৱ বুলি ক'লে, তেওঁবিলাকে হয় সদাশিৱ শঙ্কৰক চিনি পায়, নহয় তথাকথিত শিক্ষিতসকলে চিনি পায় — শঙ্কৰাচাৰ্যক। ভাৰতবৰ্ষৰ লগত একাত্ম অনুভৱ কৰা মহাপুৰুষ শঙ্কৰদেৱৰ বাবে আৰু অসমৰ মানুহৰ বাবেও ইয়াক ভাগ্যৰ পৰিহাস নুবুলি আৰু কি বুলিব পাৰি? কিন্তু, যেয়ে যি বুলিয়েই কওক, শঙ্কৰদেৱক মানকেই বা নামানকেই, অসমীয়া মানুহ তথা ষোড়শ শতিকাৰ পৰা অসমৰ পুৰণি বাসিন্দাসকল শঙ্কৰদেৱৰ বৌদ্ধিক আৰু সাংস্কৃতিক সন্তান স্বৰূপ।

ভাৰত-প্ৰসংগ যে শঙ্কৰদেৱে প্ৰত্যক্ষভাৱেই উত্থাপন কৰি গৈছে এনে নহয়, পৰোক্ষভাৱেও গঙ্গা, গয়া, কাশী (বাৰানসী) আদি তীৰ্থক্ষেত্ৰৰ উল্লেখৰ মাজতো উত্থাপন কৰিছে। তদুপৰি তেওঁৰ ৰচনাত বিশেষকৈ ৰাজভট্টিমা আৰু বৰগীতত কিছু মৈথেলী, অৱধি, হিন্দী, আৰবী আদি শব্দৰ আৰু প্ৰকাশভংগীৰ প্ৰয়োগ মন কৰিবলগীয়া। বিশেষকৈ পাঠান, উমৰা, পাৎসা, ফৰমান, যৱন আদি শব্দৰ ব্যৱহাৰে সমকালীন ভাৰতবৰ্ষৰ শাসকসকলৰ কথা স্বাভাৱিকতে মনত পেলায়।

আমাৰ নৃতাত্ত্বিক আৰু সাংস্কৃতিক ইতিহাসৰ অধ্যয়নে এটা কথা সন্দেহাতীতভাৱে প্ৰমাণ কৰিছে যে অসমৰ জনজীৱনত আৰু সাংস্কৃতিক জীৱনত মধ্য এছিয়া আৰু দক্ষিণ পূৱ এছিয়াৰ শৰীৰ-উপাদান বা বস্তুগত উপাদান অধিক পৰিমাণে আছে; কিন্তু এই উপাদানসমূহক এটা সাঁচত পৰিশীলিত ৰূপত সজাই 'অসমীয়া মন' আৰু 'অসমীয়া জীৱন' গঢ়ি তুলিলে ভাৰতীয় জীৱনতত্ত্ব, ৰসবোধ আৰু সাংস্কৃতিক প্ৰতিভা আৰু দক্ষতাই। সেই বাবেই নৃতাত্ত্বিক লক্ষণৰ ফালৰ পৰা অতি গৰিষ্ঠ সংখ্যক অসমীয়া মানুহেই মধ্য এছিয়া আৰু দক্ষিণে পূৱ এছিয়াৰ ওচৰ চপা হ'লেও ভাষিক, মানসিক আৰু

সাংস্কৃতিকভাৱে পূৰ্ণ শতাংশে ভাৰতীয়। মহাপুৰুষ শঙ্কৰদেৱে 'অসমীয়া' মানুহৰ এই নিজস্ব ভাৰতীয় বৈশিষ্ট্যক কৰি তুলিলে অধিক পৰিশীলিত, উন্নত আৰু বিকশিত। তেওঁৰ কাব্য, নাট, গীত, বাদ্য, চিত্ৰ, অভিনয় সকলো কলাৰ মাজত এই ভাৰতীয়ত্বই আধাৰ আৰু প্ৰাণশক্তি হৈ আছে। এই ভাৰতীয়ত্বক আঁতৰাই পেলাব খুজিলে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি তথা অসমীয়া মন আৰু জীৱন বুলি কোনো বস্তু নাথাকিব। কিন্তু এই বিশেষত্বই অসমীয়া মানুহৰ মন, শৰীৰ আৰু চেতনা এনেভাৱেই গঢ়ি তুলিলে যে এই বিশেষত্বসমূহক বিচ্ছিন্ন কৰাৰ কথা কল্পনাও কৰিব নোৱাৰি।

আমাৰ ঐতিহাসিক সমলসমূহে সাক্ষ্য দিয়াৰ আগৰ পৰাই ব্ৰহ্মপুত্ৰ উপত্যকা যে সাংস্কৃতিকভাৱে গংগা উপত্যকাকে ধৰি ভাৰতবৰ্ষৰ সাংস্কৃতিক মানচিত্ৰৰ অন্তৰ্ভুক্ত আছিল সেইকথা সহজেই অনুমেয়। কাৰণ, যিখিনি সমল লিপি, ভাস্কৰ্য, স্থাপত্যৰ নিদৰ্শনকে ধৰি পোৱা গৈছে, সেইখিনিৰ আকস্মিক জন্ম আৰু বিকাশ হোৱা নাই। সিবিলাকৰো এটি অতীত আছে। মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্বসুৰীসকলে সেই ধাৰাটিকে বোৱাই আনিছিল। শঙ্কৰদেৱে সেই ধাৰাটিকে কৰি তুলিলে প্ৰশস্ত। সেই ধাৰাই কেৱল মুষ্টিমেয়সকলকে টৌৱাই ক্ষান্ত নাথাকি জাতি-বৰ্ণ-ধৰ্ম-ভাষা-সম্প্ৰদায় নিৰ্বিশেষে অসমৰ জনজীৱনক টৌৱাই পেলালে। অসমৰ মানুহে এই সাংস্কৃতিক প্ৰবাহত স্নান কৰি নিজক ন-কৈ আৱিষ্কাৰ কৰিলে। শঙ্কৰদেৱৰ লগত ভাৰত প্ৰসংগ সেইবাবেই অবিচ্ছেদ্য ৰূপত সংযুক্ত হৈ আছে; আৰু শঙ্কৰদেৱে এই প্ৰসংগক অসম আৰু অসমীয়া মানুহৰ লগত আগতকৈও কৰি তুলিলে অবিভাজ্য ৰূপে সম্পৃক্ত। যিসকলে অসমীয়া মানুহ ভাৰতীয় নহয় বুলি ক'ব খোজে তেখেত সকলেও শঙ্কৰদেৱ অধ্যয়নৰ মাজেদিয়েই আমাৰ অতীতলৈ ঘূৰি চোৱাৰ এটি পৰিষ্কাৰ দৃষ্টি লাভ কৰিব আৰু প্ৰত্যয় যাব পাৰিব যে অসমীয়া মানুহ ভাষা আৰু সংস্কৃতিৰ প্ৰাণ প্ৰবাহটি ভাৰতীয় মূলৰ পৰাই ওলাই আহিছে। □

# মাধৱদেৱৰ 'নামঘোষা'ৰ তত্ত্ব আৰু সৌন্দৰ্য

॥ এক ॥

মাধৱদেৱৰ ভাগিন নাতি দৈত্যাৰি ঠাকুৰে (ৰামচৰণ ঠাকুৰৰ পুত্ৰ) চৰিত পুথিত মাধৱদেৱৰ মুখেৰে কোৱাইছে ঃ

দেখা ঘোষা পুথিখান আমাৰ আছয়।
সবে কহি আছোঁ যিবা কহিবে লাগয়॥
তাহাৰ অৰ্থকে যিবাজনে বুজিবেক।
সোই জনে জানা লাগ আমাক পাইবেক॥১৫৬৫॥
ঘোষাতে সমস্ত মোৰ বলবুদ্ধি যত।
যাৰ ভাগ্যে আছে আতে বজিবে সমস্ত॥১৫৬৬॥

মহাপুৰুষ গৰাকীয়ে এই কথা নিজ মুখে কৈ যাওক বা নাযাওক, সেই কথা ডাঙৰ কথা নহয়, কিন্তু দৈত্যাৰি ঠাকুৰেও যদি কৈছে যে ঘোষাতেই মাধৱদেৱ সম্পূৰ্ণকৈ আছে, তেওঁ সঠিকভাৱেই মূল্যায়ন কৰি গৈছে। কোনোৱে কৈছে ই বগৰীৰ দৰে, বাহিৰটো কোমল, ভিতৰটো কঠিন। অনেকে আকৌ মুখে মুখে শুনি আহিছে আৰু কৈ আহিছে — মাধৱদেৱে এহেজাৰ ঘোষা ৰচনা কৰি গৈছে; প্ৰথম ঘোষাফাঁকি গুৰু শঙ্কৰদেৱে ৰচনা কৰি তেওঁৰ পথ কাটি দিছে। মাধৱদেৱৰ অচলা গুৰুভক্তিৰ বাবে আৰু হেজাৰী ঘোষাত এহেজাৰ এটা ঘোষা থকাৰ বাবেই এই ধাৰণা কেনেবাকৈ কোনোবাই সদিচ্ছাবশতঃ প্ৰচাৰ কৰি থৈ গ'ল যদিও এনে ধাৰণাৰ কোনো বাস্তৱ আৰু ঐতিহাসিক ভিত্তি নাই। কাৰণ, এই গ্ৰন্থখনি মাধৱদেৱৰ শঙ্কৰদেৱৰ পূৰ্ব্ব আজ্ঞাৰে কৰা শেষ বয়সৰ ৰচনা — শঙ্কৰদেৱৰ তিৰোধানৰ পিছৰ। এতেকে নামঘোষা মাধৱদেৱৰ সমস্ত জীৱনৰ — জ্ঞান আৰু গভীৰ অনুভৱৰ স্বতঃস্ফূৰ্ত কাব্যময় প্ৰকাশ। ভাৱৰ গভীৰতা, বিষয়ৰ যথাযোগ্যতা, প্ৰকাশভংগীৰ চাৰুতা আৰু ভক্তিৰ ৰসময়ী স্বৰূপৰ অনন্য অভিব্যক্তিয়ে নামঘোষাক কৰি তুলিছে সকলো কালৰ বাবে এক অতুলনীয় মহৎ কাব্যকৃতি। নামঘোষাই ধৰ্মৰ সকলো সাম্প্ৰদায়িক ৰূপ অতিক্ৰম কৰি পাঠকৰ অন্তৰ এক অলৌকিক আনন্দনিস্যন্দী অন্তৰ্জগতৰ মাজলৈ লৈ যায়, পাঠকক বুদ্ধি আৰু বোধৰ এক অপূৰ্ব মিলন ৰাজ্যত

প্ৰৱেশৰ এক বিৰল সুযোগ দান কৰে। "ধ্বন্যালোক'ত আচাৰ্য অভিনৱগুপ্তই কবিৰ সৃষ্টি-প্ৰতিভাক 'অপূৰ্ব বস্তু নিৰ্মাণক্ষম প্ৰজ্ঞা' বুলি কৈছে; অৰ্থাৎ যি প্ৰজ্ঞাৰ দ্বাৰা অপূৰ্ব বস্তু নিৰ্মাণ কৰা হয়, সেয়ে প্ৰতিভা। নামঘোষাৰ কবিয়েও এই প্ৰজ্ঞাৰেই তেওঁৰ উপলব্ধ তত্ত্বক আনন্দময় ৰসত দ্ৰৱণ কৰি অভিনৱগুপ্তৰ ভাষাৰেই 'পৰব্ৰহ্মাস্বাদ-সচিবঃ' আনন্দ দান কৰিছে। এই আনন্দ আৰু ৰস দুয়ো প্ৰায় একাকাৰ হৈ যোৱাৰ অৱস্থাই ৰসময়-আনন্দময় অৱস্থা। 'কাব্য প্ৰকাশ'ৰ ভাষ্যত গোবিন্দঠক্কুৰে 'ৰসাস্বাদন-সমুদ্ভূতম্ আনন্দম্' এই সংজ্ঞাৰ অৰ্থ কৰিছে। 'ৰসাস্বাদন স্বৰূপায় আনন্দম' বুলি; অৰ্থাৎ — ৰস আস্বাদনৰ স্বৰূপেই আনন্দ। এই আনন্দ সদ্য ৰসাস্বাদৰ পৰা ওপজে; তেতিয়া আৰু আন কোনো জানিবলগীয়া বিষয় নাথাকে, এই আনন্দ ব্ৰহ্মাক আস্বাদন কৰি বা ব্ৰহ্মাক উপলব্ধি কৰি পোৱা আনন্দতুল্য হৈ উঠে। অৱশ্যে এই কথাও স্মৰ্তব্য যে ৰস আৰু আনন্দ একাকাৰ হৈ উঠা যেন লাগিলেও একে নহয়; ৰস হ'ল ভাবাশ্ৰিত আনন্দ। 'সাহিত্য-দৰ্পণ'ত (১।৩) বিশ্বনাথ কবিৰাজে কৈছে — 'ৰস্যতে ইতি ৰসঃ'। 'নাট্যশাস্ত্ৰ'ত (৬।৩৫) ভৰতমুনিয়ে কৈছে, — "অত্ৰাহ, ৰস ইতি কা পদাৰ্থ? আস্বাদ্যত্বাৎ।" অৰ্থাৎ, 'ৰস কোন পদাৰ্থক কোৱা হয়? যি আস্বাদিত হয়।' 'তৈত্তিৰীয় উপনিষদ' (ব্ৰহ্মানন্দবল্লী ২।৭)ৰ প্ৰসিদ্ধ মন্ত্ৰটিত কোৱা হৈছে — "ৰসো বৈ সঃ, ৰসং হ্যেবায়ং লব্ধানন্দী ভৱতি" অৰ্থাৎ — "তেৱেঁই ৰস; কাৰণ ৰস লাভ কৰি এই পুৰুষ (জীৱ) আনন্দীভূত হয়।" এই আনন্দ কি? তৈত্তিৰীয় উপনিষদতে (ভৃগুবল্লী) কৈছে — "আনন্দো ব্ৰহ্মেতি", অৰ্থাৎ "আনন্দই ব্ৰহ্ম"। এতেকে কোষস্তৰত "ৰসো বৈ সঃ" আৰু "আনন্দো ব্ৰহ্মেতি"ৰ মাজত ৰস আৰু আনন্দ দুয়োৰে পৰিচয় ব্ৰহ্মাত দ্ৰৱীভূত হৈছে। মাধৱদেৱৰ নামঘোষাৰ মাজতো এই ৰস আৰু আনন্দৰ দ্ৰৱণ সাধিত হৈছে।

'নামঘোষা'ৰ আৰম্ভতে তেওঁ যি 'ৰসময়ীভকতি' মাগিছে, সেই ৰসময়ী ভকতি আদ্যন্ত নামঘোষাত বৈ আছে। ই সম্ভৱ হৈছে তত্ত্বক হৃদয়ৰ অনুভূতিলৈ ৰূপান্তৰ কৰি তাৰ মাজত নিজকো দ্ৰৱীভূত কৰি নিজেই আনন্দময় হৈ উঠাৰ তুৰীয় অৱস্থাপ্ৰাপ্তিৰ ফলতহে। 'নামঘোষা'ৰ ওচৰ চাপিবলৈ হ'লে মাধৱদেৱৰ এই আত্মানন্দময় অৱস্থাটি বিচাৰ্য হৈ পৰে।

নামঘোষাত ড° বাণীকান্ত কাকতিয়ে তিনিটা ভাবৰ ধাৰা মিহলি হৈ থকা বুলি কৈছে ('পুৰণি অসমীয়া সাহিত্য'ৰ অন্তৰ্ভুক্ত 'নামঘোষা' বিষয়ক ৰচনা) : পুণ্য-শ্লোক শঙ্কৰ-স্মৃতি, আত্মলঘিমা আৰু কৃষ্ণ-ভক্তি মাহাত্ম্য। কাকতিয়ে লগতে কৈছে, "কিন্তু হিমালয়ৰ নিৰ্ভৃত শৃংগৰ ওপৰত স্তুপীকৃত হৈ থকা এক অনন্ত তুহিন ৰাশিয়েই গলি গৈ ভৈয়ামত নানান নদ-নদীৰূপে অৱতীৰ্ণ হোৱাৰ দৰে' এই তিনিও ধাৰাৰেই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়ী ভক্তিৰ গভীৰ আৱেগ।"

ইতিপূৰ্বে, ইংগিত দি অহা গুৰুজনা শঙ্কৰদেৱৰ আজ্ঞা আছিল 'গুৰু চৰিত কথা' মতে

তেওঁ মাধৱত নিজ শক্তি-ভক্তি, বল-পৰাক্ৰম থৈ নাওমেলি শেহবাৰৰ নিমিত্তে ভটীয়াই যোৱাৰ সময়ৰ। শঙ্কৰদেৱে আজ্ঞা কৰি গ'ল, "বৰা-পো, সৰ্বস পালন কৰিবাঁ; নাহোঁ মানে ঘোষা নামে এখনি প্ৰেম-ভক্তি গ্ৰন্থ কৰিবাঁ আমাৰ পাছত যেন বৌ-বৰালিৰ পৰা ডড়িকণালৈকে ৰয় যেনেকৈ। দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা।" শঙ্কৰদেৱৰ তিৰোধানৰ পিছত যেতিয়া মাধৱদেৱ সুন্দৰীদিয়াত আছিল, তেতিয়াই এই পুথি ৰচনা কৰে। 'গুৰুচৰিত' মতে বিভিন্ন সময়ত বিভিন্ন সৰু-বৰ প্ৰসংগৰ লগত সংগতি ৰাখি তেওঁ কেতবোৰ ঘোষা ৰচনা কৰে। কেতিয়াবা হয়তো তেনে কোনো উপলক্ষ্য থাকিবও পাৰে; কিন্তু সেয়ে লক্ষ্য নহয়, হ'ব নোৱাৰে। মাধৱদেৱে নিজেই কোৱা বুলিও আছে, "মই গুৰুসেৱাকৈ যি পালোঁ তাকো ঘোষাতে থৈছোঁ; অনেক শাস্ত্ৰ বিচাৰি যি ৰসতত্ত্ব পালোঁ তাকো ঘোষাতে থৈছোঁ; আৰু পৰমাত্মা ইষ্টে হৃদিত থাকি যি বুদ্ধি দিলে তাকো মই ঘোষাতে থৈছোঁ ('গুৰু চৰিত কথা', ছেদ ৯২৭, ১ম সংস্কৰণ)। এই বুলিও মাধৱদেৱে কোৱা বুলি চৰিত পুথিয়ে কৈছে ঃ

দশম-কীৰ্তন গুৰুজনৰ মূৰ্তিৰ সমান।
ঘোষা-ৰত্নাবলী আমাৰ থাকিবৰ থান।।

অসমত শ্ৰীশঙ্কৰদেৱ-প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্মৰ এই চাৰিখন গ্ৰন্থ চাৰিটি স্তম্ভৰ দৰে হ'ল। মন কৰিবলগীয়া কথা যে প্ৰথম দুখনি অৰ্থাৎ শঙ্কৰদেৱ-বিৰচিত দশম আৰু কীৰ্ত্তন আখ্যান-ধৰ্মী। প্ৰথমখনি ভাগৱতৰ আদি দশমৰ শঙ্কৰদেৱ-কৃত ৰূপ আৰু দ্বিতীয়খনিও ভাগৱতৰ কাহিনীৰ আধাৰত ৰচিত। দুয়োখনিৰ ভক্তিধৰ্মৰ গ্ৰন্থস্বৰূপে আৰু সাহিত্য-কৃতি স্বৰূপে থকা মূল্য অনস্বীকাৰ্য। অসমত বৈষ্ণৱ ধৰ্মমত প্ৰতিষ্ঠাত যোৱা প্ৰায় পাঁচশ বছৰ এই দুখনি গ্ৰন্থই গ্ৰহণ কৰি অহা ভূমিকাও মন কৰিবলগীয়াকৈ অত্যুচ্চ স্তৰৰ। মহাপুৰুষ গৰাকীয়ে আখ্যানৰ আবৰণেৰে বৈষ্ণৱ ধৰ্মৰ মূলতত্ত্ব কৃষ্ণ-চৰিত্ৰৰ আধাৰত কায়-মন-বাক্য-চিত্ত আকৃষ্ট হোৱাকৈ এনেভাৱে এই দুখনি গ্ৰন্থৰ মাজত প্ৰকাশ কৰি গৈছে যে দুয়োখনি গ্ৰন্থই বৈষ্ণৱসকলৰ জীৱনসংগী আৰু জীৱনী-শক্তিত পৰিণত হোৱাৰ দৰে হৈছে। বিশেষকৈ 'কীৰ্ত্তন পুথি' অবিহনে বৈষ্ণৱ ভক্তিমাৰ্গত এটা খোজ দিয়াও সম্ভৱ নহয়। এই কথা প্ৰমাণসিদ্ধ যে কীৰ্ত্তনঘোষাৰ বেলেগ বেলেগ অংশ বেলেগ বেলেগ সময়ত লিখা হৈছিল আৰু ভক্তিধৰ্ম প্ৰচাৰত এই কীৰ্ত্তন-ঘোষা যিটি ৰূপত পোৱা হৈছে সেই ৰূপত ই প্ৰথমতে নাছিল। বৰা-পোত সকলো কথাবস্তু থৈ গুৰুজনে প্ৰয়াণ (১৪৯০ শক, ১৫৬৮ খ্ৰীঃ) কৰাৰ প্ৰায় ২৭ বছৰ পিছতহে মহাপুৰুষ মাধৱদেৱৰ আজ্ঞাৰে তেওঁৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰে কীৰ্ত্তন-ঘোষাৰ বিভিন্ন অধ্যায়সমূহ হাজো, দক্ষিণকূল, বৰপেটা, বৰনগৰ, কামজাৰ, ভৱানীপুৰ আৰু আহোম ৰাজ্যৰ অনেক ঠাইৰ পৰা সংগ্ৰহ কৰি ক্ৰম লগাই ১৫১৮ শকৰ জেঠ মাহত

(১৫৯৬ খ্ৰীঃত) মাধৱদেৱৰ হাতত অৰ্পণ কৰে, আৰু মাধৱদেৱে হাতত লৈ —

"যৈত যিবা কৰ্থা থৈব লাগে থৈছে
বিচাৰি দেখিল পাছে।।১৫৮৭।।
নলাগে লাড়িবে ভাল আছে সবে
এহি বুলি হাসিলন্ত।।১৫৮৮।।" (দৈত্যাৰি ৰচিত গুৰুচৰিত)

এতেকে শঙ্কৰদেৱৰ 'কীৰ্ত্তন-ঘোষা'ক বৰ্তমানৰ ৰূপ দিয়াতো মাধৱদেৱৰ ভূমিকাই আছিল আটাইতকৈ উল্লেখযোগ্য। এই কথাও স্মৰ্তব্য যে গুৰুজনা শঙ্কৰদেৱৰ জীৱদ্দশাত গুৰু-প্ৰাণ মাধৱদেৱে "গুৰুজনৰ আদেশ মানি তেওঁ গীত-ভটিমা লেখিছিল, 'অৰ্জুন-ভঞ্জন'ৰ (দধি মথনৰ) দৰে নাটক ৰচনা কৰি তাক প্ৰয়োগ কৰিছিল আৰু গুৰুৰ নিৰ্দেশতে 'জন্ম-ৰহস্য'ৰ দৰে পদ-পুথি লিখিছিল। কিন্তু সেই দয়ালু গুৰুজনাৰ আঙুলি-নিৰ্দেশত তেওঁৰ কৰিবলগীয়া কামখিনি গুৰুৰ প্ৰয়াণৰ পিছতহে পন্থৰ সৰ্বভাৰ শিৰত লৈ, অকলশৰে প্ৰতিদ্বন্দী শক্তিৰ লগত যুঁজি থকা কালত একে একে কৰিছিল — বালকাণ্ড ৰামায়ণ, ভক্তি-ৰত্নাৱলী অনুবাদ, শাস্ত্ৰ-শিৰোমণি 'নামঘোষা' ৰচনা। এই কেয়োটি কৰ্ম তেওঁ সুন্দৰীতেহে সম্পাদন কৰিছিল; তেওঁৰ অনুপম ঝুমুৰা কেইখনি আৰু বৰগীতৰ থুলটিও সম্ভৱতঃ সুন্দৰীত থকাতহে সম্পূৰ্ণ কৰিব পাৰিছিল" (মহেশ্বৰ নেওগ, শ্ৰীশ্ৰীমাধৱদেৱ, ৯৯-১০০)।

'ভক্তি-ৰত্নাৱলী' পুথিৰ অনুবাদো মাধৱদেৱে গুৰুৰ আদেশ সাৰোগত কৰি পিছত কৰিছে। বিষ্ণুপুৰী সন্ন্যাসীয়ে, সম্ভৱতঃ তেৰোঁ শ্ৰীধৰস্বামীৰ দৰে অদ্বৈতবাদী সন্ন্যাসী আৰু ভক্তও, তেওঁ প্ৰায় চাৰিশ শ্লোকৰ ভিত্তিত ১৩ টি বিৰচন বা ভাগত ভাগৱতৰ তত্ত্ব লিখি "ভক্তিৰত্নাৱলী"ত সন্নিবিষ্ট কৰিছে। সেই তেৰটি বিৰচন হ'ল — ভক্তি সামান্য, ভক্তি-হেতু, ভক্তি-ভেদ, শ্ৰৱণ, কীৰ্তন, স্মৰণ, পদসেৱন, অৰ্চন, বন্দন, দাস্য, সখিত্ব, আত্মনিৱেদন আৰু শেহত শৰণ। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মমাৰ্গত থকা নৱবিধ ভক্তি ভাগৱতৰ ভিত্তিতে বিষ্ণুপুৰী সন্ন্যাসীয়ে ভক্তিৰত্নাৱলীত সন্নিবিষ্ট কৰিছিল। শঙ্কৰদেৱে বিষ্ণুপুৰী সন্ন্যাসীৰ এই গ্ৰন্থ আহি হাতত পৰাৰ আগতেই সংস্কৃতত "ভক্তিৰত্নাকৰ"ৰ প্ৰণয়ন সম্পূৰ্ণ কৰিছিল। তেওঁ ব্যক্ত কৰিছিল যে "ভক্তিৰত্নাৱলী" পোৱা হ'লে তেওঁ 'ভক্তিৰত্নাকৰ' কৰাৰ কথা নাভাবিলেহেঁতেন। এই গ্ৰন্থৰ অনুবাদৰ কাম তেওঁ 'ৰৰা-পো'লৈ থৈ গ'ল। 'ৰৰা-পো'ৰে কৰা এই কাম কণ্ঠ-ভূষণৰ ভাষাৰে "পণ্ডিতে মুখ দিব নোৱৰা বিচক্ষণ হৈছে"। কিন্তু 'ভক্তিৰত্নাৱলী'ৰ মূল তত্ত্ব আৰু বক্তব্যক ক'তো অকণো হেৰ-ফেৰ হ'বলৈ নিদিয়াকৈ মাধৱদেৱে কৰা ভাঙনি, যথাৰ্থতে ড° মহেশ্বৰ নেওগৰ কথাৰে — "ভাঙনি মানে তৰ্জমা নহয়, ব্যাখ্যাহে" (শ্ৰীশ্ৰীমাধৱদেৱ, ১১৬)।

দেখা যায়, বিষ্ণুপুৰী সন্ন্যাসীৰ ভক্তিতত্ত্বৰ ব্যাখ্যা আৰু শ্ৰীমদ্ভাগৱতৰ শ্ৰীধৰস্বামী-কৃত ভাষ্য "ভাগৱত-ভাৱাৰ্থ দীপিকা" এই দুখনি শাস্ত্ৰই শঙ্কৰদেৱ-প্ৰৱৰ্তিত

আৰু মাধৱদেৱ-প্ৰতিপালিত অসমৰ বৈষ্ণৱ ধৰ্মৰ ঘাই আধাৰ। তৎসত্ত্বেও মন কৰিবলগীয়া এয়ে যে মাধৱদেৱে তেওঁৰ 'নামঘোষা' পুথিৰ প্ৰথমৰ ছবি ছন্দৰ প্ৰথম ঘোষাটি বিষ্ণুপুৰী সন্ন্যাসীৰ "যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদপ্ৰোন্মীলদানন্দদাং। যামাস্থায় সমস্ত মস্তক মণিং কুৰ্বন্তি স্বে ৱশে।। তান্ ভক্তানপি তাঞ্চ ভক্তিমপি তং ভক্তপ্ৰিয়ং শ্ৰীহৰিং ৱন্দে সন্তমৰ্থয়েনু দিৱসং নিত্যং শৰণ্যং ভজে" 'ভক্তি ৰত্নাৱলী'ৰ কান্তিমালা টীকাৰ এই শ্লোকেৰেই আৰম্ভ কৰিলেও তেওঁ 'ভাগৱত পুৰাণ'ৰ অহেতুকী বা অব্যৱহিতা ভক্তিৰ আধাৰত "মুক্তিতো নিস্পৃহ" নকৰি "মুক্তিত নিস্পৃহ" এই ভাঙনিহে আগবঢ়াইছে। আৰম্ভণিতে এই শ্লোকটিয়েই নিৰ্দেশ কৰে যে অসমত শঙ্কৰদেৱ প্ৰবৰ্তিত-অব্যৱহিতা ধৰ্মৰ ধাৰাহে প্ৰবাহিত হৈ আহিছে আৰু মাধৱদেৱে গুৰু-প্ৰবৰ্তিত সেই ধাৰাটিহে পালন-পোষণ কৰি আগবঢ়াই নিছে। এই ক্ষেত্ৰত মাধৱদেৱ আছিল অচল-অটল আৰু আপোচবিহীন। নামঘোষাত তেওঁৰ শক্তি-ভক্তি, তত্ত্ব-আৱেগ সকলোৰে এটি মধুৰ সমন্বয় সাধিত হৈছে। ফলত কেতিয়াবা যেন তত্ত্বৰ মাজত, কেতিয়াবা ৰহস্যময়তাৰ মাজত, কেতিয়াবা অন্তৰৰ আকুল আৱেগৰ মাজত মাধৱদেৱৰ নামঘোষাত অভিব্যক্ত হৈছে।

।।দুই।।

'নামঘোষা'ৰ এহেজাৰ এটি ঘোষা ভাব প্ৰকাশৰ লগত সংগতি ৰাখি বিভিন্ন পটলত সু-সংশ্লিষ্ট ভাবে সজোৱা হৈছে। 'ছবি', 'দুলড়ী' আৰু 'লেছাৰিছন্দ' — ঘাইকৈ এই তিনিটা ছন্দত নামঘোষা লিখিত হ'লেও শেহৰ ফালে থকা 'ঘোষাছন্দ' আৰু 'নামছন্দ'ৰ প্ৰসংগও উল্লেখযোগ্য। এই দুয়োটি ছন্দই সামৰা ৩১৮টি ঘোষাত আত্ম-নিবেদন আৰু আত্মবিলোপনৰ ভাবৰ চূড়ান্ত অভিব্যক্তি ঘটিছে।

"অৰুণ চৰণ তলে হৰি কমলাপতি
সত্যে সত্যে পশিলোঁ শৰণ।"

বুলি আৰম্ভ কৰা ঘোষাছন্দৰ প্ৰথম জোঁটা ঘোষাৰ পৰা "তোমাৰ অভয় দুই চৰণে শৰণ লৈলোঁ," লৈকে অহেতুকী ভক্তি প্ৰবাহিত হৈ আছে। অহেতুকী বা অব্যৱহিতা ভক্তিৰ ধৰ্মই হ'ল কোনো সামান্যতম্ আকাংক্ষাও নকৰাটো। এতেকে বিষ্ণুপুৰীৰ 'মুক্তাৱপি'ৰ মাধৱদেৱে 'অপি' স্বাভাৱিকভাৱেই বাদ দিছে — এই বিষয়ে সন্দেহ থাকিব নালাগে। "লৈয়ো মোক নিজ দাস কৰি হৰি ৰাম" এই শেহৰ জোঁটা ঘোষালৈকে এই ১১৬টি ঘোষাত আত্মনিবেদন আৰু বিলোপন সম্পূৰ্ণ হৈ উঠিছে। "তুমি প্ৰাণ-প্ৰিয়তম/সুহৃদ পৰম দেৱ/প্ৰাণ প্ৰভু পীতাম্বৰ এ/তুমিসে কেৱল আত্মা মোৰ/হৰি হৰি তুমিসে পৰম আত্মা মোৰ" — এনে প্ৰকাশভংগীত আনক দিয়া 'উপদেশ' নাই, এক অস্তিত্বও পাহৰি কেৱল নামৰ মাজত সম্পূৰ্ণ দ্ৰবীভৱন সাধিত হৈছে। ঘোষাছন্দ আৰু নামছন্দত ছবি,

দুলড়ী, পদ আদি ছন্দৰ মিশ্রণ ঘটিছে।

ছবি, দুলড়ী, লেছাৰি, ঘোষাছন্দ আৰু নামছন্দ — এই শিৰোনাম কেইটি বাদ দি নামঘোষাৰ ঘোষাসমূহ মুঠ ৩৭টি পটলত বিভাজিত ভজন, নমস্কাৰ, উপদেশ, নিন্দা, প্রার্থনা, আনুনাথনা, মহিমা, আত্ম-উপদেশ, আত্মনিন্দা, বস্তু-প্রকাশ, প্রশংসা, অনুধিতা, নাম, পৰমাৰ্থসাৰ, সাৰ নির্ণয়, বর্ণাশ্রম, হৰবাৰ, নামাশ্রয়, শৰণ, খেদ, নিন্দা, নাম মহিমা, নাম, নিৱেদন, কলিধর্ম নির্ণয়, ঈশ্বৰৰ পুৰুষ লক্ষণ, যুগধর্ম নির্ণয়, ঈশ্বৰ নির্ণয়, কলিধর্ম নির্ণয়, ঈশ্বৰৰ পুৰুষ লক্ষণ, যুগধর্ম নির্ণয়, ঈশ্বৰ নির্ণয়, কলিধর্ম, তাৎপর্য, স্তুতি, আশ্রয়, কীর্তন-প্রশংসা, ভাগৱত-প্রশংসা, পৰম পুৰুষাৰ্থ, কাৰুণ্য আৰু কাকুতি। এই ৩৭টি ভাগৰ পুনৰাবৃত্তি ঘটি প্রায় ৯০টি (৯১টি) ভাগত সমস্ত গ্রন্থখনি বিভাজিত হৈছে। ইয়াৰ আকৌ অনুধিতা, অনুনাথনা আৰু হৰবাৰ — এই তিনিটি নামৰ অভিধানিক অর্থ পোৱা টান। অনুধিতা শব্দটি অনুধ্যান যাৰ অর্থ শুভচিন্তা — তাৰেই পৰা উদ্ভৱ বুলি ক'বলৈ যত্ন কৰি চাব পাৰি। 'অনুনাথনা'ৰ তেনে কোনো আভিধানিক উৎস বিচাৰি নাপালেও 'কাতৰ প্রার্থনা'ৰ ভাব এটি ব্যঞ্জিত হোৱা যেন লাগে। কিন্তু 'হৰবাৰ' শব্দটিৰ এনে অর্থ অনুমান কৰাও কঠিন। 'হৰ' শব্দৰ অর্থ যদি 'প্রতি' বুলি ধৰা হয় তেনেহ'লে 'প্রতিবাৰ' শব্দ এটি ওলায়। কিন্তু ই কিমান দূৰ প্রযোজ্য হ'ব ভাবি চাবলগীয়া। নামঘোষাত দুবাৰ এই শিৰোনাম ব্যৱহৃত হৈছে। প্রথমবাৰ — 'অধমে কেৱল দোষ লবয় মধ্যমে জানা/দোষ লবে কৰিয়া বিচাৰ' এই ঘোষাৰ পৰা (১৩১ নং) ১৬৯ সংখ্যক "জগত বস্তুৰ দীপ মনুষ্য শৰীৰ নৌকা/ৰামনাম মহাৰত্ন সাৰ" — ঘোষালৈকে ৯টি ঘোষা আৰু দ্বিতীয়বাৰ "চৈতন্য আদিত্য হৃদয় আকাশে/সর্বদায়ে একাশয়"ৰ পৰা "পৰম নির্মল ধর্ম-হৰি যশ/জগত-পাৱনাকাৰী"লৈকে (৩৯০, ৯১, ৯২) তিনিটি ঘোষা 'হৰবাৰ' শিৰোনামৰে চিহ্নিত হৈছে। একেখিনি কথা বা উপদেশ বা ভাবৰ পুনৰাবৃত্তি ঘটা বুলিবও নোৱাৰি যে 'প্রতিবাৰ' কোনো এটি আবর্তৰ মূৰে মূৰে ই দেখা দিছে বুলিব পাৰি। সি যি নহওক, ঘোষাক বিভাজিত কৰি ৰখা প্রতিটি শিৰোনামৰ সংশ্লিষ্ট ঘোষাসমূহৰ লগত আছে অবিচ্ছেদ্য সম্পর্ক।

নামঘোষাৰ এই পটল বিভাজন গ্রন্থখনিৰ এটি নিজা বৈশিষ্ট্য। আন কোনো গ্রন্থত এনেভাবে একে শিৰোনামৰে পটল বিভাজন কৰা বুলি জানিব পৰা নাই। ৩৭টি পটলত বিভাজিত এহেজাৰ এটি ঘোষাৰে নামঘোষাৰ শৰীৰ নির্মিত হৈছে।

## ।।তিনি।।

শঙ্কৰদেৱ-প্রবর্তিত বৈষ্ণৱ ধর্মৰ যাই আধাৰ হৈছে পুৰাণ সূৰ্য ভাগৱত। এই ভাগৱত

পূৰ্ণব্ৰহ্ম কৃষ্ণৰ মাহাত্ম্য আৰু লীলাৰ আখ্যান। আখ্যানৰ মাজেদিয়েই যথাৰ্থতে ভাগৱতত ব্যক্ত হৈছে অনাদি, অনন্ত, নিৰ্গুণ, নিৰাকাৰ, চৈতন্যস্বৰূপে সৰ্বব্যাপ্ত উপনিষদৰ ব্ৰহ্ম। বেদান্ত বা উপনিষদৰ এই ব্ৰহ্মাৰ কোনো ৰূপ নাই, কিন্তু ব্ৰহ্মাই সকলো ৰূপৰ আকাৰ; কোনো গুণ নাই, সকলো গুণৰ উৎস (তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই); তেওঁ ক'ৰো পৰা জন্ম লাভ কৰা নাই, কিন্তু সকলো জন্মৰ কাৰণ তেওঁ (নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা। সেহি জন্মে জীৱৰ জনম দূৰ কৰা; তেওঁ সৎ, চিৎ আৰু আনন্দ; তেৱেঁই সৃষ্টিও আৰু তেৱেঁই স্ৰষ্টাও; তেৱেঁই চৈতন্যস্বৰূপ পৰম সত্য আৰু তেৱেঁই প্ৰাতিভাসিক সমস্ত জগত স্বৰূপ মায়াও। কঠোপনিষদত নচিকেতাৰ প্ৰশ্নৰ উত্তৰত যমে ব্ৰহ্মাৰ স্বৰূপ কি ক'বলৈ গৈ কৈছে — "বেদে যাক বিচাৰি আছে, যাৰ জন্মও নাই, মৃত্যুও নাই, যি স্বয়ম্ভু, যি অমৃত, নিত্য, শাশ্বত, পুৰাণ (চিৰবিদ্যমান); অনোৰণীয়ান মহতোৰ্মহীয়ান, সেয়ে ব্ৰহ্ম।" এই ব্ৰহ্মাই দেহস্থ আত্মা। এই আত্মাৰ স্বৰূপ কি?

'ন জায়তে ম্ৰিয়তে বা কদাচিন নায়ংভূত্বা ভৱিতা বা ন ভূয়ঃ।
অজো নিত্যঃ শাশ্বতোয়ং পুৰাণো ন হন্যতে হন্যমানে শৰীৰে।।২০।।
নৈনং ছিন্দন্তি শস্ত্ৰাণি নৈনং দহতি পাৱকঃ।
ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষয়তি মাৰুতঃ।।২৩।।
অচ্ছেদ্যোহয়মদাহ্যোয়ম্ অক্লেদো শোষ্য এৱ চ।
নিত্যঃ সৰ্বগতঃ স্থানুৰচলোয়ং সনাতনঃ।।২৪।।
অৱক্তোয়মচিন্ত্যোয়ম অৱিকাৰ্যোয়মুচ্যতে।
তস্মাদেৱং বিদিত্বৈনং নানুশোচিতুমৰ্হসি।।২৫।।"

[সাংখ্যযোগ ঃ শ্ৰীমদ্ভগৱৎ গীতা]

চমুকৈ, এই আত্মাৰ জন্ম নাই, মৃত্যু নাই, একক, নিত্য আৰু চিৰ নতুন; আত্মাৰ ক্ষয় নাই, বৃদ্ধি নাই; শৰীৰ পুৰণি হৈ নাশ হ'লেও আত্মা অবিনাশী; ইয়াক অস্ত্ৰই কাটিব নোৱাৰে, অগ্নিয়ে দাহ কৰিব নোৱাৰে, পানীয়ে গলাব নোৱাৰে, বতাহে শুহিব নোৱাৰে; ই অচ্ছেদ্য, অদাহ্য, অসিক্ত, অশোষ্য, নিত্য, সৰ্বব্যাপক, অচল, চিৰস্থায়ী আৰু চিৰ বৰ্তমান-সমাতন; ই ইন্দ্ৰিয় আৰু মনে ঢুকি নোপোৱা, অপৰিবৰ্তনীয় অব্যক্ত আৰু অচিন্ত্য।

এই ব্ৰহ্মাক কেৱল উপলব্ধিৰেহে পাব পাৰি; যুক্তি, বুদ্ধি, তৰ্কৰে তাৰ স্বৰূপ নিৰ্ণয় কৰা অসম্ভৱ। কিন্তু কাৰ্য-কাৰণৰ বিচাৰেৰে সকলো বিষয় বুজি পাবলৈ যত্ন কৰা মানুহে কেনেকৈ এই ব্ৰহ্মাক বুজিব? কি বুলি বুজি পাব। এই অনন্ত আকাশ (দেশ) আৰু অনন্ত কাল জুৰি তেওঁ ব্যাপ্ত। এতিয়াৰ পদাৰ্থ বিজ্ঞানে ইন্দ্ৰিয়-গোচৰীভূত সকলো বিষয় বা পদাৰ্থৰ সৃষ্টিৰ উৎস অনন্ত মহাকাশ আৰু সময় ব্যাপ্ত হৈ থকা 'অবাঙ্মনসগোচৰ' শক্তি (Energy) বুলি কৈছে। এই অনন্ত শূন্যতে ব্যাপ্ত শক্তিৰ পৰাই পদাৰ্থৰ জন্ম। আৰু এই

পদাৰ্থৰ বিনাশ আছে, শক্তিৰ বিনাশ নাই। এই বিশ্বপ্ৰপঞ্চৰ ৰহস্যক ৰহস্যবাদীসকলে সেইবাবেই অৰূপৰ ৰূপৰ খেলা বুলিছে; এই সৃষ্টি, স্থিতি লয় যেন কোনো অদৃশ্য পৰম শক্তিৰ খেলা। সাগৰত অবিৰাম ঢৌ উঠাৰ দৰেই অবিৰাম চলি আছে ভঙা-গঢ়াৰ এই খেল। যি শক্তিৰ পৰা 'আত্মা'ৰ জন্ম, সেই শক্তিয়েই আমাৰ শৰীৰ, মন, বুদ্ধি, চিত্ত, অহংকাৰ; লোভ, মোহ, কাম, ক্ৰোধ, মদ, মাৎসৰ্য — এই সকলোবোৰ দিছে, এই সকলোবোৰ কাঢ়ি লৈ গৈছে আৰু এই সকলোবোৰ ধৰি ৰখা অদৃশ্য শক্তি স্বৰূপ আত্মাই এই সকলো বন্ধন ছিণ্ডি মহাশক্তি স্বৰূপ সৰ্বব্যাপ্ত পৰমাত্মাত লীন গৈছে। এই পৰমাত্মা বা পৰম ব্ৰহ্মৰ বাহিৰে তেনেহ'লে কি সত্য আছে?

শঙ্কৰাচাৰ্যই তেওঁৰ অদ্বৈতবাদত সেয়ে ক'লে —

শ্লোকাৰ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থ কোটিভিঃ।
ব্ৰহ্মসত্য জগন্মিথ্যা জীৱ ব্ৰহ্মৈৱ কেৱলম্।।

অৰ্থাৎ, জগতৰ কোটি কোটি গ্ৰন্থত যি কথা আছে, সেই কথা মই এটা শ্লোকৰ আধাত কওঁ : ব্ৰহ্মই সত্য, জগৎ মিছা, জীৱই ব্ৰহ্ম।

শঙ্কৰদেৱে তেওঁৰ সমস্ত ৰচনাৰ মাজত য'তে উচিত বিবেচনা কৰিছে ত'তে ব্ৰহ্মৰ অদ্বৈত স্বৰূপৰ কথা কৈ গৈছে।

"বেদান্তৰো জানা এহিসে তত্ত্ব" — বুলি কৈ তেওঁ অদ্বৈত ব্ৰহ্মকে পৰম সত্য বুলি গ্ৰহণ কৰি, এই সত্যৰ ভিত্তিতে তেওঁ তেওঁৰ ধৰ্মমত প্ৰতিষ্ঠা কৰিছে। কিন্তু মন কৰিবলগীয়া কথা এয়ে যে এই পৰমাৰ্থিক তত্ত্বজ্ঞান ৰাখৰ বাবে সমজ্যাৰ লোকৰ বাবে শঙ্কৰাচাৰ্যই স্বীকাৰ নকৰা অৱতাৰবাদৰ সাঁকোভাল পাৰি দিছে। সেয়ে, "চতুৰ্বিংশতি অৱতাৰ"ৰ দ্বিতীয়টিতে "সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ" বুলি নিৰাকাৰ ব্ৰহ্মক সাকাৰ ৰূপত কল্পনা কৰাৰ পথ এটি মোকলাই দিছে। এই মত ৰামানুজৰ লগত মিলে; কিন্তু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদক তেওঁ ভেঁজা দিয়া নাই।

শঙ্কৰাচাৰ্যৰ মতানুসৰি দুটা দৃষ্টিৰে ব্ৰহ্মক ব্যাখ্যা কৰিব পাৰি; এটা হ'ল পাৰমাৰ্থিক দৃষ্টি আৰু আনটো হ'ল ব্যৱহাৰিক দৃষ্টি। পাৰমাৰ্থিক দৃষ্টিত ব্ৰহ্মৰ কোনো ভেদ নাই, ব্ৰহ্মত জীৱ জগতৰ কোনো গুণ আৰোপ কৰা নাযায়। ব্ৰহ্মৰ পাৰমাৰ্থিক সত্তা বৰ্ণনাতীত, নিৰ্গুণ আৰু নিৰ্বিশেষ। জীৱ আৰু ব্ৰহ্মৰ মাজতো ভেদ নাই, দুয়ো এক আৰু অভিন্ন। ভেদ দৃষ্টিৰ অন্ত হ'লেই 'তত্ত্বমসি' আৰু 'সোহং' এই জ্ঞান হ'ব আৰু আত্মা বন্ধনমুক্ত হ'ব। ভেদজ্ঞান হ'ল মায়া বা অবিদ্যাজনিত। এই অবিদ্যা বা মায়া আঁতৰিলেই, অৰ্থাৎ 'সৎ'ৰ জ্ঞান লাভ হ'লেই জীৱ আৰু জগত ব্ৰহ্মতেই লীন হয়।

অবিদ্যা নাশিলে লাগ পাৱয় সততে জানা
কাঠলগ্ন বস্তুক সাক্ষাত। (নামঘোষা)

এয়ে হ'ল ব্ৰহ্মৰ স্বৰূপ লক্ষণ।

আনটো দৃষ্টিৰে অৰ্থাৎ ব্যৱহাৰিক দৃষ্টিৰে চাই জীৱজগত সত্য যেন ভাব হয়। এই দৃষ্টিৰে চাই ব্ৰহ্মাক জগতৰ স্ৰষ্টা, পালনকৰ্তা আৰু সংহাৰকৰ্তা বুলি কোৱা হয়; ব্ৰহ্মাকে সৰ্বজ্ঞ সৰ্বশক্তিমান 'পুৰুষ' বুলি কোৱা হয়। এয়ে সগুণ ঈশ্বৰ। ইয়াকেই ব্ৰহ্মাৰ তটস্থ লক্ষণ বুলিও কোৱা হয়। কিন্তু 'জগতক' সত্য বুলি কোৱা বা স্বীকাৰ কৰাৰ কোনো কথা নাই।

শঙ্কৰাচাৰ্যৰ বিশুদ্ধ অদ্বৈতবাদত ব্ৰহ্মাৰ সজাতীয়, বিজাতীয় বা স্বগত কোনো ভেদ নাই; জীৱ ব্ৰহ্মৈৱ কেৱলম্। কিন্তু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰ ব্ৰহ্মাৰ স্বগতভেদ স্বীকৃত। যিদৰে একেটি শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগৰ মাজত পাৰ্থক্য আছে, কিন্তু সকলো অংগ-প্ৰত্যংগই একেটি শৰীৰৰ অবিচ্ছিন্ন অংশ, তেনেদৰে জীৱ আৰু ব্ৰহ্মাৰো পৃথকতা আছে — যদিও জীৱ ব্ৰহ্মাৰে অবিচ্ছিন্ন অংশ। সাংখ্যদৰ্শনৰ দৰে ৰামানুজেও জগতক (যাক শঙ্কৰাচাৰ্যই প্ৰতিভাস মাত্ৰ বুলি কৈছে) প্ৰকৃতি স্বৰূপে গ্ৰহণ কৰিছে। অৱশ্যে ৰামানুজে প্ৰকৃতিৰ এটা সম্পূৰ্ণ সুকীয়া অস্তিত্ব স্বীকাৰ কৰা নাই; বৰং প্ৰকৃতিক ব্ৰহ্মাৰ দ্বাৰা নিয়ন্ত্ৰিত ব্ৰহ্মাৰ অংশ বুলিহে গ্ৰহণ কৰিছে। অৰ্থাৎ ব্ৰহ্মাৰ দৰে প্ৰকৃতি বা জগতৰ অস্তিত্বও সত্য; অৰ্থাৎ এক ব্ৰহ্মাৰে অদৃশ্য আৰু দৃশ্য দুটি ৰূপ। শঙ্কৰাচাৰ্যৰ লগত ৰামানুজৰ পাৰ্থক্যও এইখিনিতে অধিক। তেওঁৰ মতে এক ব্ৰহ্মা সকলো পদাৰ্থতে বিদ্যমান আৰু সকলো পদাৰ্থৰ সত্তা ব্ৰহ্মাত প্ৰতিষ্ঠিত। অৰ্থাৎ সোণ আৰু সোণৰ কুণ্ডল, মাটি আৰু মাটিৰ পাত্ৰৰ পাৰ্থক্য আৰু সম্পৰ্ক যেনে, ব্ৰহ্মা আৰু জগতৰ সম্পৰ্কও তেনে। তাৰ উপৰিও ব্ৰহ্মা হ'ল সৰ্বশক্তিমান, সৰ্বজ্ঞ, সৰ্বব্যাপ্ত, সৃষ্টি-স্থিতি-লয়ৰ কাৰণ। এককথা ৰামানুজৰ ব্ৰহ্মাবাদ ঈশ্বৰবাদৰ তুল্য। ৰামানুজৰ মতে ব্ৰহ্মাই অৰ্চা, বিভৱ, ব্যুহ, সূক্ষ্ম আৰু অন্তৰ্যামী এই পাঁচ প্ৰকাৰে অৱস্থান কৰে। ব্ৰহ্মা বোধৰ বাবে অভিগমন, উপাদান, কথা, অধ্যায় আৰু যোগ — এই পাঁচ প্ৰকাৰৰ উপাসনা পদ্ধতিও ৰামানুজৰ দ্বাৰা স্বীকৃত বুলি কোনো কোনোৱে ক'ব খোজে।

শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদ আৰু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰ এই ধাৰণাৰ ভিত্তিত আমি শ্ৰীশঙ্কৰদেৱৰ ধৰ্মৰ দাৰ্শনিক তত্ত্বৰ ভেঁটিটি বিচাৰি চাব পাৰোঁ। শঙ্কৰদেৱৰ ধৰ্মৰ তত্ত্বৰ ভেটিটি পালেই মাধৱদেৱৰ নামঘোষাৰ তত্ত্বৰো ওচৰ চাপিব পৰা হ'ব। কাৰণ, মাধৱদেৱে গুৰুজনাৰ ধৰ্মৰ তত্ত্ব আৰু পন্থ এই দুয়োটিৰ পৰা এচুলি মানো ইফাল-সিফাল হোৱা নাই বৰং ক'ব পৰি, গুৰুজনাই প্ৰতিষ্ঠা কৰা তত্ত্ব আৰু পন্থক তেওঁ গুৰুজনাতকৈও অধিক টানিহে ধৰিছে।

দেখা যায় শ্ৰীমন্ত শঙ্কৰদেৱে বেদান্তৰ ব্ৰহ্মাকে সম্পূৰ্ণভাৱেই স্বীকৰ কৰিছে। (বেদান্তৰো জানা এহিসে তত্ত্ব) আৰু ব্ৰহ্মাক একমাত্ৰ সৎ, চিৎ আৰু আনন্দৰূপে গ্ৰহণ কৰিছে। জগতক তেওঁ অসত্য বুলি স্পষ্টকৈ কৈছে; "অসন্ত জগতখান তোমাতে প্ৰকাশি আছে" নাইবা "তুমি সত্য ব্ৰহ্মা তেমাতে প্ৰকাশে/জগত ইটো অসন্ত" এই বুলি। নাইবা,

"ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখি আন।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান।।"

এই বাক্যৰে 'ৰজ্জুত সৰ্পভ্ৰম'ৰ অদ্বৈতবাদী মত তেওঁ স্বীকাৰ কৰিছে পোনপটীয়াকৈ। অৰ্থাৎ ব্ৰহ্মাৰ একত্ব, অদ্বিতীয়ত্ব স্বীকাৰ কৰিছে আৰু জগতক ভ্ৰম বা মায়া বুলি অভিহিত কৰিছে। এফালে শঙ্কৰাচাৰ্যৰ বিশুদ্ধ অদ্বৈতবাদ আৰু আনফালে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ — এই দুয়োটিৰে গ্ৰহণীয়তা কেনেকৈ সম্ভৱ হ'ব পাৰে? শঙ্কৰদেৱৰ বৈষ্ণৱ-দৰ্শনৰ বিশিষ্টতা এই উত্তৰৰ মাজতে নিহিত হৈ আছে।

এই কথা স্মৰ্তব্য যে শঙ্কৰদেৱে শঙ্কৰাচাৰ্য বা ৰামানুজৰ দৰে কোনো দাৰ্শনিক পন্থ প্ৰতিষ্ঠা বা প্ৰচাৰ কৰা নাছিল; তেওঁ প্ৰচাৰ কৰিছিল ভক্তিধৰ্ম, যি ভক্তিধৰ্ম অৱশ্যেই এটি দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁৰ এই দৰ্শন শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদৰ পৰা এটা মূল বিন্দুত পৃথক নহয়; কিন্তু জীৱ-জগতক অস্বীকাৰ কৰাৰ বিন্দুত পৃথক। এই অদ্বৈতবাদৰ দাৰ্শনিক ভেটিৰ ওপৰত তেওঁ যেতিয়া ভক্তিধৰ্মৰ সৌধ নিৰ্মাণ কৰিলে, তেতিয়া তাৰ সকলো উপাদান গ্ৰহণ কৰিলে পুৰাণ সূৰ্য ভাগৱতৰ পৰা। ভাগৱতৰ কৃষ্ণ স্বয়ং শুদ্ধ চৈতন্যময় বিষ্ণু। 'ধ্যান-বৰ্ণন'ত কল্পিত চমৎকাৰ বৈকুণ্ঠপুৰীত যি 'হৰি' পৰম আনন্দত অধিষ্ঠান কৰিছে, তেওঁ পূৰ্ণব্ৰহ্ম। কৃষ্ণৰ সগুণ ৰূপ ধ্যানৰ মাজেদি বিটি ৰূপ লব্ধ, সেই ৰূপ নিৰ্গুণ ব্ৰহ্মাৰ সগুণ ৰূপৰ বাহিৰে আন একো নহয়। অৰ্থাৎ, নিৰ্গুণ ব্ৰহ্মাৰ যিহেতু ৰূপ কল্পনা অসম্ভৱ সেইবাবে নিৰ্গুণ ব্ৰহ্মাৰ ধাৰণাও দুৰূহ কৰ্ম। এতেকে, সৃষ্টি-স্থিতি-লয়ৰ যি নিয়ত লীলা বিশ্ব চৰাচৰত চলি আছে সেই লীলাৰ মানবীয়, পাৰ্থিৱ ৰূপ কৃষ্ণৰ লীলাৰ মাজেদি দাঙি ধৰি নিৰ্গুণ ব্ৰহ্মাৰ ওচৰ চপোৱাৰ পন্থ ভাগৱতে উলিয়াই দি গৈছে। কৃষ্ণই বিষ্ণু। বিষ্ণু শব্দৰ অৰ্থই হ'ল সৰ্বব্যাপ্ত। সেইবাবে বেদত প্ৰথমে সূৰ্যকে বিষ্ণু বোলা হৈছিল। পিছত যেতিয়া সৃষ্টি উৎসৰ সন্ধানে গৈ ব্ৰহ্মাতত্ত্ব লাভ কৰিলে, তেতিয়া ব্ৰহ্মাই বিষ্ণু হ'ল। এই বিষ্ণু ভগৱান (ভগ + বতুপ; অৰ্থাৎ যাৰ ভগ অৰ্থাৎ জননেন্দ্ৰিয় আছে; অৰ্থাৎ য'ৰ পৰা সকলোৱে জন্ম হৈছে। 'বৃহ' ধাতুৰ পৰা আকৌ ব্ৰহ্ম হৈছে। 'বৃহ' ধাতুৰ অৰ্থও হ'ল য'ৰ পৰা সকলোৱে বৃদ্ধি ঘটিছে। অৰ্থাৎ ব্ৰহ্ম আৰু ভগৱান সমাৰ্থক। এই ব্ৰহ্মা বা ভগৱানৰ অন্য নাম হ'ল বিষ্ণু। ভাগৱতৰ কৃষ্ণ এই বিষ্ণুৰে অৱতাৰ। সেয়ে তেওঁ ভগৱান :

কৃষ্ণস্তু ভগৱান স্বয়ং। তেওঁ ভাগৱতত গকুলৰ, বৃন্দাবনৰ, মথুৰাৰ কৃষ্ণ। কৃষ্ণ শব্দৰ ব্যুৎপত্তিগত অৰ্থ হ'ল — পৃথিৱীৰ আনন্দৰ কাৰণ (কৃষ হেন শব্দ ইটো পৃথিৱীবাচক ণৈল ণ আনন্দত প্ৰবৰ্তয়।) কিন্তু শঙ্কৰদেৱে ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদতো ভৰ কৰা নাই। তেওঁ ৰামানুজৰ অৰ্চা, বিভৱ, সূক্ষ্ম, বৃহৎ, অন্তৰ্যামী — ভগৱানৰ এই পঞ্চ অধিষ্ঠানৰ লগত যুক্ত পঞ্চ উপন্যাসৰ পদ্ধতি গ্ৰহণ কৰা নাই। তেওঁৰ পদ্ধতি শ্ৰৱণ আৰু কীৰ্তন।

শ্ৰীশঙ্কৰৰ মূল লক্ষ্য হ'ল বেদান্তৰ ব্ৰহ্ম; আৰু সেই নিগুৰ্ণ, নিৰাকাৰ ব্ৰহ্মক উপলব্ধি কৰাৰ ঘাই আধাৰ হ'ল সগুণ, সাকাৰ কৃষ্ণ। লক্ষ্যপ্ৰাপ্তিৰ বাবে তেওঁ যিটি পন্থ নিৰূপণ কৰিলে, সি তত্ত্বজ্ঞ দাৰ্শনিকৰ জ্ঞান-পথ নহয়; সেই পথ হ'ল অবিচল বিশ্বাসৰ ভেটিত প্ৰতিষ্ঠিত (বিশ্বাসে পাইবন্ত হৰি তৰ্কে বহু দূৰ) এক শৰণ ধৰ্ম। এক শৰণ ধৰ্মৰো আকৌ প্ৰধান মাধ্যম হ'ল কৃষ্ণৰ নাম-কীৰ্তন আৰু শ্ৰৱণ। এই নামে সাতবিধ কাৰ্য সম্পাদন কৰিব ঃ

প্ৰথমে দহিবে পাতকচয়।
কৰিবে মহাপুণ্য অভ্যুদয়।।
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত পৰাইবে প্ৰেম ভকতি।।
উপজাইবে আতি বৈষ্ণৱ জ্ঞান।
মায়াকো দহিয়া কৰে নিৰ্বাণ।।
চৈতন্য মূৰ্তি পূৰ্ণানন্দ হৰি।
থৈৱন্ত তেন্তেয়েৰে একে কৰি। (নাম অপৰাধ)

'পাষণ্ড মৰ্দন'ত কৈছে ঃ

জ্ঞানত কৰ্মত কৰি সম্প্ৰতি।
হৰি কীৰ্তনেসে পৰম গতি।।
জ্ঞানতো কৰ্মতো কৰিয়া নৰ।
হৰি কীৰ্তনত কৰা আদৰ।।

জ্ঞানমাৰ্গ ত্যাগ কৰিবলৈ জনোৱা এই আহ্বানৰ এটা মনস্তাত্ত্বিক আৰু প্ৰায়োগিক যুক্তিযুক্ততা আছে। জ্ঞানৰ পথ হ'ল জটিল তৰ্কৰে কণ্টকাকীৰ্ণ। সাধাৰণ মানুহৰ বাবে এই পথ গ্ৰহণ সম্ভৱ নহয়। এতেকে, যি ভক্তিধৰ্ম দক্ষিণ ভাৰতবৰ্ষত আলৱাৰ সকলে আৰম্ভ কৰিলে আৰু ত্ৰয়োদশ-চতুৰ্দশ শতিকাত উত্তৰ ভাৰতবৰ্ষকো যি মাৰ্গই আঞ্চলিক ৰূপত সামৰি ল'লে, শঙ্কৰদেৱে সৰ্বসাধাৰণৰ বাবে গ্ৰহণযোগ্য সেই ভক্তি পথ নিৰ্মাণ কৰিলে নিজৰ অসামান্য প্ৰতিভাৰে। নিৰ্গুণ ব্ৰহ্মক সগুণ ৰূপত কল্পনা কৰি সেই ব্ৰহ্মৰ লগত নিজৰ বোধ লীন কৰাৰ বাবে বিভিন্ন জনে বিভিন্ন পথ গ্ৰহণ কৰিছে। কোনোবাই সেই অৰূপ-ৰূপক 'সুন্দৰৰ' ৰূপত, কোনোবাই প্ৰিয়তমৰ ৰূপত, কোনোবাই প্ৰিয়াৰ ৰূপত, কোনোবাই সখীৰ ৰূপত কল্পনা কৰি একাত্ম হোৱাৰ প্ৰয়াস কৰিছে। শঙ্কৰদেৱে 'প্ৰভু' ৰূপত আৰু নিজকে 'দাস' ৰূপত কল্পনা কৰি দাস্য ভক্তিমাৰ্গ নিৰ্মাণ কৰিলে। ইয়াৰ দ্বাৰা — বেদান্তৰ মূল লক্ষ্যও ৰখা হ'ল আৰু লক্ষ্য-প্ৰাপ্তিৰ জটিল পথো প্ৰত্যাহৃত হ'ল। ব্যৱহাৰিক দৃষ্টিত জীৱ আৰু ব্ৰহ্মৰ পৃথকতা দেখুৱাই পাৰমাৰ্থিক দৃষ্টিত জীৱ আৰু ব্ৰহ্মৰ একত্ব স্থাপন কৰি শ্ৰীশঙ্কৰদেৱে অদ্বৈতবাদী দৰ্শনৰ এটি বিশিষ্ট প্ৰায়োগিক পথ নিৰ্মাণ কৰিলে।

"ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম" — বুলি কৈয়েই পুনৰ কৈছে —
"ব্ৰহ্মপদে শুদ্ধ জীৱক বোলয়
ঈশ্বৰ পৰম ব্ৰহ্ম।"

সাংখ্যৰ পুৰুষ আৰু প্ৰকৃতিৰ ওপৰত বেদান্তৰ অদ্বয় ব্ৰহ্ম 'নিয়ন্তা মাধৱ', 'বেদৰ গুপুত বিত্ত', পুৰাণৰ 'সৰ্ববীজং পৰং ব্ৰহ্ম কৃষ্ণ'ই হ'ল — উপাস্য দেৱতা। জ্ঞান মাৰ্গৰে পাব পৰা ব্ৰহ্ম দূৰত; কিন্তু ভক্তি মাৰ্গৰে পাব পৰা ভাগৱতৰ কৃষ্ণ নিচেই ওচৰত।

"জ্ঞান পথ এৰি প্ৰভু তোমাৰ কথাক।
কায়-বাক্য-মনে সেৱে যিটো সাধুজাক।।
যদ্যপি অজিত তুমি তিনিও জগতে।
তথাপি তোমাক জিনে সেহিসে ভকতে।।"

সেইবাবে — "তপজপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।।"

এতেকে, — "কৃষ্ণমোৰ গতি মতি কৃষ্ণত ভকতি প্ৰীতি
কৃষ্ণ পাৱে নিমজ্জোক মন।"

সগুণ ঈশ্বৰৰ ধ্যানৰ মাজেৰেই নিৰ্গুণ ব্ৰহ্মৰ জ্ঞান, ঈশ্বৰত আত্মসমৰ্পণৰ মাজেৰেই ব্ৰহ্ম-পৰমব্ৰহ্মৰ মিলন সংঘটন — এয়ে হ'ল ভাগৱতী ধৰ্মৰ ঘাই কথা। বেদান্তৰ 'সোহং' আৰু শংকৰাচাৰ্যৰ 'তত্ত্বমসি'ৰ তাৎপৰ্যও প্ৰতিভাত হৈছে। ৰামানুজৰ 'অৱতাৰবাদ' গ্ৰহণৰ কাৰণো ইয়াতেই নিহিত।

।।চাৰি।।

শ্ৰীমন্ত শঙ্কৰতকৈ চল্লিছ বছৰৰ পিছত ১৪৮৯ চনত জন্মগ্ৰহণ কৰা মাধৱদেৱে, ১৫২২ খ্ৰীষ্টাব্দত অৰ্থাৎ তেওঁৰ ৩২ বছৰ বয়সত, মাজুলীৰ বেলগুৰিত শঙ্কৰদেৱক লগ নোপোৱালৈকে আছিল শাক্ত। শঙ্কৰদেৱৰ লগত বাদ কৰিবলৈ গৈ শেহত যেতিয়া শঙ্কৰদেৱে —

যথা তৰোৰ্মূল নিঃষেচনেন তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ।
প্ৰাণোপহাৰাশ্চ যথেন্দ্ৰিয়ানাং তথা সৰ্বাৰ্চন মূচ্যতেজ্যঃ।। —

এই শ্লোক ব্যাখ্যা কৰিলে, তেওঁ দণ্ডৱতে পৰি শঙ্কৰদেৱক গুৰু মানিলে। শঙ্কৰদেৱত শৰণ লৈ, জোঙ্গাৰ কন্যাকো এৰি, মাধৱদেৱে সমগ্ৰজীৱন উছৰ্গা কৰিলে গুৰু, দেৱ, নাম, ভকতৰ সেৱাত।

ড° কাকতিয়ে উল্লেখ কৰা 'পুণ্য-শ্লোক শঙ্কৰ-স্মৃতি' নামঘোষাত ব্যাপ্ত হৈ আছে। কাৰণ, "শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ জানা যেন কল্পতৰু। তাহান্ত বিনাই নাহি নাহি নাহি

আমাৰ পৰম গুৰু" — এয়ে মাধৱদেৱৰ হৃদয়ৰ পৰা ওলাই অহা ঘোষণা।

তেওঁৰ 'গুৰুভটিমা'ৰ কথা বাদ দিও নামঘোষাত 'গুৰু'প্ৰাণ মাধৱদেৱৰ উচ্ছ্বসিত প্ৰাণৰ পৰিচয় ফুটি উঠিছে। তেওঁ ঘোষণা কৰিছে ঃ

"শঙ্কৰেসে শুদ্ধমত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলে শাস্ত্ৰ সাৰ জানি।
ইহাক নজানি নৰে জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ব বখানি।।
শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বকভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু
কিনো লোক মহা মূঢ়মতি।

'নাম মহিমা'ত তেওঁ ব্যক্ত কৰিছে ঃ

'নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।'

'বস্তুপ্ৰকাশ'তো কৈছে ঃ

হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি।।"

'গুৰুচৰিত'ত মাধৱদেৱৰ গুৰু-ভক্তিৰ বিষয়ে বৰ্ণিত আখ্যানসমূহৰ কথা বাদ দিও তেওঁৰ ৰচনাত পৰিব্যাপ্ত হৈ থকা বিভিন্ন প্ৰসংগৰ পৰাই অনুমান কৰিব পাৰি, তেওঁ কেনে গভীৰভাৱে গুৰু-ভক্তিপৰায়ণ আছিল। তেওঁ যে — গুৰু শঙ্কৰদেৱক ঈশ্বৰৰ অৱতাৰ বুলি মনৰ অতল তলীৰ পৰা বিশ্বাস কৰিছিল, তাৰ প্ৰমাণ 'গুৰুভটিমা'ইতো দিছেই, 'নামঘোষা'য়ো দি গৈছে। 'গুৰুভটিমা'ততো তেওঁ "জগজতাৰণ দেৱনাৰায়ণ শঙ্কৰে তাকেৰি অংশ" বুলি তেওঁৰ বিশ্বাস নিৰ্বিধায় প্ৰকাশ কৰি গৈছে। এতেকে, গুৰু শঙ্কৰদেৱৰ প্ৰতিটি বৰ্ণ আছিল তেওঁৰ বাবে বেদৰ অক্ষৰ স্বৰূপ। তেওঁ শঙ্কৰদেৱৰ তত্ত্ব, দৰ্শন, পন্থ — এই সকলোটিকে সামান্য প্ৰশ্নও নথকাকৈ গ্ৰহণ কৰিছিল। এতেকে, শঙ্কৰদেৱৰ ধৰ্মৰ তত্ত্ব, সাহিত্যৰ তত্ত্ব আৰু জীৱনৰ তথা জগত সম্পৰ্কে গ্ৰহণ কৰা দৃষ্টিভংগীৰ পৰা মাধৱদেৱ ক'তো সামান্যভাৱেও আঁতৰি যোৱা নাছিল। এতেকে, মাধৱদেৱৰো দেৱতা হ'ল কৃষ্ণ।

"কৃষ হেন শব্দ ইটো পৃথিবীবাচক জৈল
ণ আনন্দত প্ৰৱৰ্ত্তয়।"

আৰু "গুৰু ভৈলা তাত কৰ্ণধাৰ
কৃষ্ণ অনুকূল বায়ু।"

এতেকে উপনিষদৰ যি তত্ত্ব শঙ্কৰদেৱে ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মাজত অতি নিভৃত স্থানত থৈ গ'ল, সেই তত্ত্বই মাধৱদেৱৰ সকলো ৰচনাৰ, যাইকৈ নামঘোষাৰো যাই তত্ত্ব।

"সকল উপনিষদ ধেনু দোগ্ধা ভৈলা তানে নন্দসূত
তাৰ বৎস ভৈল কুন্তীসূত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষ পান কৰয়।"

মাধৱদেৱৰ আছিল সু-উচ্চ পাণ্ডিত্য, এখনি ভক্তি-বিগলিত উৎসৰ্গিত অন্তৰ, উচ্চস্তৰৰ সঙ্গীত-জ্ঞান, মধুৰ কণ্ঠ, গুৰুভক্তিৰ একনিষ্ঠতা আৰু ৰসময়ী সাহিত্য-ৰচনাৰ এক স্বাভাৱিক বিৰল ক্ষমতা। নামঘোষা হ'ল — ভক্ত মাধৱ, পণ্ডিত মাধৱ, কবি মাধৱ আৰু গায়ক মাধৱৰ শ্ৰেষ্ঠতম কীৰ্তি। নামঘোষাই শ্ৰীমন্ত শঙ্কৰ-প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ তত্ত্ব, মত আৰু পন্থ এই তিনিওকে প্ৰতিষ্ঠা দিয়াৰ লগতে ভক্তি-বিৰোধীসকলৰ সকলো যুক্তি খণ্ডন কৰি এই প্ৰতিষ্ঠাক প্ৰায় নিষ্কণ্টক কৰি দি গৈছে।

অব্যক্ত, সৰ্বব্যাপ্ত, মূৰ্তিশূন্য ঈশ্বৰ স্বৰূপ ব্ৰহ্মক আহ্বান কৰি আনি পূজা কৰা আৰু বিসৰ্জন দিয়াৰ কোনো উপায় নাই; এতেকে তেওঁৰ নাম লৈ মন শুদ্ধ কৰিবৰ বাবে দিয়া উপদেশৰ মাজত (ঘোষা ৮) তত্ত্ব আৰু পন্থ দুয়োটাই পৰিস্ফুট।

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাংক
ব্যাপকত কিবা বিসৰ্জন।
এতাবন্ত মূৰ্তিশূন্য কেনেমতে চিন্তিবাহ
ৰাম বুলি শুদ্ধ কৰা মন।"

যিহেতু পূৰ্ণ চৈতন্য, পৰমাত্মা প্ৰত্যেক জীৱৰ মাজত বিদ্যমান, সেইবাবে "তাতেসে ইন্দ্ৰিয়গণ-ভূত প্ৰাণ বুদ্ধি মন/প্ৰবৰ্তে যতেক জড় ৰাশি" (ঘোষা ২২)। তেওঁৰ কৃষ্ণ হ'ল — "কৃষ হেন শব্দইটো পৃথিৱী বাচক ভৈল/ণ আনন্দত প্ৰবৰ্তয়।" এতেকে ব্ৰহ্মৰ যি আনন্দময় স্বৰূপ — সেয়ে কৃষ্ণ। ভক্তৰ সুবিধাৰ বাবে তেওঁ "দৈৱকী নন্দনন্দন"। তেওঁ যি "ৰাম" নামৰ কথা কৈছে বাবে বাবে, সেই ৰামো —

চৈতন্য শক্তিৰ দ্বাৰে ইটো জড় জগতক
ৰমাবন্ত কৰ্ম অনুৰূপে। (ঘোষা ১৫৩)

আৰু —

অনন্ত চৈতন্য আত্মা সদানন্দ ঈশ্বৰত
যোগীজনে সদায়ে ৰময়। (ঘোষা ১৫৪)

এই চৈতন্য শক্তিয়েই পঞ্চভূতৰ (ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম) বনমালা পিন্ধি সমস্ত বিশ্ব চৰাচৰত ব্যাপ্ত হৈ আছে বাবেইতো তেওঁ বিষ্ণু আৰু বনমালী (ঘোষা ১৫০)। আত্মাৰূপে এই জগতত প্ৰৱেশ কৰাৰ বাবেও তেওঁ "বিষ্ণু" (১৫৬)।

'নামান্বয়'ৰ ঘোষাসমূহত ঈশ্বৰৰ স্বৰূপ ব্ৰহ্ম যি নামেৰে পূজিত হৈছে, তেনে নাম সমূহ যেনে — কৃষ্ণ, সদানন্দ, কেশৱ, অচ্যুৎ, নৰোত্তম, নৰসিংহ, বামন, পৰমানন্দ, সৰ্বানন্দ, বনমালী, দামোদৰ, পৰশুৰাম, ৰাম, হৰি, বিষ্ণু, হৃষীকেশ পৰমাত্মা, নাৰায়ণ, নিৰঞ্জন, নিৰাময়, নিৰাকাৰ, মাধৱ, জনাৰ্দন, মধুসূদন, গোপাল, গোবিন্দ, অনন্ত, অনাদি, পুৰুষোত্তম, পৰমেশ্বৰ, জগন্নাথ, পৰমব্ৰহ্ম, ভগৱন্ত, গৰুড়-কেতু, বাসুদেৱ, বৈকুণ্ঠ, এই নামৰ তত্ত্ব ভাঙিছে। ব্ৰহ্ম-পৰমাত্মাকে ধৰি ঐশ্বৰ্যৰ অন্ত নোহোৱা বাবেই মহন্তসকলে ঈশ্বৰক 'ভগৱন্ত' বুলিছে বুলি সকলো ঐশ্বৰ্যৰ উৎসৰ অব্যক্ত স্বৰূপটিৰ প্ৰতিও ইংগিত দি গৈছে।

"নামঘোষা"ত বেদান্তৰ তত্ত্ব ব্ৰহ্মই বিৰাজিছে। এই তত্ত্ব নাৰায়ণ — বিষ্ণু আৰু শেহত দৈৱকীনন্দনদেৱ কৃষ্ণলৈ ৰূপান্তৰিত হৈছে। অব্যক্ত ব্ৰহ্মৰ ব্যক্ত ৰূপ কৃষ্ণক উপাস্য দেৱতা স্বৰূপে গ্ৰহণ কৰি তেওঁৰ মধুৰৰো সুমধুৰ মঙ্গলময় নামত দ্ৰৱীভূত হৈছে মাধৱদেৱৰ ভক্ত-হৃদয়। যি এই ঈশ্বৰ কৃষ্ণক বুজা নাই, শঙ্কৰদেৱ প্ৰবৰ্তিত নামধৰ্মৰ মোল বুজা নাই, তেওঁ যে "শ্ৰমে মাত্ৰ ফল ফল মাত্ৰ শ্ৰম" সেই কথাও তেওঁ দ্ব্যৰ্থহীনভাৱে সকীয়াই দিছে।

বৈষ্ণৱ ধৰ্মৰ মূল চাৰি বস্তু নাম নাম-দেৱ-গুৰু-ভকতৰ স্থানো নামঘোষাই নিৰ্ণয় কৰি দি গৈছে। ভকতৰ কৰণীয় সম্পৰ্কেও স্পষ্ট ভাষাৰে পথ-নিৰ্দেশ কৰি গৈছে।

"এক খানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকীনন্দনে কৈলা যাক
দেৱো এক দেৱ দৈৱকী দেৱীৰ সুত।
কৰ্ম এক এহিমানে মাত্ৰ দৈৱকী পুত্ৰৰ পদসেৱা
মন্ত্ৰ এক তান নাম মাত্ৰ অদভুত।"

সকলো উপনিষদৰ সাৰস্বৰূপ 'গীতা'ৰ একশৰণেই ভাগৱতী বৈষ্ণৱ ধৰ্মৰ একমাত্ৰ পথ। নামঘোষাত বাৰে বাৰে এই পথৰ কথা বিভিন্ন প্ৰসঙ্গৰ উল্লিখনেৰে সোঁৱৰাই দিছে। বেদান্তৰ ব্ৰহ্ম আৰু ভাগৱতৰ কৃষ্ণৰ অভিন্নতা, হৰিনামৰ মাহাত্ম্য আৰু দাস্যভক্তিৰ গৰিমা — এয়ে নামঘোষাৰ প্ৰতিপাদ্য বিষয়। বেদান্তৰ সাৰ মহাভাগৱত, দেৱৰ উত্তম কৃষ্ণ, মন্ত্ৰৰ উত্তম নাম, কৰ্মৰ উত্তৰ ঈশ্বৰ সেৱা আৰু গুৰুৰ উত্তম শঙ্কৰ গুৰু — এয়ে নামঘোষাৰ সৈদ্ধান্তিক মত। এই প্ৰতিপাদ্য বিষয় আৰু সিদ্ধান্তসমূহ তেওঁ কৰ্তৃত্বসম্পন্ন শাস্ত্ৰৰ ভিত্তিত প্ৰতিষ্ঠা কৰিছে। নামঘোষাৰ প্ৰায় চাৰিশমান ঘোষা লোৱা মূল পুথিসমূহ হ'ল — শান্তিশতক, ভাগৱতপুৰাণ, বৃহন্নাৰদীয়পুৰাণ, ভৱিষ্যপুৰাণ, ভগৱদগীতা, ভক্তিৰত্নাকৰ, মোহমুদ্গৰ, ব্ৰহ্মপুৰাণ, কৰ্মপুৰাণ, বিষ্ণুধৰ্মোত্তৰ, ভাগৱতৰ সুবোধিনী

টীকা, মহাভাৰতৰ উদোগ্যপৰ্ব, ভাৰত-বিভাগ, নৰসিংহ পুৰাণ, পাণ্ডৱী গীতা, আচাৰ্য সংহতি, স্কন্দ পুৰাণ, ভাগৱতভাৱাৰ্থ-দীপিকা, পদ্মপুৰাণ, বৈষ্ণৱামৃতলহৰি, মৎস্য পুৰাণ, বৃহদ্বিষ্ণুপুৰাণ, বামনপুৰাণ, শ্ৰীভাগৱতঃ, কস্যচিৎ পদ্যাৱলী, গৰুড় পুৰাণ, সিদ্ধান্তপ্ৰদীপ, ভক্তি ৰত্নাৱলী (কান্তি-মালা টীকা), ৰামায়ণ, সীতামাহাত্ম্য, ভক্তি-বিৱেক, বৃহদ্বামন পুৰাণ, বৈষ্ণৱীয় তন্ত্ৰসাৰ, চৰ্পট ৰঞ্জিকাস্ত্ৰে। এই তালিকাখনেই মাধৱদেৱৰ অধ্যয়নৰ পৰিধিৰ ব্যাপকতাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে।

শঙ্কৰদেৱে তেওঁক কৈছিল, "মূল ৰাখিব পাৰিলে সত্ত।" কিন্তু মাধৱদেৱৰ হাতত মূলেই নতুন মৌলিক সৃষ্টিলৈ ৰূপান্তৰিত হৈছে। তেওঁ নামঘোষাৰে সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰি গ'ল ঃ সাংখ্যৰ প্ৰকৃতি আৰু পুৰুষৰ ওপৰত বেদান্তৰ ব্ৰহ্মাই হ'ল 'নিয়ন্তা মাধৱ' আৰু 'সমস্তৰে আত্মা' "সমস্ত বেদান্তৰ সাৰ" হ'ল 'শ্ৰীভাগৱত শাস্ত্ৰ'; দেৱতা হ'ল একমাত্ৰ 'কৃষ্ণ' আৰু তেওঁত শৰণেই হ'ল একমাত্ৰ শৰণ; মন্ত্ৰ হ'ল তেওঁৰ নাম — যাৰ ফলত মায়া বা অবিদ্যা দূৰ হয় আৰু ভজন্তজনে কণ্ঠলগ্ন বস্তুক পোৱাদি মূল তত্ত্ব পাব পাৰে; শ্ৰীমন্ত শঙ্কৰ হ'ল একমাত্ৰ গুৰু যি প্ৰেম-অমৃতৰ নদী স্বৰূপ বৈকুণ্ঠৰ হৰিনাম ৰস প্ৰবাহিত কৰিলে; তেৱেঁই হ'ল হৰিভকতৰ একমাত্ৰ কল্পতৰু স্বৰূপ। এয়ে নামঘোষাৰ সাৰ বুলিব পাৰি।

## ।। পাঁচ ।।

ড° কাকতিয়ে কৈছে, "বিশুদ্ধ বিচাৰ-বুদ্ধিৰ দ্বাৰা অনেক দুৰ্জ্ঞেয় ভাৱৰ অৱতাৰণা কৰিব পাৰি আৰু দাৰ্শনিক তত্ত্ব হিচাপে সেইবিলাকৰ ঠাই অতি ওখ হ'লেও প্ৰকৃত সাহিত্য ক্ষেত্ৰত সিবিলাকৰ তিমান মূল্য নাথাকিব পাৰে। সাহিত্যৰ ফালৰ পৰা চাব লাগিব — সেই ভাববোৰৰ ভিতৰেদি লেখকে কিমানখিনি আত্মাভিব্যক্তি ব্যক্ত কৰিব পাৰিছে।" নামঘোষাত মাধৱদেৱৰ কায়-মন-বাক্য-চিত্তৰ যে অতি সুদৃঢ় আৰু সংহত ব্যক্তিত্বই প্ৰকাশ লাভ কৰিছে তাক দোহৰাৰ কোনো প্ৰয়োজন নাই। মন কৰিবলগীয়া কথা এয়ে যে তেওঁৰ জ্ঞান, চিন্তা আৰু হৃদয়ৰ আবেগ নামঘোষাত একাকাৰ হৈ গৈছে — ইটোক সিটোৰ পৰা বিশ্লিষ্ট কৰি চাব নোৱাৰি। এতেকে যি কথাকে তেওঁ কৈছে, সেই কথাই তেওঁৰ হৃদয়-বাণী হৈ প্ৰকাশ লাভ কৰিছে।

সাধাৰণতে দেখা যায় বৈষ্ণৱ কবি বা সাধকসকলৰ ৰহস্যবাদীসকলে মধুৰ ৰসৰ সাধনাৰেই ভাৱাবেগৰ তীব্ৰতাত উপনীত হয়। দাস্যভাৱৰ ভিত্তিত যে এনে এক ভাৱাবেগৰ তুৰীয় অৱস্থা পাব পাৰি তাৰ একমাত্ৰ নিদৰ্শন সমগ্ৰ ভাৰতীয় সাহিত্যত সম্ভৱতঃ নামঘোষাৰ মাজতহে পোৱা যায়। পণ্ডিত তীৰ্থনাথ শৰ্মাই কৈছে, "দাস্যভাৱৰ দৃঢ়নিষ্ঠ সাধক মাধৱদেৱৰ ভাৱৰ গাঢ়তা আৰু আকুলা ভক্তিৰ চৰম নিদৰ্শন দেখি আচৰিত

নহে নোৱাৰি। নামঘোষাত দাস্যভাৱক যিমান গভীৰতম ভূমিলৈ নিয়া হৈছে, সিমান গভীৰতা আন দাস্যভাৱৰ ৰচনাত পোৱা নাযায়, পালেও খুব কম।" তেওঁ আৰু কৈছে, "আত্মখেদ, আত্মনিন্দা আদিত কাতৰ কাকুতি ৰূপে সেই ব্যাকুলতাৰ অভিব্যক্তি নামঘোষাৰ ঘোষাই ঘোষাই বিয়পি পৰিছে।" (ৰাহস্যিক মাধৱদেৱ)। তেওঁ নামঘোষা আৰম্ভ কৰিছে মুক্তিত নিস্পৃহ ভকতক প্ৰণাম কৰি আৰু ৰসময়ী ভক্তি বাঞ্ছা কৰি; আৰু শেষ কৰিছে — এই বাঞ্ছাৰ সিদ্ধিৰ উচ্চাৰণেৰে — "এহুৰস মাধৱ মুকুখমতি গাৱে" বুলি। পণ্ডিত শৰ্মাই মাধৱদেৱৰ নামঘোষাৰ এই 'ভক্তিৰস' বা 'ৰসময়ী' ভক্তি দক্ষিণ ভাৰতৰ আলোৱাৰসকলৰ লগত কিছু পৰিমাণে তুলনীয় বুলি ভাবে। ড° মহেশ্বৰ নেওগেও সাৰ্থকভাৱেই কৈছে — "ভাৱৰ প্ৰাণময় প্ৰগাঢ়তা, ভাষাৰ ছন্দোময় প্ৰাঞ্জলতাই ঘোষাখিনি ভক্ত কবিৰ অন্তৰৰ তলিৰ পৰা ওলাই অহাটো সূচায়। তুতি, কাকুতি, প্ৰাৰ্থনা আদি শীৰ্ষযুক্ত খণ্ডবোৰে প্ৰাণৰ কাতৰ আকৃতি পাঠক-শ্ৰোতাৰ প্ৰাণস্পৰ্শীভাৱে ধ্বনিত কৰি তুলিছে" (শ্ৰীমাধৱদেৱ)। সংবেদনশীল আৰু ভাবাবেগ বিগলিত কবি-হৃদয়ৰ অধিকাৰী আছিল বাবেঠই নামঘোষাত তেওঁ ভক্তিৰ ৰসময়ী ৰূপৰ সাধনা স্বাভাৱিকভাৱে ডাঙি ধৰিব পাৰিছে।

।।ছয়।।

অনেকৰ প্ৰশ্ন হ'ব পাৰে — অলংকাৰ শাস্ত্ৰই যি নটা ৰসৰ পৰিচয় দিছে — তাত ভক্তিৰস বুলি এটা ৰস নাই। এই ৰসক কোন ৰসৰ অন্তৰ্গত কৰিব পাৰি? একপ্ৰকাৰ চাবলৈ গ'লে ভক্তিও একপ্ৰকাৰ অনুৰাগ; এতেকে অনুৰাগৰ ৰস ৰূপ হ'ল আদিৰস। অৱশ্যেই যি ভক্তিত মধুৰ ভাৱৰ প্ৰাবল্য থাকে, সেই ভক্তিক আদিৰসৰে প্ৰকাৰভেদ মধুৰ ৰস সঞ্চাৰিত হোৱা বুলিব পাৰি। কিন্তু দাস্যভক্তিভাৱৰ পৰা উদ্ভূত ৰসক শান্ত ৰসৰহে অন্তৰ্গত কৰি ল'ব পাৰি। এই শান্তৰসৰ ভাৱ হ'ল শম ভাৱ।

কিন্তু কবি কৰ্ণপূৰ, ৰূপসনাতন, বোপদেৱ, জীৱ গোস্বামী, মধুসূদন সৰস্বতী আদিয়ে 'ভক্তিৰস' নামেৰে এটি ৰসকো স্বীকাৰ কৰিছে। অলংকাৰ শাস্ত্ৰত ভক্তিৰস নোসোমোৱাৰ প্ৰধান কাৰণ কোনো কোনোৱে এই বুলি ঠাৱৰাইছে যে অলংকাৰ বা ৰসশাস্ত্ৰৰ প্ৰামাণিক গ্ৰন্থসমূহ ভক্তি-প্ৰধান সাহিত্যৰাজি সৃষ্টি হোৱাৰ আগতেই ৰচিত হৈছিল ঃ।* মধ্যযুগত ভক্তি আন্দোলনৰ প্ৰবল জোৱাৰ উঠাৰ লগে লগে ভক্তিমূলক কাব্য, নাট, গীত আদি ৰচিত হ'বলৈ ধৰিলে আৰু ভক্তিও এটি ৰস হিচাপে সমাদৃত হ'ল, কিন্তু অলংকাৰ শাস্ত্ৰসমূহত অন্তৰ্ভুক্ত হৈ নথকাৰ বাবে এই সমাদৰ বাকী নৱৰসৰ সমান

---

* ড° সত্যেন্দ্ৰনাথ শৰ্মা, মাধৱদেৱৰ সাহিত্যত ভক্তিৰস

হৈ নুঠিল। কোনো কোনোৱে ক'ব খোজে যে ভক্তিৰস আন কোনো ৰসৰ আশ্রয়তহে প্রকাশিত হয় বাবে এই ৰসৰ স্থিতি বাকী নটাৰ সমপর্যায়ৰ নহয়। অবশ্যেই এই মত তর্ক-সাপেক্ষ। সি যি হওক, আমি সুকীয়া ৰস হিচাপে গ্রহণ কৰোঁ বা নকৰোঁ, সি বৰ গুৰুত্বপূর্ণ কথা নহয়। কাৰণ, আদি বা শান্তৰসৰ ভিত্তিত ভক্তিৰসৰ অভিব্যক্তি ঘটিলেও ইয়াৰ গুৰুত্ব কোনেও অস্বীকাৰ কৰিব নোৱাৰে। তুকাৰাম, মীৰাবাঈ, কবীৰ, নানক, তুলসী দাস — এই সকলোৱেই এটা নহয় এটা মাধ্যমত ভক্তিৰসৰ সাধনা কৰি গৈছে আৰু ভাৰতীয় ৰস-সাহিত্যৰ ইতিহাসত স্থায়ী পৰিচয় প্রতিষ্ঠা কৰি গৈছে। এতেকে, ভক্তিৰসক এৰি আঁতৰাই কৰি থোৱা সম্ভৱ নহয়। মাধৱদেৱে তেওঁৰ ঝুমুৰা আৰু বৰগীতত বাৎসল্য ৰস (ইও ভক্তিৰসৰ দৰেই আন ৰসাশ্রিত)ৰ আৰু ড° কাকতিয়ে ক'বৰ দৰে তেওঁৰ swan song স্বৰূপ 'নামঘোষা'ত ভক্তিৰসৰ সফল নিষ্পত্তি সাধন কৰি গৈছে। য'তেই সফল ৰস নিষ্পত্তি সাধিত হয় সেয়ে সফল কলাৰূপ স্বৰূপেও গৃহীত হয়।

কাব্য হিচাপে নামঘোষাৰ সাফল্য কেৱল কৰিৰ হৃদয়ৰ উত্তাপতে নাই, কাব্য শৰীৰতো আছে। সন্দেহ নাই, উল্লিখিত উৎসৰ শ্লোকসমূহৰ অনেকতে উপমাদি অলংকাৰ আছে; মাধৱদেৱে ভাঙনি কৰোঁতে মূল ৰাখিও তাক অত্যন্ত স্বাভাৱিকভাৱে ঘৰুৱা আৰু পৰিচিত ৰূপ দিছে। তদুপৰি, অনুপ্রাসৰ অনায়াস ঝংকাৰৰ লগত সংশ্লিষ্ট বিষয়ৰ ভাৱৰ অবিচ্ছেদ্য সম্পর্ক জড়িত হৈ ভাৱক অধিক গভীৰ কৰি তুলিছে। ছন্দৰ তৰংগ আৰু শব্দধ্বনিৰ ব্যঞ্জনা সমকালীন আন কোনো কৰিৰ কাব্যত এনেভাৱে ঝংকৃত হোৱা নাই। দুলড়ী, লেছাৰি, ছবি আৰু পদছন্দৰ উপৰিও ঘোষাছন্দ আৰু নামছন্দৰ দৰে দুটি নতুন নামৰ ছন্দ প্রয়োগ কৰি মাধৱদেৱে নামঘোষাৰ এই শেহৰ অংশ দুটি ভাৱ প্রকা কৰি তুলিছে বাঞ্ছিতভাৱে মোহনীয় আৰু অর্থপূর্ণও। এই দুই ছন্দৰ মাজত বিভিন্ন ছন্দ সজ্জাৰ মিশ্রণো ঘটিছে অথচ ক'তো মাত্রা আৰু লয়ৰ বিচ্যুতি ঘটা নাই। প্রসংগতঃ আত্মনিমজ্জনৰ ভাৱটিও যেন এই ছন্দই কঢ়িয়াই আনিছে সার্থকভাৱে। মাধ্যমৰ যথোপযুক্ত ব্যৱহাৰেই কোনো এক কলাক যথার্থতে ব্যঞ্জনা কঢ়িয়াই অনাৰ ক্ষমতা দান কৰে। নামঘোষাৰ প্রতিটি ছন্দৰ মাজত এই বিশেষত্ব পৰিস্ফুট হৈ আছে।

লেছাৰিৰ আত্মনিৱেদনৰ মাজত থকা কাৰুণ্যই, ছবিত প্রকাশিত ভাৱৰ মুক্ত প্রকাশে আৰু দুলড়ীৰ দ্রুতলয়ৰ মাজত অনেক সময়ত প্রকাশিত সৈদ্ধান্তিক ইংগিতে নামঘোষাৰ বিভিন্ন অংগৰ বৈশিষ্ট্যসমূহ দাঙি ধৰিছে। মাধৱদেৱৰ শব্দচয়নৰ দক্ষতা নিসন্দেহে অতুলনীয়। তদুপৰি, সমগ্র নামঘোষাত বিৰাজি আছে এটি সাংগীতিক মূর্ছনা কেতিয়াবা সি বিলম্বিত, কেতিয়াবা মধ্য বিলম্বিত আৰু কেতিয়াবা দ্রুত। নামঘোষাৰ

এই দিশটোও বিচাৰ্য। স্বৰলিপিৰ যোগে এই বিশিষ্টতা বিচাৰ কৰাৰ প্ৰয়াস কৰিব পাৰি।

।।সাত।।

শ্ৰীমন্ত শঙ্কৰদেৱক বাদ দি মাধৱদেৱক আৰু মাধৱদেৱক বাদ দি শ্ৰীমন্ত শঙ্কৰদেৱক আলোচনা কৰিব নোৱাৰি। দয়োৰে মাজত তত্ত্ব আৰু পন্থৰ একচুলিৰ পৃথকতাও ক'তো নাই। তত্ৰাচ দুয়োৰে ৰচনাৰ মাজত দুটি সোৱাদ। ইয়েই সংকেত দিয়ে শঙ্কৰ-মাধৱ অভিন্ন হোৱা সত্ত্বেও ব্যক্তিত্বৰ বিশিষ্টতাই দুয়োৰে কৰ্মকো নিজা বিশিষ্টতা প্ৰদান কৰিছে। শঙ্কৰদেৱৰ মাজত দেখা যায় এটা বৌদ্ধিক নিস্পৃহতা বা বৌদ্ধিক অনাসক্তি, intellectual detachment। তেওঁ এই অনন্ত বিশ্বচৰাচৰৰ সৃষ্টিৰ কাৰণ অব্যক্ত ব্ৰহ্ম আৰু সৃষ্টিৰ ক্ষণিক ব্যক্ত ৰূপৰ আধাৰো অব্যক্ত ব্ৰহ্ম সম্পৰ্কে সম্পূৰ্ণ নিঃসন্দেহ। এই পৰম সত্যটিয়েই তেওঁৰ ধৰ্মৰ, কৰ্মৰ সকলোৰে ঘাই ভেটি — পৰমতত্ত্ব। এই ব্ৰহ্ম যে নিৰ্বিকাৰ সেই বিষয়েও সন্দেহাতীতভাৱে তেওঁ নিশ্চিত। এতেকে এই সত্যটোৰ সাঁচ নিৰক্ষৰ, সাধাৰণ মানুহৰ মনত বহুৱাই তেওঁবিলাককো "অন্তৰত এক ঈশ্বৰক বাহিৰত নানা দেখিয়োক" অৱস্থালৈ নিবলৈ ভাগৱতৰ কৃষ্ণত মন-প্ৰাণ সঁপি দিবলৈ শিক্ষা দিয়াই আছিল ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তনৰ ঘাই লক্ষ্য। তেওঁ নিজে নিস্পৃহ, অনাসক্ত, কিন্তু বাকী সকলোকে কৰি তুলিছে এই তত্ত্ব আৰু পন্থৰ প্ৰতি আসক্ত। শ্ৰীমন্ত শঙ্কৰদেৱৰ মাজত থকা অসামান্য সৃষ্টিশীল প্ৰতিভাই তেওঁৰ ভাৱনাক শব্দ, সুৰ আৰু ৰেখা — কলাৰ এই তিনিওটি মাধ্যমেৰে অন্তৰত ঝংকাৰ তোলাকৈ প্ৰকাশ কৰি গৈছে। তেওঁৰ নিজৰ কবিত্ব শক্তি সম্পৰ্কেও নিজৰ ধাৰণা আছিল বাবেই ভাগৱতৰ অনুবাদত 'কহয় শঙ্কৰ কবি' বুলিও কোনো কোনো ঠাইত ভণিতা পেলাইছে। মন কৰিবলগীয়া এয়ে যে তেওঁৰ কাব্য, গীত, নাট, সকলোৰে মাজত বিভিন্ন ৰসৰ সৃষ্টি আৰু শেষত ভক্তিৰস নিষ্পত্তি কৰাৰ বেলাও, ক'তো তেওঁ নিজে আৱেগ-জড়িত হৈ পৰা নাই। তেওঁ যেন অপূৰ্ব দক্ষতাৰে নিজে সংশ্লিষ্ট নোহোৱাকৈ এই সকলো সৃষ্টি কৰি গৈছে। সেইবাবে শঙ্কৰদেৱৰ ৰচনাত আছে এক ধ্ৰুপদী সংযম, ক'তো ব্যক্তিগত আৱেগৰ উচ্ছ্বাস নাই। কেইটামান বৰগীতত কেৱল তেনে আত্মপ্ৰকাশ কৰিছে।

মাধৱদেৱেও সৰ্বান্তকৰণেৰে শঙ্কৰদেৱৰ তত্ত্ব গ্ৰহণ কৰিছে। নামঘোষাত বাৰে বাৰে সেই কথা তেওঁ ব্যক্ত কৰিছে। কিন্তু মাধৱদেৱ মুক্তিত নিস্পৃহ হ'লেও ভক্তিৰ প্ৰতি আসক্ত ঃ "ৰসময়ী মাগোঁহো ভকতি।" এই আসক্তি তেওঁৰ ব্যক্তিগত ভাৱাৱেগৰ উচ্ছ্বাসলৈ ৰূপান্তৰিত হৈছে। কাকুতি ঘোষাৰ — 'কিমতে ভকতি কৰিবোঁ তোমাত হৰি এ/মই মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম"ৰ পৰা "প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা হৰি

হৰি হৰি হৰি এ/কৃষ্ণসে সুহৃদ বান্ধৱ গুৰু আমাৰ।/কৃষ্ণৰ চৰণ পঙ্কজ বিনাই হৰি হৰি হৰি হৰি এ/মই অনাথৰ গতি নাহি নাহি আৰ"লৈকে এই অংশত মাধৱদেৱৰ ভক্তি ভাবাবেগে এক শীৰ্ষবিন্দু লাভ কৰিছে। যি তত্ত্ব আৰু উপদেশ, তেওঁ আনক দি আহিছিল, যি নিন্দা তেওঁ অভকতসকলক কৰিছিল, সেই সকলো যেন তেওঁ নিজেই মুৰ পাতি লৈ নিজৰ মন-বুদ্ধি চিত্ত-অহঙ্কাৰ সকলো কৃষ্ণত সমৰ্পণ কৰি দ্ৰবীভূত হৈছে। যথাৰ্থতেই মধুৰ ভক্তিৰসৰ বাহিৰে দাস্যভক্তিৰসৰ ক'তো এনে এটি দ্বিতীয় দৃষ্টান্ত আৰু পোৱা নাযায়। এই অৱস্থাক বোধকৰোঁ ভক্তিৰ প্ৰতি emotional attachment বুলিব পাৰি। অসমৰ বৈষ্ণৱ ধৰ্মমাৰ্গত শঙ্কৰদেৱৰ intellectual detachment, বৌদ্ধিক অনাসক্তি আৰু মাধৱদেৱৰ emotional attachment, আবেগিক আসক্তি, এই দুয়োটি উপাদানেই সম্পৃক্ত হৈ পৰিছে।

"অন্তৰত এঁক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়প্ৰায়।
বুদ্ধিত সমস্তে তেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহি ভাৱে ৰাম লোকত পুৰা বেড়াই।।

এয়ে শঙ্কৰদেৱৰ ধৰ্মমতৰো শিক্ষা আৰু নামঘোষাৰো থাই তত্ত্ব। তাৰ বাবেই নামঘোষাই দেখুৱাই দিয়া পথটি হ'ল ঃ

"একান্ত ভকত যাৰা হয় কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদভূত হৰি-গুণ নামময়।
পৰম মংগল কৃষ্ণযশ যাত পৰে আন নাহিৰস
পৰম আনন্দ- সমুদ্ৰে মজি ৰহয়।।"

নামঘোষাত যথাৰ্থতে নাম, দেৱ, গুৰু, ভকত — এই চাৰিওটিৰ সমাবেশ ঘটিছে। পণ্ডিত, ভক্ত, কবি, ছান্দসিক, সংগীতজ্ঞ মাধৱদেৱ তেওঁৰ অমূল্য কৃতি নামঘোষাৰ মাজতে কীৰ্তিমান হৈ বিৰাজ কৰি আছে। তেওঁৰ ভক্তিৰ তত্ত্ব আৰু ৰসৰ সাৰবস্তুও নামঘোষাতে স্তূপীকৃত হৈ আছে। তত্ত্ব আৰু ৰসৰ অপূৰ্ব সমন্বয়ৰ বাবেই নামঘোষা এহাতে ভক্তিধৰ্মৰ পুথিস্বৰূপে, আৰু আনহাতে চিৰায়ত ৰসসাহিত্যস্বৰূপে, দুয়োৰূপতে সমাদৃত হৈ আহিছে আৰু সমাদৃত হৈ থাকিব। তেওঁৰ বিষয়ে ক'বলৈ গৈ বিমুগ্ধ চিত্তে ক'ব পাৰি —

হে হৰি সাৰশূন্য মৃগতৃষ্ণাৰ্ণৱ জলে
শ্ৰান্ত হয়া মহা মোহ পাওঁ।
স্নান-পান-আচমন কৰোহো ৰমণ তাত
কতোহো ওপঙ্গো তল যাওঁ।। □

# মহাপুৰুষৰ চিহ্নযাত্ৰা

মহাপুৰুষ শঙ্কৰদেৱৰ 'চিহ্নযাত্ৰা' নামৰ কোনো লিখিত নাটক অদ্যাবধি আবিষ্কৃত হোৱা নাই। তেওঁৰ নাটকেইখনি হ'ল — কালিদমন, পত্নীপ্ৰসাদ, কেলিগোপাল, ৰুক্মিণী-হৰণ, পাৰিজাত-হৰণ আৰু ৰামবিজয় — এই ছখন নাট। ড° সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে যে — "নাটসমূহ (৬খন) ৰচনা কৰাৰ আগতে শঙ্কৰদেৱে 'চিহ্নযাত্ৰা' নামে নাট লিখি তাৰ অভিনয় কৰি জনসমাজক চমৎকৃত কৰিছিল" (অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, প্ৰথম সংস্কৰণ, পৃঃ ১৩৯)। এই মন্তব্য অনুসৰি নাট এখন ৰচনা কৰা বুলি ভাবিবৰ থল আছে। ড° মহেশ্বৰ নেওগে কৈছে, "এই সময়তেই (প্ৰথম তীৰ্থভ্ৰমণৰ পিছত, অৰ্থাৎ পঞ্চদশ শতিকাৰ একেবাৰে শেহৰ ফালে) 'চিহ্নযাত্ৰা'ৰে ভাওনাৰ বুৰঞ্জীৰ পাত মুকলি কৰা হয়" (অসমীয়া সাহিত্যৰ ৰূপৰেখা, অষ্টম তাঙৰণ, পৃঃ ৭৯)।

শঙ্কৰদেৱে অংক আৰু যাত্ৰা দুয়োটা শব্দ ব্যৱহাৰ কৰি গৈছে। কিন্তু, তেওঁৰ নাটসমূহৰ ক্ষেত্ৰত অংক শব্দটোৱেই প্ৰযোজ্য হৈ আহিছে। তেওঁৰ ছওখন নাটকৰ বিষয়বস্তুৰ পৰিচয়-জ্ঞাপক একোটি নাম আছে। 'চিহ্নযাত্ৰা' নামটি সেইফালৰ পৰাও কৌতূহলোদ্দীপক। নামটোৱে ইংগিত দিয়ে যে ই 'যাত্ৰা', সন্দেহ নাই; কিন্তু এই নাটক বা যাত্ৰা এক প্ৰতীকী (চিহ্ন) নাটক বা যাত্ৰা, অৰ্থাৎ ই একপ্ৰকাৰ 'সাংকেতিক যাত্ৰা' বা 'সাংকেতিক অভিনয়'।

'গুৰুচৰিত কথা'ত কৈছে, "পাছে দশম পঢ়োতে ওলাল ঃ বিষ্ণু বুদ্ধি কৰি নন্দৰ পোক।। দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোক।। সুনি ভক্তে প্ৰাৰ্থনা কৰিলে বাৰে ভূঞা সমে-গোপ গুপি জে কৃষ্ণে দেখালে আমাৰো কৃষ্ণ তুমি (চাবৰ) ইচা গৈছে দেখোৱা জক।। তেহে ভূঞাসবে দল কৈলে ঃ গুৰু কপিলিমুখৰ কলাঙকাখৰ কুমাৰত খোল গঢ়ালে জোখা দি ডাইনা সাত আঙ্গুল বেএগা তেৰ আঙ্গুল।। হল চালে ঃ ঘুনু দিবৰ ভু নেপাই মাত নোলাই কষ্ট পাই অসন্তোষ আছে ঘুমাই ভাত খাই পাতৰ কাকে ঠোঁত ঘঁহালে মাত ওলাল তেহে বৰা ভাতৰে খোলাওৰি বাটি দিছে ঃ নাট সূত্ৰ মতা আৰিয়া জোকে পাতিলে ঃ চন্দ্ৰকে সন্যাসী বাগ ধৰি এক ৰূপ ধৰি দেখাইচেহি লোক দেখাই তুলাপাতত সাত বৈকুণ্ঠ লিখিছে ঃ কল্পতৰু দিবলে ভ্ৰম হৈ ঠগিত খাই আছে।। চন্দৰি আইএ ধান হতাইছিল ঃ বোলে ডেকাগিৰি সেইখিতে নিদিয়া কিয় ঃ শ্ৰীমন্দিৰকাখে সপ্তমদ্বাৰ আগ কৈ।। তেহে গুৰু দিচে ঃ পচিমে বাহুভূঞা চাপি দৌল বান্ধি জাত্ৰা পাতিলে ঃ বৈকুণ্ঠৰ

পৰা বৰধেমালি ঘোৰাধেমালি তালমান নমাই গালে ভিমা বাবনে ঃ লক্ষন গায়ন ঃ বলাই গাৱন তিমিৰ ৰাগ দিচে ঃ গুৰুজনে বাউমণ্ডলি ৰাগ দিলে ঃ পাটিসোদৰ পাত সৰি গ'ল ঃ মেঘমণ্ডলি ৰাগ দিলে ঃ লাগিল পাত ঃ গুৰুজন সাত বৈকুণ্ঠৰ ঈশ্বৰ ঃ বহ্যাণ্ড গাৱন হৈ মেঘমণ্ডল ৰাগ দিচে পাটিসোন্দা গাচ আচিল পাত সৰিছে ঃ পুব হলত লাগিচে মেঘ দি বৃষ্টি আনিচে ঃ নদী বিলে খলকি ঢৌ উঠিচে ঃ ৰাত্ৰি দিন পুৰুষ-স্ত্ৰী অচিন হ'ল ঃ বাৱনত নটুৱাত সূত্ৰ ওজা নাৰদ এই চথ্য ৰূপ হৈচে। লোক বাৱতে দেখি অদ্ভুত আশ্চৰ্য্য হল ঈশ্বৰ বুদ্ধি কৈ মানিলে সবেও।"

এই বিৱৰণৰ পৰা কেইবাটিও কথাৰ সম্ভেদ পোৱা হয়। এক, ইতিপূৰ্বে 'দশম' ৰচিত আৰু চৰ্চিত হ'বলৈ ধৰিছে; দুই, বিষ্ণু-বৈকুণ্ঠৰ কথা পদত শুনোতাসকলৰ বিষ্ণু-বৈকুণ্ঠক চাবলৈ ইচ্ছা হৈছে আৰু শঙ্কৰদেৱে সেইবাবে 'শ্ৰব্য কাব্য'ক 'দৃশ্য কাব্য' কৰাৰ পৰিকল্পনা কৰিছে; তিনি, খোল সজোৱা, ঘুণ দিয়া আৰু খোলৰ বোল ৰচনা কৰাৰ কাম সম্পূৰ্ণ কৰিছে; চাৰি, তুলাপাতত, মন কৰিব তুলাপাতত কাপোৰত নহয়, সাত বৈকুণ্ঠৰ ছবি আঁকিছে, অৰ্থাৎ চিত্ৰশিল্পই শঙ্কৰদেৱৰ হাতত পৰিণত ৰূপ লাভ কৰিছে; পাঁচ, বৈকুণ্ঠ আৰু বিষ্ণুৰ বিৱৰণৰ লগত ইতিপূৰ্বেই সাধাৰণ মানুহো এনেভাৱে পৰিচিত হৈ পৰিছে যে 'চন্দৰি আই এ' কল্পতৰু বৃক্ষৰ ছবি পটৰ কোনখিনিত দিব লাগে তাকো মনত পেলাই দিছে; ছয়, বৰধেমালি, ঘোৰা ধেমালি আদিৰে বাদন বিদ্যা সম্পূৰ্ণ কৰি তোলা হৈছে; সাত, বায়ুমণ্ডলী, মেঘমণ্ডলী ৰাগ গহৰ পাত সৰাই পুনৰ পাত গজোৱাৰ কথা ৰাগ-সংগীতৰ শুদ্ধ চৰ্চা যে হৈছিল সেই ইতিহাসৰো ইংগিত দিয়ে; আঠ, 'বায়ন, নটুৱা, সূত্ৰ, ওজা, নাৰদ এই চথ্য ৰূপ' একেজনেই (শঙ্কৰদেৱে নিজেই) হোৱাৰ কথাই বাদ্য নৃত্য গীত আৰু অভিনয় — এই চাৰিওটিৰ প্ৰদৰ্শনৰে ৰাতি-দিন সমকাৰ কৰি দৰ্শকক মন্ত্ৰমুগ্ধ কৰি ৰখাৰ ইংগিত দিছে।

যি অনুষ্ঠানত নৃত্য, গীত, বাদ্য, অভিনয় চাৰিওটি প্ৰদৰ্শিত হৈছে আৰু নাৰদ আদি চৰিত্ৰও ওলাইছে, তাক এক নাট্য প্ৰদৰ্শনী বোলাৰ নিশ্চয় থল আছে। কিন্তু কোনো ঘটনাৰ সংঘাত আৰু সংলাপ আছিল নে নাই, তাক জনাৰ উপায় নাই। সংলাপ নোহোৱাকৈ নাটক কৰাৰ কথা ভৱাও টান। আনহাতে তেওঁৰ অন্যান্য ছখন নাটকৰ দৰে ইয়াৰ নাম দিয়া নাই — চিহ্নৰে অৰ্থাৎ প্ৰতীক বা চিনেৰে কৰা অভিনয় — এই অৰ্থকে 'চিহ্নযাত্ৰা' নামটোৱে বহন কৰে। অৰ্থাৎ বৈকুণ্ঠৰ পট আঁকি তাত বিষ্ণুক আৰু নাৰদকে ধৰি অন্যান্য চৰিত্ৰসমূহক দেখুওৱা হৈছিল। নাৰদৰ কথাটো কিয় ক'লে, অন্যান্য চৰিত্ৰৰ কথা যে নক'লে? ইয়াৰ লগত ভাগৱত পুৰাণৰ দুটি পৰম্পৰাৰ ভিতৰত নাৰদীয় পৰম্পৰা জড়িত থকাৰ ইংগিত সোমাই থাকিবও পাৰে। ব্ৰহ্মাই নাৰদক, নাৰদে সুতক, সতে নৈমিষাৰণ্যত ঋষিসকলক দিয়া ধাৰাটিয়েই শঙ্কৰদেৱৰ দ্বাৰাও গৃহীত হৈছিল। সি যি কি নহওক, সমগ্ৰ বিৱৰণটিৰ পৰা ভাব হয় — 'চিহ্নযাত্ৰা' ঠিক নাটকীয় পৰম্পৰাৰে কৰা

পূৰ্ণাংগ নাটকৰ পৰিৱৰ্তে, নৃত্য, গীত, বাদ্য, অভিনয়েৰে সমৃদ্ধ এখনি নাটকীয় আলেখ্য আছিল; দৰ্শকসকলে বৈকুণ্ঠৰ চিত্ৰৰ পৰা বৈকুণ্ঠৰ ধাৰণা মনলৈ আনি ল'ব পাৰিছিল আৰু সন্মুখত বিষ্ণুক দেখি তেওঁবিলাক মন্ত্ৰমুগ্ধ হৈছিল। আন এটা প্ৰশ্ন মনলৈ আহে। সি হ'ল, শ-শ লোকক দেখুৱাব পৰাকৈ ডাঙৰ চিত্ৰ আঁকিব পৰা 'তুলাপাত' কেনেকৈ প্ৰস্তুত কৰি উলিয়াইছিল? যদিও সপ্তদশ শতিকাত লেখা আৰু আঁকা 'চিত্ৰ ভাগৱত' তুলাপাততে কৰিছিল, যোড়শ শতিকাৰ একেবাৰে শেষ বা সপ্তদশ শতিকাৰ একেবাৰে আৰম্ভতে তুলাপাতৰ এনে ব্যৱহাৰৰ আন কিবা উদাহৰণ আছেনে নাই, সি বিচাৰ্য। নে, তুলাপাতৰ চিত্ৰসমূহ প্ৰতীকী চিনস্বৰূপেহে ব্যৱহৃত হৈছিল। যদি তেনেভাৱে ব্যৱহৃত হৈছিল, সিও কিন্তু বৰ গুৰুত্বপূৰ্ণ দিশ এটাৰ ইংগিত বহন কৰিব পাৰে। আমি জানো যে নাটকত এনেভাৱে ইংগিতমূলক প্ৰতীক ব্যৱহাৰ কৰাৰ পৰম্পৰা জাপানত আছে; ভাৰতবৰ্ষৰ আন ক'তো থকা বুলি গম পোৱা নাই। শঙ্কৰদেৱে যিদৰে গীতত আৰু নৃত্যত ভাৰতীয় ৰাগ-সংগীত আৰু শাস্ত্ৰীয় নৃত্যৰ সকলোবোৰ উপাদান লৈও তাত স্থানীয় উপাদান সংযোগ আৰু মিশ্ৰণ কৰি এক নতুন ৰূপৰ নৃত্য-গীত ৰচনা কৰিছিল, অভিনয় পৰিকল্পনাতো তেনে সংযোজন আৰু মিশ্ৰণৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

ড° মহেশ্বৰ নেওগে চিহ্নযাত্ৰাৰে ভাওনাৰ বুৰঞ্জীৰ পাত মেলা হয় বুলি কৰা মন্তব্যটিও প্ৰণিধানযোগ্য; অৰ্থাৎ পূৰ্ণাংগ নাটক তেতিয়াও ৰচিত হোৱা নাই, আৰম্ভ হৈছে 'ভাওনা'ৰ। অৱশ্যে পৰৱৰ্তী কালত 'ভাওনা'ই পূৰ্ণাংগ নাটকক সামৰি ল'লেও 'ভাওনা' শব্দটোৱে ভাও দিয়া কাৰ্যটোকহে বুজায়। এতিয়াও আমাৰ ধৰ্মীয় পৰম্পৰাত 'নাটমেলা', 'নাটগোৱা', 'ভাওনা কৰা' আৰু 'নাট সামৰা' — এই শব্দসমূহ অৰ্থপূৰ্ণভাৱে ব্যৱহৃত হৈ আহিছে। সি যি কি নহওক, মোৰ ভাব হয় দক্ষিণ ভাৰতত কথাকলি বা কথক বা মোহিনীআট্টমৰ দৰেই, (নৃত্য, বাদ্য, অভিনয়ৰ লগত গীতো সংযোগ কৰি) শঙ্কৰদেৱে 'চিহ্নযাত্ৰা'ৰে নৃত্যাভিনয়ৰ আলেখ্য ৰচনা আৰু ৰূপায়ণৰ যে শুভাৰম্ভ কৰিছিল সেই বিষয়ে সন্দেহ নাই। তীৰ্থ-ভ্ৰমণৰ পিছত আহি পৰিকল্পনা কৰা 'চিহ্নযাত্ৰা' মহাপুৰুষগৰাকীৰ জীৱনৰে নহয়, অসমৰ জাতীয় সাংস্কৃতিক জীৱনৰো এক গুৰুত্বপূৰ্ণ ঐতিহাসিক ঘটনা। □

# সত্ৰীয়া সংগীতৰ বৈশিষ্ট্যৰ আভাস

ভাৰতীয় প্ৰাচীন পৰম্পৰাত সংগীতো হ'ল আধ্যাত্মিক সাধনাৰ এটি পথ। নাদক ভাৰতবৰ্ষই ব্ৰহ্ম স্বৰূপে চিনাক্ত কৰিছে। সংগীত হ'ল এই নাদ ব্ৰহ্মৰ উচ্চ আৰু সূক্ষ্ম স্তৰৰ অভিব্যক্তিৰ আধাৰ। এই সাধনাই সাধকক আৰু ৰসভোক্তাক সোহং, অৰ্থাৎ তেৱেঁই মই — এই তুৰীয় অৱস্থালৈ লৈ যাব পাৰে। সেইবাবে ভাৰতীয় সংগীতৰ, অৰ্থাৎ নৃত্য, গীত, বাদ্যৰ (নৃত্যং গীতং বাদ্যং ত্ৰয়ো সংগীতমুচ্যতে) সাধনাৰ লগত এই আধ্যাত্মিক লক্ষ্য এনেভাৱে সম্পৃক্ত হৈ আছে যে এই সাধনাৰ লক্ষ্য আৰু পথৰ ইটোৰ পৰা সিটোক বিশ্লিষ্ট কৰিব নোৱাৰি। মোগল সম্ৰাটসকলৰ দিনত সম্ৰাট আৰু পিছলৈ নবাব আদিৰ মনোৰঞ্জনাৰ্থে প্ৰস্তুত কৰা সংগীতৰ বাহিৰে, প্ৰাচীন ভাৰতীয় মাৰ্গীয় সংগীত ধৰ্ম সাধনৰ লগত যুক্ত হৈ আছিল। সাধনৰ লক্ষ্য প্ৰাপ্তিৰ বাবে প্ৰতিটো নাদ বা স্বৰৰ প্ৰমাদহীন চৰ্চাৰ পথ নিৰ্দিষ্ট কৰা হৈছিল। ইয়াৰ বাবে প্ৰথমে লাভ কৰিবলগীয়া কাৰিকৰী শিক্ষা লাভৰ বাবে কঠোৰ অনুশীলন কৰিবলগীয়া হৈছিল। কণ্ঠ, শৰীৰ, শ্ৰুতিক আৱশ্যকীয় কঠোৰ অনুশীলনৰ দ্বাৰা প্ৰস্তুত কৰি সিবিলাকক প্ৰশিক্ষিত কৰি তোলাৰ পিছতহে সেই বিদ্যা সাধনাৰ মাধ্যম স্বৰূপে প্ৰয়োগ কৰা হৈছিল।

ভাৰতীয় সংগীত-সাধনা এক বৈজ্ঞানিক সাধনা। কাল আৰু ভাৱৰ সূক্ষ্মতৰ বিচাৰ কৰি, কাল আৰু ভাৱৰ লগত সংগতি ৰাখি সংগীতৰ ৰাগ, তাল আৰু ভংগী প্ৰস্তুত কৰা হৈছিল আৰু ইষ্ট দেৱতাৰ লগত আত্মাৰ সংযোগ সাধনৰ মাধ্যম স্বৰূপেই সংগীত ব্যৱহৃত হৈছিল।

কোনো সন্দেহ নাই ভাৰতীয় শাস্ত্ৰীয় সংগীতে লোক-সংগীতৰ অনেক উপাদান গ্ৰহণ কৰিছে। দৰাচলতে লোক-সংস্কৃতিৰ আধাৰতে শিষ্ট সংস্কৃতিয়ে গঢ় লয়। এতেকে লোক-সংস্কৃতিৰ উপাদানসমূহৰ অস্তিত্ব আৰু ভূমিকা অনস্বীকাৰ্য। মন কৰিবলগীয়া কথা এয়ে যে লোক-সংস্কৃতি, নাইবা লোক-সংগীতৰ অনুভূতিৰ স্বতঃস্ফূৰ্ততাই মাৰ্গ সংগী তত বা শিষ্ট সংস্কৃতিত পৰিশীলিত, নিয়ন্ত্ৰিত আৰু ব্যাকৰণসন্মত ৰূপ পৰিগ্ৰহ কৰি এক নতুন, গভীৰ আৰু বিশাল আয়তন লাভ কৰে। একপ্ৰকাৰ ক'বলৈ গ'লে ই আত্মাক সৰু নদীৰ পৰা নি মহা সমুদ্ৰৰ গভীৰতাৰ স্পৰ্শ দান কৰে। সি যি কি নহওক এজন শিক্ষাৰ্থীয়ে শিক্ষণীয় বিষয়ত থকা এনে উপাদান সম্পৰ্কেও নিশ্চিতভাৱেই জানি ল'লেহে তেওঁৰ অনুশীলনে আৱশ্যকীয় মাত্ৰা লাভ কৰে।

এই সমস্ত কথাখিনি মনলৈ আহিল শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰবৰ্তন কৰা বিশিষ্ট সংগীতৰ ধাৰাৰ সম্পৰ্কে ভাবিবলৈ লওঁতে। সন্দেহ নাই, প্ৰাক্‌শঙ্কৰ যুগতে ভাৰতীয় শাস্ত্ৰীয় গীত, নৃত্য, বাদ্যৰ চৰ্চাই অসমতো নিজৰ ক্ষেত্ৰ উলিয়াই লৈছিল। প্ৰাক্‌আহোম যুগৰ মন্দিৰসমূহৰ লগত এনে নৃত্য-গীত যে সংযুক্ত হৈ আছিল, সেই কথা সহজেই অনুমেয়। আমাৰ চৰ্যাপদসমূহত বান্ধি থোৱা ৰাগ, ওজাপালিৰ গীত আৰু হস্ত আৰু পদচালনা, মাধৱ কন্দলিৰ ৰামায়ণৰ পৰা আৰম্ভ কৰি প্ৰাচীন সাহিত্যত উল্লিখিত নৃত্য, গীত, বাদ্যৰ প্ৰসংগ আদিয়ে সেই বিষয়ে সমস্ত ইংগিত দিয়ে। ওজাপালিৰ সম্পৰ্কত প্ৰচলিত এষাৰ কথাই আছে —

মুখে গীত হাতে মুদ্ৰা পাৱে ধৰে তাল।
গড়ুৰ সদৃশ ঘূৰে সেহি ওজা ভাল।

মহাপুৰুষ শঙ্কৰদেৱৰ সময়তো বায়ুমণ্ডলী ৰাগত পতিসোন্দা গছৰ পাতসবাৰ প্ৰসংগ গুৰুচৰিতত উল্লেখ কৰিছে। তদুপৰি অসমত প্ৰাপ্ত ‘শ্ৰীহস্তমুক্তাৱলী’ আৰু ‘সংগীত ৰত্নাকৰ’ পুথিৰ প্ৰচলন ইতিহাসেও মাৰ্গীয় সংগীতৰ চৰ্চাৰ স্পষ্ট ইংগিত দিছে।

কিন্তু মাৰ্গসংগীত সকলো সামাজিকলোকৰ বাবে অনুশীলনযোগ্য সংগীত নহয়। বিশেষকৈ সংস্কৃত নজনা সকলৰ বাবে মাৰ্গ সংগীতৰ ৰাগ, হস্ত, অভিনয়, তাল আদি জ্ঞান লাভ কৰাও সম্ভৱ নাছিল। গুৰুৰ অধীনত শিক্ষা লাভ কৰা লোকৰ সংখ্যাও আছিল স্বাভাৱিকতে কম। অসমত, য'ত বিভিন্ন জনগোষ্ঠীৰ সমাজ-জীৱনৰ সমাৱেশ ইতিহাসে ঢুকি পোৱা কালৰ আগৰ পৰা ঘটি আহিছে, তাত এনে সংগীতৰ প্ৰচাৰ যে অধিক সীমাবদ্ধ আছিল, সেই বিষয়ে সন্দেহ নাই। শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ আগলৈকে আমি মাৰ্গ সংগীতৰ অতিশয় সীমাবদ্ধ ৰূপ এটাৰ কথাই ভাবিব পাৰোঁ।

শঙ্কৰদেৱ প্ৰমুখ্যে মধ্যযুগৰ ভাৰতীয় সন্তসকলে বৈদিক ধৰ্ম-সাধনৰ জটিল আৰু আড়ম্বৰপূৰ্ণ পথৰ পৰিবৰ্তে ভক্তিমাৰ্গৰ সৰল পথ বৰ্ণ-সম্প্ৰদায়-স্তৰ-নিৰ্বিশেষে সকলোৰে বাবে মুকলি কৰি দিলে। ভক্তিধৰ্মৰ এই অভ্যুত্থানে সমগ্ৰ ভাৰতীয় জীৱনত এক গভীৰ, সুদূৰপ্ৰসাৰী আন্দোলন গঢ়ি তুলিলে। ফলত সংস্কৃত ভাষাৰ পৰা আঞ্চলিক ভাষাসমূহলৈ ধৰ্ম গ্ৰন্থসমূহ অনূদিত হ'বলৈ ধৰিলে। সাধাৰণ মানুহে এতিয়া পোনপটীয়াকৈ ভক্তিতো অংশগ্ৰহণ কৰিব পৰা হ'ল। পূৰ্বতে শূদ্ৰৰ বেদপাঠৰ অধিকাৰ খৰ্ব কৰি লোৱা হৈছিল। এতিয়া সেই অধিকাৰ প্ৰতিষ্ঠা হ'ল। এই আন্দোলনৰ কেন্দ্ৰীয় আধাৰ হ'ল ‘শ্ৰীমদ্ভাগৱত পুৰাণ’। গোস্বামী তুলসীদাসে ৰামায়ণক আধাৰ কৰিলেও এই ৰামো ঈশ্বৰ কৃষ্ণৰে ৰূপভেদ মাত্ৰ। কৃষ্ণস্তু ভগবান স্বয়ং। এই কৃষ্ণৰ নাম শ্ৰৱণ আৰু কীৰ্তনৰ মাজেদিয়েই ব্ৰহ্মৰূপী সনাতনৰ বোধ সম্ভৱ হ'ব পাৰে। ভক্তিমাৰ্গৰ এই সাৰল্যই সমাজৰ সকলো লোকক সামৰি ল'লে।

মহাপুৰুষ শঙ্কৰদেৱে এই ভক্তি ধৰ্মৰ দাস্য ভক্তিৰ সোঁতটি বোৱাই আনিলে

অসমলৈ। এই সোঁতটি 'জাতি-অজাতি' নিৰ্বিচাৰি সকলোৰে প্ৰাণে প্ৰাণে বোৱাই দিবৰ বাবে মহাপুৰুষগৰাকীয়ে কাব্য, গীত, নৃত্য, বাদ্য, অভিনয়, চিত্ৰ — সুকুমাৰ কলাৰ এই আটাইবিলাক অংগকে আধাৰ কৰি ল'লে। সপ্ত বৈকুণ্ঠৰ পট আঁকাৰ সম্বাদ গুৰুচৰিতে দি থৈছে; লগতে দিছে 'চিহ্নযাত্ৰা' ভাওনা কৰাৰ সম্বাদ। কাজলী মুখৰ মাটিৰে খোল তৈয়াৰ কৰি, সেই খোল চোৱাই, ঘুণ দি মৃদংগৰ এটি নতুন ৰূপ গঢ়ি তোলাৰ সম্বাদো দিছে। একেজনেই গায়ন-বায়ন-নটুৱা হৈ জনসাধাৰণক বিমুগ্ধ কৰাৰ খবৰো দিছে।

শংকৰদেৱে ৰচনা কৰা সংগীত (নৃত্য, গীত, বাদ্য) শাস্ত্ৰীয় আধাৰত ৰচিত, সেই বিষয়ে সন্দেহ নাই। কিন্তু, এই সংগীত নিজস্ব উপাদান আৰু লক্ষণেৰে পুষ্ট। দেখা যায় ভাৰতীয় উচ্চাংগ সংগীতত প্ৰচলিত ৰাগসমূহৰ লগত বৰগীতত প্ৰচলিত ৰাগসমূহৰ নামৰ মিল দেখা যায়। কামত বা বিধিসন্মতভাৱে ইয়াৰ সমূলি মিল নাই। 'স্বৰৰেখাত বৰগীত' সমূলি মিল নাই বুলি ক'লেও বোধকৰোঁ ৰাগৰ লগত সময়ৰ যি সম্পৰ্ক, সেই সম্পৰ্ক সঠিকভাৱেই মানি চলা হৈছিল। নহ'লে "পুৱাৰ গীত নিয়লি গায়। তেনে ভকতে কিল খায়" — এনে প্ৰবচনৰ সৃষ্টি নহ'লহেঁতেন। কোনো কোনোৱে ভাবে যে শংকৰদেৱ-মাধৱদেৱে শিষ্যসকলৰ বা সংগীতৰ নীতি-নিৰ্ধাৰক গ্ৰন্থ ৰচনা কৰি নোযোৱাত আৰু মুখপৰম্পৰাৰে সংগীত সাধনাৰ ৰীতি চলি অহাতহে ভাৰতীয় শাস্ত্ৰীয় ৰীতিৰ লগত ইয়াৰ পাৰ্থক্য ঘটিল। এনে অনুমানৰ লগত বোধকৰোঁ আৰু এটি অনুমান যোগ দি বিচাৰ কৰি চাব পাৰি। সেইটি হ'ল মহাপুৰুষগৰাকীৰ যাই লক্ষ্য কেইজনমান সংগীত-বিশাৰদ সৃষ্টি কৰা নহয়, বৰং সকলো সামাজিকলোকে যাতে শাস্ত্ৰীয় সংগীতৰ সূক্ষ্ম জটিলতাৰ পৰিৱৰ্তে সৰল ৰূপ এটি আয়ত্ত কৰি লৈ ভক্তি ৰস নিজেও পান কৰিব পাৰে আৰু আনকো পান কৰোৱাব পাৰে এই লক্ষ্যই আছিল প্ৰধান। এতেকে সময় আৰু ভাবৰ সম্পৰ্ক ৰক্ষা কৰিও ৰাগৰ সৰল ৰূপ এটি যাতে আধাৰ কৰি ল'ব পাৰি, সেই উদ্দেশ্যেই এনে এটি ৰীতি প্ৰবৰ্তন কৰিব পাৰে। সেইফালৰ পৰা চাবলৈ গ'লে বৰগীত আৰু নাটৰ গীতৰ মাজত আমি শাস্ত্ৰীয় ৰীতিৰ এটা নতুন স্থানীয় ৰূপৰ সন্ধান কৰিব পাৰোঁ। ভাৰতবৰ্ষত ক'তো মাৰ্গ সংগীতক এনেভাৱে লোক-জীৱনৰ ওচৰ চপাই দিব পৰা এটা ৰূপ কোনেও দিয়া বুলি নাজানো। এনে এক সম্ভাৱনাৰ পটভূমিত বৰগীতসমূহৰ কিমানখিনি শাস্ত্ৰীয় ৰাগৰ উপাদান আছে, কিমানখিনি স্থানীয় সাংগীতিক উপাদান মিহলি কৰা হৈছে, এই বিষয়বোৰ গৱেষণা কৰাৰ থল আছে। শংকৰদেৱ-প্ৰবৰ্তিত নৃত্যৰ ক্ষেত্ৰতো দেখা যায় ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ বিটি ভেটি তাৰ গাতে জীউৱাই এই নৃত্যৰ মাজত এটি নতুন স্থানীয় ৰূপৰ বিকাশ ঘটিছে। নৃত্যৰ বাবে প্ৰয়োজনীয় অনুশীলনৰ মাটি আখৰাৰ সংস্কৃত নামবোৰৰ পৰিৱৰ্তে, গাঁৱৰ সাধাৰণ মানুহে বুজিব পৰাকৈ ভেকুলী জাঁপ, ৰ'বাই পানী খোৱা, লাহনীয়ে পানী সিঁচা আদি নামৰ প্ৰচলন হোৱাটোও মন কৰিবলগীয়া। অৰ্থাৎ শাস্ত্ৰীয় নৃত্যৰ ৰূপ ঠিকেই মনত ৰাখিও তাক স্থানীয় ৰূপলৈ সলাই লোৱা হৈছে।

ফলত সংস্কৃত নজনা সাধাৰণ মানুহেও সেই 'ফৰ্ম' বা 'ৰূপ'টোৰ আৰ্হি সহজে বুজি পাবলৈ সক্ষম হৈছে। এইক্ষেত্ৰতো শাস্ত্ৰীয় নৃত্যৰ এক নতুন 'শাস্ত্ৰীয় অথচ স্থানীয়' ৰূপ গঢ় লৈ উঠিছে। ভাৰতবৰ্ষৰ আন কোনো ঠাইত এনেধৰণৰ ৰূপ এটি গঢ় লৈ উঠা বুলি জনা নাযায়।

বাদ্যৰ ক্ষেত্ৰতো আমাৰ যি 'তাল', সেই তালৰ যিদৰে শাস্ত্ৰীয় ভেটি আছে, তেনেদৰে তাৰ লৌকিক ৰূপ এটিও আছে। সেয়ে নহয়, মহাপুৰুষগৰাকীয়ে 'তাল'ৰ ধ্বনিৰ মাজেদিও যাতে ভক্তি ধৰ্মৰ উদ্দেশ্য সাধিত হয়, তাৰ প্ৰতি দৃষ্টি ৰাখি তাৰ অৰ্থৰ নতুন মাত্ৰা দিছিল। সেয়ে তুলনামূলকভাবে চালে তালৰ ৰূপকল্প বৰং কঠিন যেনেই লাগে। এইখিনি মনৰ কথা অতি চমুকৈ উত্থাপন কৰাৰ ঘাই উদ্দেশ্যই হ'ল, আমি যাতে এটি যথাৰ্থ পৰিপ্ৰেক্ষিতত আমাৰ এই বিশিষ্ট সংগীতৰ ধাৰাটোৰ উপাদান, লক্ষণ আৰু প্ৰকৃতি বুজি পাব পাৰোঁ, আৰু এনে বোধৰ ভিত্তিত শঙ্কৰী-সংগীতৰ ধৰ্ম সাধনৰ লগত জড়িত লোক-প্ৰয়োজনীয় চৰিত্ৰ চিনি পাব পাৰোঁ।

এতেকে, শঙ্কৰদেৱ-প্ৰৱৰ্তিত সংগীত ধাৰাৰ মূল বৈশিষ্ট্যই হ'ল সাধাৰণ মানুহেও এই ধাৰাৰ সংগীতক ভক্তি-সাধনৰ এটি পথ স্বৰূপে ব্যৱহাৰ কৰিব পৰাটো। সেয়ে শাস্ত্ৰীয় সংগীতৰ প্ৰকৃতি ৰাখিও তাৰ জটিলতা হ্ৰাস কৰি এটি নতুন ৰূপকল্প তেওঁ সৃষ্টি কৰিছিল। ফলত এতিয়াৰ অনেক লোকে এই সঙ্গীত ধাৰাক লৌকিক বুলিও ক'ব নোৱাৰে; অথচ পূৰ্ণপৰ্যায়ৰ শাস্ত্ৰীয় বুলি ক'বলৈও সংকোচবোধ কৰা পৰিলক্ষিত হয়। মহাপুৰুষগৰাকীৰ লক্ষ্য আৰু উদ্দেশ্য চকুৰ আগত নাৰাখিলে শঙ্কৰী-সংগীতৰ এই ৰূপকল্পৰ মহিমা বুজি পোৱা সম্ভৱ নহয়। আমাৰ ধাৰণা, যদিও তন্ত্ৰীবাদ্য নহ'লে সংগীতৰ 'স্বৰ' ৰক্ষা কৰা টান, শঙ্কৰদেৱে তন্ত্ৰীবাদ্যৰ বহল প্ৰচলন কৰি নোযোৱাৰ গুৰিতে তেওঁৰ সম্মুখত থকা নিৰক্ষৰ সাধাৰণ কৃষিজীৱী মানুহখিনি হ'ব পাৰে। সেইবাবেই খোলাটিতো সুৰ বান্ধিবৰ ব্যৱস্থা কৰি যোৱা নাছিল নে কি, ভাবিবলগীয়া।

এতিয়া, এই সংগীতধাৰাৰ সম্মুখত সেই সমস্যা নাই। এতেকে গীত, নৃত্য আৰু বাদ্য তিনিওটিৰে চৰ্চা সূক্ষ্ম অথবা সূক্ষ্মতৰ কৰি তোলাৰ ক্ষেত্ৰতো আহুকাল নাই। কিন্তু তাকো কৰিবলৈ যাওঁতে শঙ্কৰী সংগীতৰ মূল ৰূপকল্পটি চকুৰ আগত ৰাখিহে প্ৰয়োজনীয় ৰং-বৰণ ব্যৱহাৰ কৰা উচিত। শঙ্কৰী নৃত্যক অন্যান্য ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ সমপৰ্যায়ৰ কৰিবলৈ গৈ এই নৃত্যৰ নিজস্ব ৰূপ নষ্ট কৰা উচিত নহয়। লোকপৰম্পৰাত চলি আহোঁতে সোমোৱা বা সোমাব পৰা বিকৃতিখিনি দূৰ কৰাত কাৰো আপত্তি থাকিব নোৱাৰে; কিন্তু শঙ্কৰী গীত আৰু নৃত্যৰ মৌলিক সাঁচ বা ঠাঁচৰ যাতে বিকাৰ ঘটোৱা নহয়, তালৈ চকু দিয়া উচিত। অনেকে শঙ্কৰী সংগীতে প্ৰধান ভাৰতীয় সংগীত হিচাপে স্বীকৃতি লাভ কৰাৰ পিছতো কথাকলি, ওড়িছী, ভাৰত নাট্যম আদিৰ পৰ্যায় সমপৰ্যায়ভুক্ত কৰিবলৈ যেন ইতঃস্ততঃ কৰে। মই ভাবোঁ, ভাৰতীয় উচ্চাংগ সংগীতৰ যে ই অসমীয়া ৰূপ সেই

সম্পৰ্কে আমি নিজেই প্ৰথমতে অৱহিত হৈ ল'ব লাগে। তদুপৰি ড° মহেশ্বৰ নেওগ, কেশৱ চাংকাকতি, বীৰেন্দ্ৰ কুমাৰ ফুকন আদি পণ্ডিত আৰু সংগীত বিশাৰদসকলে কৰি যোৱা কামৰ বৈজ্ঞানিক পথ গ্ৰহণ কৰি এই সংগীতৰ স্বৰূপ পূৰ্ণাংগ ৰূপত দাঙি ধৰিব লাগিব। এই সংগীত ধাৰা যি শাস্ত্ৰ অনুসৰি পৰম্পৰাগতভাৱে চৰ্চিত হৈ আহিছে, সেই শাস্ত্ৰ অসমীয়াৰ বাহিৰেও ইংৰাজী আৰু অন্যান্য ভাৰতীয় ভাষাত লিখিত পূৰ্ণাংগ ৰূপত উলিয়াই দিব পাৰিলেই এই সংগীত নিজে নিজেই সৰ্বজন সমাদৃত হ'ব। মই অনুভৱ কৰোঁ যে ইয়াক অধিক শাস্ত্ৰীয় কৰিবলৈ গৈ যেন মহাপুৰুষে দি যোৱা ৰূপকল্পটি নষ্ট কৰা নহয় তাৰ প্ৰতি চকু দিহে এই ক্ষেত্ৰত আগবাঢ়িব লাগে। যদিও অভিনয়ৰ লগত নৃত্য, গীত, বাদ্য সংযুক্ত হৈ আছে, তথাপি মই ইচ্ছা কৰিয়েই অংকীয়া নাটৰ প্ৰসংগ অনা নাই। কাৰণ, এই ক্ষেত্ৰতো অভিনয়ত কিমানখিনি লৌকিক ৰূপ সোমাবলৈ সুযোগ উলিয়াই থোৱা হৈছিল, সি এটা পূৰ্ণাংগ অধ্যয়ন দাবী কৰিব পাৰে। তদুপৰি, শংকৰী বা সত্ৰীয়া নৃত্যৰ শৈলী আধুনিক সৃষ্টিশীল নৃত্যাদিত প্ৰয়োগ কৰিলেও এনে প্ৰয়োগক সত্ৰীয়া বা শংকৰী বুলি যাতে পৰিচয় দিয়া নহয়, তাৰ প্ৰতিও এতিয়াৰ পৰা সচেষ্ট হ'ব লাগিব। □

# সত্ৰীয়া সংগীত ঃ এটি জীৱন্ত সংগীত ধাৰা

সমগ্ৰ ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ পটভূমিত অসমৰ সত্ৰীয়া সংগীতৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল জীৱন্ত তথা চলন্ত ৰূপ। পাঁচশ বছৰৰ পূৰ্বেই শঙ্কৰদেৱে ৰচনা কৰা নৃত্য, গীত, বাদ্যৰ এই নতুন ধাৰাটো মহাপুৰুষগৰাকীয়ে প্ৰৱৰ্তন কৰিছিল — অসম, কামৰূপ, বেহাৰ — এই তিনিও ৰাজ্যত তেওঁ প্ৰৱৰ্তন কৰা নামধৰ্মৰ এটি পালনীয় অংগ-অনুষ্ঠান স্বৰূপে। অৰ্থাৎ যিসকল লোক নৱবৈষ্ণৱ আন্দোলনৰ শঙ্কৰদেৱ-প্ৰৱৰ্তিত ধাৰাটিৰ লগত যুক্ত হৈছিল, তেওঁবিলাকৰ প্ৰত্যেকেই এই ধৰ্মৰ লগত জড়িত প্ৰাৰ্থনাৰ তথা উপাসনাৰ অংগস্বৰূপ সংগীত ধাৰাটিৰ লগতো স্বাভাৱিকভাৱেই পৰিচিত হ'বলগীয়া হৈ আহিছে। সত্ৰসমূহ প্ৰতিষ্ঠিত আৰু সম্প্ৰসাৰিত হোৱাৰ পাছত স্বাভাৱিকভাৱেই শঙ্কৰদেৱ-প্ৰৱৰ্তিত সংগীতৰ এই ধাৰাটিও ধৰ্মৰ অংগস্বৰূপে চৰ্চিত আৰু অনুশীলিত হৈ আহিছে। নৱবৈষ্ণৱ আন্দোলনৰ তথা নামধৰ্মৰ চৰ্চা আৰু অনুশীলনৰ শক্তিশালী কেন্দ্ৰত পৰিণত হোৱা সত্ৰানুষ্ঠানৰ নামেৰেই আধুনিক কালত এই ধাৰাটি সত্ৰীয়া সংগীত ৰূপে পৰিচিত হৈ উঠিল। সংগীতৰ এই ধাৰাটো শঙ্কৰদেৱে এনেভাৱে ৰচনা কৰি গৈছে যে নামধৰ্মৰ তত্ত্ব আৰু লক্ষ্যক বাদ দি ইয়াৰ চৰ্চা আৰু অনুশীলন সম্ভৱপৰ নহয়।

সংগীতৰ এই ধাৰাটি কঠোৰভাৱে যে নৃত্য আৰু গীতৰ নিৰ্দিষ্ট ৰূপসমূহৰ লগতে জড়িত এনে নহয়, বৰং উপাসনাৰ লগত প্ৰত্যক্ষভাৱে জড়িত প্ৰসংগীয়া নামকে ধৰি বিভিন্ন দিশৰ লগত জড়িত। পদ, দুলড়ী আৰু ছবি ছন্দকে ধৰি বিভিন্ন ছন্দত ৰচিত কীৰ্তনৰ গায়ন পদ্ধতি থকা সাংগীতিক ৰূপ স্বাভাৱিকভাৱে সকলোৱে জনাটো আৰু চৰ্চা কৰাটো উপাসনাৰ অংগস্বৰূপে গৃহীত। প্ৰসংগীয়া নামৰ উপৰি দিহা নাম, থিয় নাম, হীৰা নাম আদি মুক্ত সাংগীতিক বিশেষত্বৰ উপৰি আংশিকভাৱে নৃত্য আৰু অভিনয়ো সংশ্লিষ্ট হৈ থাকে। অতি স্বাভাৱিকভাৱে বিষয় অনুসৰি খোল, তাল, নাগাৰা আদিৰ প্ৰয়োগ মাত্ৰাও পৃথক পৃথক। সত্ৰসমূহত নৃত্যৰ বাবে প্ৰায় ৬৪ বিধ মাটি আখৰাৰ অনুশীলনেৰে সত্ৰীয়া শিশুসকলক উপযুক্ত কৰি গঢ়ি তোলা হয়। নৃত্য, গীত আৰু বাদ্যৰ উপৰি শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা অংকীয়া নাট আৰু ঝুমুৰাৰ অভিনয় ধৰ্মৰ অংগস্বৰূপেই প্ৰৱৰ্তিত হৈ আহিছে আৰু পৰৱৰ্তী কালত সত্ৰাধিকাৰ হ'বৰ বাবে নিৰ্বাচিত প্ৰতিগৰাকীয়েই নাট ৰচনা কৰা আৰু অভিনয় কৰোৱা এটি অৱশ্যে-পালনীয় ৰীতিস্বৰূপে গৃহীত হৈ আহিছে। পৰৱৰ্তী কালত উজনি অসমত দেশী ভাষাত নাট ৰচনাৰ ৰীতি

প্ৰবৰ্তিত হয় আৰু গাঁৱে-ভূঞে থকা প্ৰতি নামঘৰত বছৰত কমেও এবাৰ এনে নাটৰ ভাওনা কৰাটো বাৰ্ষিক কৰ্মস্বৰূপে প্ৰচলিত হয়। নাটৰ লগত গীত, নৃত্য, বাদ্য আৰু অভিনয় — এই চাৰিটি অংগ অবিচ্ছেদ্যভাৱে জড়িত।

যদিও অসমত চৰ্যাপদৰ দিনৰে পৰা ৰাগ-সংগীতৰ প্ৰচলনৰ আৰ্হি পোৱা গৈছে, যদিও ওজাপালি অনুষ্ঠানৰ যোগেদি প্ৰাক্-শংকৰ যুগৰ পৰাই গীত-নৃত্য আৰু বাদ্যৰ চৰ্চা চলি আহিছে, মহাপুৰুষ শংকৰদেৱে স্বাভাৱিকভাৱে এই ঐতিহ্যক নতুন আৰু প্ৰশস্ত মাত্ৰা দান কৰি অৱশ্যে-পালনীয় অনুষ্ঠানত পৰিণত কৰে। সমগ্ৰ ভাৰতবৰ্ষ পৰিভ্ৰমণ কৰা শংকৰদেৱে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত নৱবৈষ্ণৱ আন্দোলনৰ প্ৰভাৱত নিজস্ব সাঁচত গঢ় লৈ উঠা নৃত্য, গীত, বাদ্য আৰু অভিনয়ৰ লগত যে পৰিচিত হৈছিল, সেই বিষয়ে কোনো সন্দেহ নাই। সন্দেহ নাই তেওঁ যে ভাৰতৰ 'নাট্যশাস্ত্ৰ', 'ধনঞ্জয়ৰ দশৰূপক', 'অভিনয় দৰ্পণ', 'শ্ৰীহস্ত মুক্তাৱলী' আদি নৃত্য, গীত, বাদ্য আৰু অভিনয়ৰ শাস্ত্ৰসমূহৰ লগতো পৰিচিত হৈছিল। তেওঁৰ আৰ্হিত প্ৰৱৰ্তন কৰা গীত, নৃত্য, বাদ্য আৰু অভিনয়ৰ মাজত সেইবাবে ভাৰতীয় সংগীত শাস্ত্ৰসমূহৰ আধাৰ এটি নিঃসন্দেহে পাব পৰাকৈ আছে। কিন্তু তাৰ লগত যুক্ত হৈছে প্ৰাচীন অসমত প্ৰচলিত সাংগীতিক ঐতিহ্যৰ উপাদান। প্ৰসংগক্ৰমে উল্লেখ কৰিব খোজোঁ যে ১৯৯৩ চনত চীনলৈ যাওঁতে তাৰ পৰা সংগ্ৰহ কৰি অনা এটি শ্ৰব্য সঁফুৰাত (অডিঅ' কেছেট) থকা সংগীতৰ লগত শংকৰদেৱ-প্ৰৱৰ্তিত প্ৰসংগীয়া নামৰ সুৰৰ সাদৃশ্যই বিস্ময়-বিমুগ্ধ কৰিছিল। মোৰ ভাব হয়, প্ৰাচীন অসমীয়া সাংগীতিক ঐতিহ্যৰ লগত চীন-তিব্বতকে ধৰি দক্ষিণ-পূব এছিয়াৰ সাংগীতিক উপাদান সম্পৃক্ত হৈ আছে। আনকি নামৰ পিছত দিয়া আশীৰ্বাদৰ সুৰতো তেনে উপাদান অনুভৱযোগ্য ৰূপত প্ৰচলিত হৈ আহিছে। এতেকে বিসকলে কেৱল ভাৰতীয় সংগীতশাস্ত্ৰৰ আধাৰতে সত্ৰীয়া সংগীতৰ মূল্যায়ন কৰি ইয়াত তথাকথিত 'অশাস্ত্ৰীয়' আৰু 'লৌকিক চৰিত্ৰ' দেখা পায়, তেওঁবিলাকে সত্ৰীয়া সংগীতৰ কেৱল আংশিক ৰূপহে দেখে। সত্ৰীয়া সংগীতৰ অন্যতম বিশিষ্টতা হ'ল — সকলোৱে সমানে অনুশীলন কৰিব পৰা ইয়াৰ ৰূপ। শংকৰদেৱে বৰগীতত ভাৰতীয় ৰাগ-সংগীতৰ ৰাগৰ আধাৰ গ্ৰহণ কৰি তেনে ৰাগৰ নাম ব্যৱহাৰ কৰিলেও তাৰ গায়ন পদ্ধতি তথা স্বৰূপ স্বাভাৱিকভাৱে পৃথক। মন কৰিবলগীয়া কথা এই যে অন্যান্য ভাৰতীয় শাস্ত্ৰীয় নৃত্য-গীতসমূহ বছৰ বছৰ লোকৰ দ্বাৰা চৰ্চিত হৈ আহিছে। ধৰ্মৰ লগত যুক্ত হ'লেও এনে নৃত্য, গীত, অভিনয় উপাসনাৰ অংগ স্বৰূপে সকলোৱে বাবে পালনীয় অনুষ্ঠানৰূপে চলি অহা নাই। কিন্তু সত্ৰীয়া সংগীত পূৰ্বে উল্লেখ কৰি অহাৰ দৰে নামধৰ্মৰ বৃত্তৰ মাজত সোমোৱা প্ৰত্যেকৰে বাবে উপাসনাৰ অংগ স্বৰূপে অৱশ্যে-পালনীয় অনুষ্ঠানস্বৰূপে চিহ্নিত হৈ আহিছে। সেইবাবে নাট্যশাস্ত্ৰ বা হস্তমুক্তাৱলীৰ আধাৰ গ্ৰহণযোগ্য ৰূপত ৰচনা কৰি লোৱা হৈছে। আনকি সংস্কৃতৰ অনেক নাম সহজে বুজি পাব পৰা ধৰণেৰে অসমীয়াৰে সুজাই তেনে নাম

ব্যৱহৃত হৈ আহিছে। এই আটাইবোৰ বিশেষত্বই এটা কথা প্ৰতিষ্ঠা কৰি থৈছে যে সত্ৰীয়া সংগীত প্ৰয়োজন, লক্ষ্য আৰু উদ্দেশ্যৰ লগত সংগতি ৰাখি শঙ্কৰদেৱে ৰচনা কৰি যোৱা ই 'ভাৰতীয় সংগীতৰ পূৰ্ব ভাৰতীয় ৰূপ'। উত্তৰ ভাৰতীয় বা দক্ষিণ ভাৰতীয় সংগীতৰ লগত নিমিলিলেই সত্ৰীয়া সংগীতক ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ সীমাৰ ভিতৰত নপৰা বুলি ভবাসকলৰ ভাবনা অজ্ঞতাৰ পৰিচায়ক বুলি ভাবোঁ।

প্ৰথমতে, এই সংগীতৰ জীৱন্ত ৰূপৰ উল্লেখ কৰি আহিছোঁ। মন কৰিবলগীয়া কথা যে বৰ্তমানৰ ওড়িষী, ভাৰত নাট্যম, কথক, কথাকলি, মোহিনীআট্টম আদি নৃত্যসমূহ ইবিলাকৰ প্ৰাচীন পৰম্পৰাৰ ভিত্তিত ন-কৈ কল্পনা আৰু ৰচনা কৰা হৈছে। কিন্তু এই অনুষ্ঠানসমূহ উপাসনাৰ পালনীয় অংগস্বৰূপে ক'তো সংশ্লিষ্ট ধৰ্মৰ সকলো উপাসকৰ দ্বাৰা অৱশ্যে-পালনীয় উপাসনাৰ অংগস্বৰূপে চৰ্চিত বা অনুশীলিত হৈ অহা নাই। কিন্তু সত্ৰীয়া নৃত্য যোৱা পাঁচশ বছৰতকৈ অধিক কাল উপাসনা পদ্ধতিৰ অংগস্বৰূপে এতিয়াও চৰ্চিত আৰু অনুশীলিত সমান মাত্ৰাৰে হৈ আহিছে। ভাৰতীয় সংগীতৰ ইতিহাসত ই এক বিৰল প্ৰৱাহস্বৰূপে চিহ্নিত হ'বৰ যোগ্য। সত্ৰীয়া সংগীতৰ এই বৈশিষ্ট্য আৰু চৰিত্ৰ হানি নকৰাকৈ ইয়াৰ অনুশীলন কৰাটো হ'ব এশ শতাংশ বাঞ্ছনীয়।

সম্প্ৰতি সত্ৰীয়া সংগীতক সংগীত নাটক অকাডেমিয়ে ভাৰতীয় প্ৰধান সংগীত ধাৰাৰ শ্ৰেণীভুক্ত কৰাৰ পাছত সত্ৰীয়া সংগীতৰ চৰ্চা আৰু অনুশীলনে সত্ৰৰ বাহিৰত অধিক সম্প্ৰসাৰণ লাভ কৰিছে। প্ৰসংগক্ৰমে উল্লেখ্য, এই সংগীতৰ ধাৰাটিক অসমৰ বাহিৰত পৰিচয় কৰাই দিবৰ বাবে ড° মহেশ্বৰ নেওগে কৰি যোৱা বিদ্যায়তনিক প্ৰয়াস চিৰদিন স্মৰ্তব্য হৈ ৰ'ব। কিন্তু উপাসনাৰ পৰা বিচ্ছিন্ন কৰি সত্ৰীয়া সংগীতক বিশেষ শিল্প-কৰ্ম স্বৰূপে বা ব্যৱসায়-ভিত্তিক শিল্প-কৰ্ম স্বৰূপে প্ৰদৰ্শন কৰিবলৈ যাওঁতে এই সংগীতৰ মূল ভাবশক্তি আৰু ৰূপ যাতে বিকৃত বা নষ্ট নহয়, তাৰ প্ৰতি প্ৰতিগৰাকী শিল্পীয়েই হ'ব লাগিব আন্তৰিকভাৱে দায়বদ্ধ। নিৰক্ষৰ বা অল্প শিক্ষিত ভকতসকলে উপাসনাৰ অংগস্বৰূপে পৰম্পৰা অনুসৰি চৰ্চা কৰি আহোঁতে যদি ক'ৰবাত স্থূলতা সোমোৱা বুলি অনুভূত হয়, তাক পৰিশীলিত ৰূপ দিওঁতেও পৰম্পৰা যাতে নাভাগে, তাৰ প্ৰতি অত্যন্ত সতৰ্ক হ'ব লাগিব। সতৰ্ক হ'ব লাগিব যাতে ইয়াৰ মৌলিক চৰিত্ৰৰ সামান্য বিচ্যুতি বা বিকৃতি নঘটে।

এইক্ষেত্ৰত অতিশয় সতৰ্কতাৰে আগবাঢ়িব লাগিব বুলি অনুভৱ কৰোঁ। এটা জীৱন্ত সংগীত ধাৰাস্বৰূপে সত্ৰীয়া সংগীতৰ প্ৰকৃতি আৰু বিশেষত্ব দাঙি ধৰিব পাৰিলে এই ধাৰাটি ইয়াৰ বিশিষ্ট ৰূপেৰে দেশৰ বাহিৰে-ভিতৰে সমাদৃত হ'ব বুলি আমি নিশ্চয় আশা কৰিব পাৰোঁ। □

# বৰগীত আৰু বৰগীতৰ প্ৰথম মুদ্ৰণ

অসমত নববৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে চাৰুকলাৰ আটাইকেউটা শাখাকে ব্যৱহাৰ কৰিছিল। বৈষ্ণৱ-ভক্তি-ধৰ্মৰ আন্দোলন সৰ্বজনপ্ৰিয় কৰি সকলোৱে এই আন্দোলনত অংশ গ্ৰহণ কৰাৰ উপায় উলিয়াই দিয়াত চাৰুকলাৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ। ফলত কাব্য, গীত, নাট, চিত্ৰ, নৃত্য, বাদ্য এই সকলোবোৰ কলাই অসমত এটা নতুন পৰিশীলিত আৰু বিকশিত ৰূপ লাভ কৰিবলৈ সক্ষম হ'ল। পঞ্চদশ-ষোড়শ শতিকাতে প্ৰৱৰ্তিত ভক্তি-ধৰ্মৰ অঙ্গস্বৰূপে ব্যৱহৃত হ'বলৈ ধৰা এই শিল্পকৰ্মই সত্ৰসমূহৰ যোগেদি এটা নিজস্ব পৰম্পৰা গঢ়ি তুলিলে। আজিও এই পৰম্পৰা প্ৰৱাহিত হৈ আছে, তদুপৰি আধুনিক কালত এই পৰম্পৰাই এটা নতুন আয়তন লাভ কৰিছে। প্ৰসঙ্গক্ৰমে এই কথা উল্লেখযোগ্য যে শঙ্কৰদেৱৰ সমকালীন ভাৰতবৰ্ষত যিসকল সন্তই ভক্তি-ধৰ্ম প্ৰচাৰ কৰিছিল, সেইসকলৰ ভিতৰত কেৱল মহাপুৰুষ শঙ্কৰদেৱেহে সুকুমাৰ কলাৰ আটাইকেউটা শাখা ধৰ্ম প্ৰচাৰৰ মাধ্যম স্বৰূপে ব্যৱহাৰ কৰিছিল। এই মাধ্যমকেইটাৰ ভিতৰত গীত আছিল অন্যতম গুৰুত্বপূৰ্ণ মাধ্যম।

শ্ৰীমন্ত শঙ্কৰদেৱে দুবাৰ সুদীৰ্ঘ সময় ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থসমূহ দৰ্শন কৰিছিল আৰু ওড়িষাৰ পুৰীত অধিক দিন কটাইছিল। ওড়িষাত একপ্ৰকাৰ উত্তৰ ভাৰতীয় সংস্কৃতিৰ লগত দক্ষিণ ভাৰতীয় সংস্কৃতিৰো কিছু উপাদান আহি যোগ হৈছিলহি। অৱশ্যে মূল ধাৰাটো যে উত্তৰ ভাৰতীয় আছিল সেই সম্পৰ্কে কোনো সন্দেহ নাই। গুৰুৰো বৰ্ণনাত শঙ্কৰদেৱে নিজে লিখিছে,

গুৰৰো বাৰানসী ঠাৱে ঠাৱে।
কবীৰ গীত শিষ্টসৱে গাৱে।।

এই উল্লিখনে উত্তৰ ভাৰতীয় ধাৰাৰ প্ৰচলনৰ সংকেত দিয়াৰ উপৰিও শঙ্কৰদেৱতকৈ বয়সত একাৱন্ন বছৰৰ জ্যেষ্ঠ কবীৰৰ দোহাসমূহৰ লগত শঙ্কৰদেৱৰ পৰিচয় থকাৰো ই ইঙ্গিত দিয়ে।

ভাৰতীয় ৰাগ-সঙ্গীতৰ লগত শ্ৰীমন্ত শঙ্কৰদেৱৰ যে পৰিচয় আছিল সেই কথা তেওঁ ব্যৱহাৰ কৰা ৰাগসমূহৰ নামেই প্ৰমাণ কৰে। গুৰুচৰিত-কথাত তেওঁৰ প্ৰথম ভ্ৰমণৰ বি

বিৱৰণ দিছে, সেই বিৱৰণে উত্তৰ ভাৰতীয় ৰাগ-সঙ্গীতৰ লগতে কৰ্ণাটকী সঙ্গীতৰ স্পৰ্শ পৰা বুলি কৰা অনুমানক এই বিৱৰণে এতিয়া আধাৰ দান কৰিছে। সি যি কি নহওক ধৰ্মপ্ৰচাৰৰ বাবে গীতকো মাধ্যম স্বৰূপে ব্যৱহাৰ কৰা শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ প্ৰথম গীত "মন মেৰি ৰাম চৰণহি লাগু" বদৰিকাশ্ৰমত ৰচনা কৰিছিল বুলি তেওঁৰ চৰিতকাৰ আৰু জীৱনীকাৰসকলে উল্লেখ কৰিছে।

শঙ্কৰদেৱে, চৰিত-পুথিমতে বাৰ কুৰি গীত ৰচনা কৰিছিল। "বাৰ কুৰি বৰগীত তেৰ কুৰি ফকৰা" — ই এক প্ৰকাৰ প্ৰবাদ বাক্যলৈ ৰূপান্তৰিত হ'ল। 'গুৰুচৰিত কথা'ত আছে শঙ্কৰদেৱৰ গীতৰ পুথিখন কমলা গায়ন নামৰ এজন আতৈয়ে পঢ়িবলৈ নি থওঁতে বনপোৰাজুয়ে আতৈৰ ঘৰৰ লগতে পুথিখনিও পুৰিলে। গুৰুজনে ইয়াতে দুঃখ পাই মাধৱদেৱক ক'লে, "বঢ়াৰ পো অতি শ্ৰমকৈ গীতখিনি কৈলো। পুইলে। আমি আৰু নকৰো। তুমি কিছু কৰা।" মাধৱদেৱে শঙ্কৰদেৱৰ প্ৰচলিত চৌত্ৰিছটি গীতৰ লগত নিজৰ এশ সাতাৱনটি গীত সংযোগ কৰি ন-কৈ পুথিখনি কৰিলে। শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা এই গীতখিনিক ভক্তসকলে কেতিয়াৰপৰা "বৰগীত" বুলিবলৈ ধৰিলে সেই সম্পৰ্কীয় সময়ৰ কোনো তথ্য নাই। কিন্তু এই গুৰু দুগৰাকীয়ে ৰচনা কৰি যোৱা গীতখিনিৰ বাহিৰে পৰৱৰ্তী কালত অন্যান্য সন্ত-মহন্তসকলে একে আৰ্হিৰে গীত ৰচনা কৰিলেও তেনে গীতসমূহক "বৰগীত" বোলা নহ'ল।

শঙ্কৰদেৱ আৰু মাধৱদেৱ প্ৰণীত গীতখনিক কিয় বৰগীত বোলা হ'ল সেই বিষয়ে পণ্ডিতসকলে বিভিন্ন মত-অভিমত দাঙি ধৰিছে। কোনো কোনোৱে শুদ্ধ হিন্দু সঙ্গীত ধ্ৰুপদক মোগল বাদছাহসকলৰ দিনৰপৰা 'বড়াগানা' বুলি কোৱাৰ দৰে অসমৰ ধ্ৰুপদী সঙ্গীত-স্বৰূপ এই গীতখিনিকো 'বৰগীত' বুলি পৰিচয় দিয়া হ'ল বুলি ভাবে। কিন্তু এনে অনুমান সঠিক বুলি ক'বলৈ টান। কাৰণ বাদছাহসকলৰ দিনত শুদ্ধ ধ্ৰুপদৰ বাহিৰে ছুটকী, ঠুংৰী, টপ্পা আদি যি বিলাক মাৰ্গ সঙ্গীতক 'ছোটা গানা' বুলি কোৱা হৈছিল, তেনে ধৰণৰ 'ছোটাগানা'ৰ প্ৰচলন বিহেতু অসমত নাছিল এতেকে 'বড়াগানা' বুলি এটা শব্দৰ প্ৰচলন হোৱাৰ সম্ভাৱনাও নাছিল। দ্বিতীয়তে অনেকে ভাবে যে বৰগীতৰ বিষয় বস্তুৰ গাম্ভীৰ্য আৰু প্ৰকাশভংগীৰ সংযত ৰূপৰ বাবেই এই গীতসমূহক বৰগীত বোলা হ'ল। বৰগীতৰ বিষয়বস্তু ড° নেওগৰ ভাষাত, "হৰমোহন, প্ৰেমকলহ, ৰাসযাত্ৰা বা কেলি গোপালৰ কাহিনী বৰগীতত নাই। বৰগীতত আছে বেদান্তৰ মৰ্ম সহজ-সৰল ভাষাত; তাত ৰাজি আছে আধ্যাত্মিক চিন্তা ঐকান্তিক ভক্তিৰ গদ্ গদ্ সুৰত, আৰু আছে বিশ্বৰ ভগবান স্বয়ং শ্ৰীকৃষ্ণৰ বিশ্ব-বিমোহন বাল্য-ৰূপৰ বিৱৰণ — জকমকীয়া শব্দৰ আধাৰত।" ড° বাণীকান্ত কাকতিয়ে বৰগীতৰ বিষয় আৰু গাম্ভীৰ্যৰ বাবে বৰগীতক Noble numbers বুলি, কালিৰাম মেধিয়ে Great Song বা Song Celestial বুলি আৰু দেৱেন্দ্ৰনাথ বেজবৰুৱাই Holy Songs বুলি কৈছে। এই যুক্তিসমূহ মানি ল'লেও প্ৰশ্ন হয় যে, একে

আৰ্হিৰে পৰৱৰ্তী গীতিকাৰসকলে ৰচনা কৰা গীতক কিয় বৰগীত বোলা নহ'ল? তৃতীয়তে, মহাপুৰুষ শঙ্কৰদেৱে বৰগীতত ব্যৱহাৰ কৰা ভাষাৰ লগত 'ব্ৰজ ভাখা'ৰ সম্পৰ্ক থকালৈ চাই শ্ৰীকৃষ্ণৰ লীলাভূমিৰ লগত জড়িত ভাষাৰে শ্ৰীকৃষ্ণক লৈ ঘাইকৈ গীতসমূহ ৰচনা কৰাৰ বাবে বৰগীত বোলা হ'ল বুলিও অনেকে ক'ব খোজে। কিন্তু গীতত শঙ্কৰদেৱে ব্ৰজবুলি মিশ্ৰিত ভাষা ব্যৱহাৰ কৰিলেও মাধৱদেৱে তেনে ভাষা সণ্ডালনিকৈ ব্যৱহাৰ কৰা নাই, বৰং তেওঁ পদ-পুথিত ব্যৱহৃত ভাষাকে ব্যৱহাৰ কৰিছে। এতেকে ভাষা ব্যৱহাৰৰ বাবে বৰগীত বোলা হ'ল বুলি ক'বলৈ যুক্তি বিচাৰি পোৱা টান।

ভক্তসকলে জটিল বিদ্যায়তনিক বিচাৰ কৰি গীতসমূহৰ নামকৰণ কৰা বুলি ভাবিবলৈ টান। বৰং শঁকৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা, আৰু প্ৰসঙ্গকে ধৰি ধৰ্মীয় ৰীতিৰ অন্তৰ্ভুক্ত কৰি গোৱা গীতসমূহক সন্মানাৰ্থে 'বৰগীত' বুলি উল্লেখ কৰাৰ যুক্তিটোহে শক্তিশালী যেন বোধ হয়। মন কৰিবলগীয়া কথা যে শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা নাটৰ গীতসমূহৰ চৰিত্ৰ প্ৰায় একে হ'লেও সেই গীতসমূহক বৰগীত বোলা নহয়। বৰগীতসমূহৰ বিষয় বস্তুৰ ক্ৰম বিচাৰ কৰি চালে উত্থান, জাগৰণ, খেলান আৰু নৃত্য এই চাৰিটি বিষয়ৰ পৰিচয় পোৱা যায়। তদুপৰি ভাব অনুসৰি বিৰহ, বিৰক্তি, চাতুৰী, চৌৰ্যলীলা, লীলা আৰু পৰমাৰ্থ-বিষয় বিচাৰি উলিয়াব পাৰি।' এই গীতসমূহ আচলতে আধ্যাত্মিক ভাবৰ উপাসনা-প্ৰসঙ্গৰ গীত। মহাপুৰুষ শঙ্কৰদেৱৰ 'ষড়ছন্দৰ গীত' নামে পৰিচিত তিনিটি গীতত তালৰ উল্লেখ আছে, বাকী গীতবিলাকত নাই। অনেক ওজাই তালৰ বন্ধন নথকাৰ বাবেও এই গীতসমূহক বৰগীত বুলি কোৱা কথাষাৰো কেৱল মনেৰে পাতি লোৱা কথা। কাৰণ বৰগীতসমূহ ৰাগত গোৱা হয় যাৰে তালৰ উল্লেখ নকৰিলেও বিশেষ বিশেষ তাল পৰিবই। আনকি তাল-বাদ্য ব্যৱহাৰ নকৰি গোৱাৰ সময়তো নিৰ্দিষ্ট কৰি থোৱা ৰাগ আৰু সুৰৰ পৰা বৰগীত আঁতৰ কৰি গোৱা সম্ভৱ নহয়। পূৰ্বে প্ৰসঙ্গৰ আৰম্ভতে বৰগীত, তাৰ পিছত ভটিমা আৰু পিছত কীৰ্তন গোৱা হয়। এতেকে শঙ্কৰদেৱ-প্ৰবৰ্তিত ধৰ্মৰ ঘাই অংগ 'প্ৰসংগ'ৰ অবিচ্ছেদ্য অংগৰূপে ব্যৱহৃত, এই দুগৰাকী মহাপুৰুষে ৰচনা কৰা গীতসমূহক 'বৰগীত' বোলা হয়, এয়ে ঘাই কথা। স্মৰ্তব্য যে আন গীতিকাৰসকলৰ একে আৰ্হিৰ গীত প্ৰসংগত ব্যৱহৃত নহয়।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ গীতসমূহৰ লক্ষ্য আৰু চৰিত্ৰ একে হ'লেও বিষয়বস্তু ব্যৱহাৰত দুয়োৰো নিজস্বতা পৰিলক্ষিত হয়। শঙ্কৰদেৱৰ বৰগীতৰ কৃষ্ণ পূৰ্ণব্ৰহ্ম, মাধৱদেৱৰ বৰগীতৰ কৃষ্ণ সৰহ ক্ষেত্ৰতে শিশু কৃষ্ণ। শিশু-কৃষ্ণ অৰ্থাৎ 'বাল গোপাল'। যদিও একেই ভক্তি ভাবৰ প্ৰকাশ ঘটিছে আৰু শান্ত ৰসেই নিষ্পন্ন হৈছে তথাপি মাধৱদেৱৰ গীতত বাৎসল্য-প্ৰীতি প্ৰধান উপজীব্য হৈ পৰিছে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে অনেকে ভক্তি-ৰস আৰু বাৎসল্য ৰস বুলি নামকৰণ কৰিবলৈ যত্ন কৰিলেও অলংকাৰ শাস্ত্ৰই এনে দুটা ৰস স্বীকাৰ কৰা নাই। আনকি কবি কৰ্ণপূৰে শান্ত ৰস সংযোগ

নকৰালেকে ভাৰতীয় অলঙ্কাৰ শাস্ত্ৰত ৰসৰ সংখ্যা আঠোটাহে আছিল। বৈষ্ণৱ-সাহিত্যৰ বিভিন্ন বিভাগত বেলেগে বেলেগে নৱৰসৰ প্ৰকাশ ঘটিলেও সকলো ৰসেই শেষত শান্ত ৰসত পৰ্যবসিত হৈছে। বৰগীতসমূহতো তাৰ ব্যতিক্ৰম ঘটা নাই।

শঙ্কৰদেৱৰ বৰগীতত ৰামায়ণ-আধাৰিত গীত থাকিলেও কৃষ্ণচৰিত্ৰ-আধাৰিত গীতেই প্ৰধান ঠাই অধিকাৰ কৰি আছে। তদুপৰি শঙ্কৰদেৱৰ বৰগীতত জ্ঞান-মিশ্ৰ ভক্তিও ঝঙ্কৃত নোহোৱাকৈ থকা নাই। উদাহৰণস্বৰূপে "এ ভৱ গহন বন", "পাৱে পৰি হৰি" নাইবা "ঈশ স্বৰূপে হৰি" আদি গীতলৈ আঙুলিয়াব পাৰি। "ঈশ স্বৰূপে হৰি" গীতটিৰ প্ৰথম শাৰীটোত ঈশোপনিষদৰ "ঈশাবাস্যমিদং সৰ্বং যৎকিঞ্চজগত্যাং জগৎ" — এই প্ৰথম মন্ত্ৰটোৰ প্ৰথম শাৰীটো বাজি আছে। ভাবৰ ফালৰ পৰা সেইবাবে বৰগীতবিলাক উপনিষদৰ তত্ত্ব আৰু শ্ৰীমদ্ভাগৱতৰ ভক্তি এই দুয়োটিৰ এটি ব্যঞ্জনাময় ৰূপৰ আধাৰ হৈ উঠিছে।

এই কথাও উল্লেখযোগ্য যে বৰগীতসমূহত বিভিন্ন ৰাগ নিৰ্দিষ্ট কৰি থোৱা থাকিলেও এই ৰাগসমূহৰ গায়ন-পদ্ধতি আৰু ব্যাপ্তি ভাৰতীয় ৰাগসমূহতকৈ পৃথক। ভাৰতীয় ৰাগ-সঙ্গীতৰ অনেক ওস্তা আৰু গায়কে সেইবাবে বৰগীতসমূহক ধ্ৰুপদী সঙ্গীতৰ সমান শাৰীত থ'ব খোজা নাছিল। এওঁলোকৰ অনেকেই এই কথা অনুভৱ কৰিব পৰা নাছিল যে মহাপুৰুষ শঙ্কৰদেৱে চীনকে ধৰি দক্ষিণ পূব এছিয়াৰ সাঙ্গীতিক বৈশিষ্ট্যৰ লগত সম্পৰ্ক থকা অসমৰ জনজীৱনৰ মাজৰপৰা বুটলি অনা কিছু সাঙ্গীতিক উপাদান সংযোগ কৰি ভাৰতীয় ৰাগ-সঙ্গীতৰ এটা নতুন ধাৰাৰ জন্ম দিলে। সেইবাবে ভাৰতীয় ৰাগ-সঙ্গীতৰ ৰাগসমূহৰ সম্পূৰ্ণ ৰূপ তেওঁ স্বাভাৱিকতে গ্ৰহণ কৰা নাছিল। আন এটা বিশেষত্বও মন কৰিবলগীয়া যে ভাৰতীয় ৰাগ-সঙ্গীতৰ ৰাগবিস্তাৰৰ জটিলতা অনেক ক্ষেত্ৰত তেওঁ পৰিত্যাগ কৰি এটা নতুন ৰূপ প্ৰতিষ্ঠা কৰিলে। ইয়াৰ ঘাই কাৰণ হ'ল শঙ্কৰদেৱে ভাৰতীয় ৰাগ-সঙ্গীত যিদৰে কেৱল নিৰ্বাচিত সীমিত সংখ্যক গায়কৰ বাবেহে চৰ্চা আৰু অনুশীলনযোগ্য ৰূপত গঢ়ি তোলা হৈছিল, তেনেদৰে তেওঁৰ এই ধ্ৰুপদী সংগীতসমূহ এমুঠি মানুহ চকুৰ আগত ৰাখি ৰচনা কৰা নাছিল; বৰং এই সঙ্গীত যাতে নিৰক্ষৰ সাধাৰণ সকলো ভক্তই উপাসনাৰ অঙ্গ হিচাপে অনুশীলন কৰিব পাৰে তাৰ প্ৰতি বিশেষভাৱে চকু দিছিল। সেইবাবে ৰূপগতভাৱে এই বৰগীতসমূহ ভাৰতীয় ৰাগ-সঙ্গীতৰ নিৰ্দিষ্ট ৰূপতকৈ স্বাভাৱিকতে পৃথক হৈ পৰিল। প্ৰসঙ্গক্ৰমে এই কথা উল্লেখযোগ্য যে অসমত ধ্ৰুপদী সঙ্গীতৰ চৰ্চা বৰ্মন বংশৰ ৰাজত্ব কালৰ পৰাই হোৱা বুলি অনুমান কৰা হয়। তদুপৰি অষ্টম-নৱম শতিকামানৰপৰা ৰচিত চৰ্যাপদসমূহত ৰাগৰ ব্যৱহাৰে অসমত ৰাগ-সঙ্গীতৰ চৰ্চাৰ প্ৰামাণিক তথ্য ধৰি ৰাখিছে। ওজাপালিৰ গীতৰ মাজত ইয়াৰ প্ৰকাশ ঘটি আহিছে। শঙ্কৰদেৱে এই পৰম্পৰাৰ আধাৰতে ৰাগ-সঙ্গীতৰ যিটো নতুন ৰূপ গঢ়ি তুলিলে সেই ৰূপে স্বাভাৱিকতে ভাৰতীয় ৰাগ-সঙ্গীতক এটা নতুন মাত্ৰা দিলে। এতেকে

ভাব, বিষয়, ৰূপ আৰু ৰসৰ ফালৰ পৰা বৰগীতসমূহ কেৱল অসমৰ সঙ্গীত-চৰ্চাৰে এটা বিশিষ্ট ৰূপ নহয়, বৰং ভাৰতীয় সঙ্গীত-সাধনাৰো এটা বিশিষ্ট আৰু স্বতন্ত্ৰ ৰূপ। প্ৰসঙ্গক্ৰমে এই কথা উল্লেখযোগ্য যে বৰগীতসমূহক হিন্দুস্থানী ভজনৰ দৃষ্টিৰেও চাব পাৰি। এই বিষয়ে কোনো সন্দেহ নাই যে বৰগীতসমূহৰ মাজেদিয়েই অসমীয়া সঙ্গীতে ইয়াৰ এটা নিজস্ব বৈশিষ্ট্যপূৰ্ণ ধ্ৰুপদী চৰিত্ৰ প্ৰতিষ্ঠা কৰিলে।

## দুই

অসমৰ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ উপাসনাত বৰগীত এটি অবিচ্ছেদ্য অঙ্গ স্বৰূপে ব্যৱহৃত হৈ আহিছে। সেই বাবে বিভিন্ন সত্ৰত আৰু গাঁও-ভূঁইৰ অনেক নামঘৰতো শঙ্কৰদেৱ আৰু মাধৱদেৱ-ৰচিত বৰগীতসমূহ সাঁচিপাতত প্ৰতিলিপি কৰি সংৰক্ষণ কৰি অহা হৈছে। শ্ৰীশ্ৰীনিৰঞ্জনদেৱ-প্ৰতিষ্ঠিত আউনীআটী সত্ৰতো বৰগীতৰ প্ৰতিলিপি সংৰক্ষিত হৈছিল। কেৱল বৰগীতেই নহয়, মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ-বিৰচিত অন্যান্য গ্ৰন্থও আউনীআটী সত্ৰত সংৰক্ষিত হৈ আহিছে। অসমত আমেৰিকান মিছনেৰিসকলে ১৮৩৬ খ্ৰীষ্টাব্দতে আনি প্ৰথম ছপাশাল প্ৰতিষ্ঠা কৰিলেও, আৰু উনবিংশ শতিকাৰ চল্লিছৰ দশকৰ পৰা 'অৰুনোদই' কাকতৰ উপৰি বিভিন্ন বিষয়ৰ গ্ৰন্থ প্ৰকাশত উদ্যোগ ল'লেও ভাৰতীয় তথা অসমৰ ধৰ্ম-সম্পৰ্কীয় কোনো গ্ৰন্থ প্ৰকাশৰ বাবে তেওঁবিলাক স্বাভাৱিকভাৱেই আগবাঢ়ি অহা নাছিল। এতেকে অসমীয়া ধৰ্ম-গ্ৰন্থই উনবিংশ শতিকাৰ শেষলৈকে মুদ্ৰিত ৰূপ লাভ কৰিবলৈ বাট চাই থাকিবলগীয়া হৈছিল। অসমৰ সামাজিক-সাংস্কৃতিক ইতিহাসত এটা অত্যন্ত গুৰুত্বপূৰ্ণ আৰু অৰ্থপূৰ্ণ খোজ পেলাওঁতা আউনীআটী সত্ৰৰ একাদশ সত্ৰাধিকাৰ শ্ৰীশ্ৰীদেৱদত্তদেৱ গোস্বামীৰ উদ্যোগলৈ আমাৰ সামাজিক আৰু সাংস্কৃতিক জীৱনে এটা নতুন ইতিহাস ৰচনাৰ এই ক্ষণটোলৈ বাট চাই আছিল।

শ্ৰীশ্ৰীদেৱদত্তদেৱ গোস্বামীয়ে ১৮৭১ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা ছপাশাল অনাই মাজুলীৰ দৰে ঠাইত প্ৰতিষ্ঠা কৰাটো এটা ঐতিহাসিক ঘটনা। নাৱৰ পৰা হাতীৰে টনাই সত্ৰত নি ছপাশালৰ যন্ত্ৰ-পাতি বহুৱায়, আৰু ছপাশালৰ নাম থ'লে 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'। এই 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'ৰ যোগেদিয়েই ১৮৭১ খ্ৰীষ্টাব্দৰ পৰা বাৰ বছৰ কাল 'আসাম বিলাসিনী' কাকত উলিওৱাৰ উপৰিও মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ কেইবাখনিও পুথি ছপা কৰি উলিয়ায়। তাৰ ভিতৰত কীৰ্তন, নামঘোষা, গুণমালা, ৰুক্মিণী হৰণ কাব্য আৰু বড়গীত প্ৰধান। কীৰ্তন ঘোষা পুথিখন হৰিবিলাস আগৰৱালাই ১৮৭৬ খ্ৰীষ্টাব্দত প্ৰথমে ছপা কৰি উলিয়াইছিল। আউনীআটী সত্ৰৰ পৰা প্ৰকাশিত কীৰ্তনখন হ'ল কীৰ্তনৰ নতুন

মুদ্ৰণ; কিন্তু সত্ৰত হোৱা অগ্নিকাণ্ড আৰু বানপানীৰ ফলত মুদ্ৰিত গ্ৰন্থসমূহ সংৰক্ষিত হৈ নাথাকিল। আনকি 'আসাম বিলাসিনী', 'আসাম তৰা' আৰু 'আসাম দীপিকা'ৰো এটি পৃষ্ঠাও নাথাকিল। বড়গীত পুথিখনৰ এটি কপি ১৯৭৫ চন মানত আমাৰ হাতত দিলেহি আমাৰ এগৰাকী প্ৰাক্তন ছাত্ৰ, ঢকুৱাখনাৰ জালভেৰি গাঁৱৰ শ্ৰীধৰণী কলিতাই। শ্ৰী কলিতাৰ দেউতাক আছিল এগৰাকী একনিষ্ঠ ভকত আৰু সত্ৰীয়া নৃত্য-গীতৰো সাধক। পৰম্পৰাগতভাৱে প্ৰসঙ্গৰ সময়ত তেখেতে গোৱা কেইটিমান বৰগীতো শ্ৰীধৰণী কলিতাই বাণীবদ্ধ কৰি আমাৰ হাতত দিছিলহি। এই দুয়োটি বস্তু আমি সংৰক্ষণ কৰি ৰাখিছিলোঁ। শ্ৰীশ্ৰীআউনীআটী সত্ৰৰ পৰা নৱৈ দশকৰ শেহৰফালৰপৰা প্ৰকাশিত 'সংস্কৃতি-পল্লৱ' নামৰ কাকতখনত আউনীআটী সত্ৰৰ দ্বাৰা প্ৰকাশিত বড়গীত পুথিখনিৰ এটি চমু পৰিচয়জ্ঞানক আমাৰ লেখা প্ৰকাশিত হৈছিল। সেই লেখা প্ৰকাশিত হোৱাৰ পিছতহে অনেকে জানিছিল যে আউনীআটী সত্ৰই ঊনবিংশ শতিকাতে মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ-বিৰচিত বড়গীতকে ধৰি কেইবাখনিও পুথি সত্ৰৰ একাদশ অধিকাৰ শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীৰ আগ্ৰহ আৰু যত্নত প্ৰকাশিত হৈছিল। 'বড়গীত' পুথিখনিৰ প্ৰকাশৰ সময় ১৮০৯ শকাব্দ, অৰ্থাৎ ১৮৮৭ খ্ৰীষ্টাব্দ। পুথিখনিৰ বিষয়ে পণ্ডিত তীৰ্থনাথ শৰ্মাদেৱে 'আউনীআটী সত্ৰৰ বুৰঞ্জী'ত কীৰ্তন, ৰুক্মিণী হৰণ, গুণমালা আদি গ্ৰন্থ ছপোৱাৰ প্ৰসঙ্গ উল্লেখ কৰি গৈছে; তাত বড়গীতৰ নামটি উল্লিখিত হোৱা নাই। ইয়াৰ কাৰণ সম্ভৱতঃ এয়ে যে সত্ৰত পুথিখন আৰু পুথিখনৰ সম্পৰ্কে কোনো তথ্য পোৱা হোৱা নাছিল। পুথিখনিৰ বেটুপাতত মুদ্ৰিত কথাখিনি আছিল এনে ধৰণৰ ঃ "বড়গীত অৰ্থাৎ শ্ৰীকৃষ্ণ বিষয়ক নানা ৰাগ ৰাগিণী ঘটিত পৰমাৰ্থ ব্যঞ্জক গান সমূহ। শ্ৰীশঙ্কৰ দেব ও শ্ৰীমাধব দেব উভয়ৰ দ্বাৰা ৰচিত ইদানীং শ্ৰীশ্ৰী আউনী আটী সত্ৰাধিকাৰ গোস্বামীৰ অনুমতি ও সহায়তাৰ দ্বাৰা আউনী আটীয় ধৰ্ম্ম প্ৰকাশ যন্ত্ৰে শ্ৰীঘিনাৰাম প্ৰিণ্টাৰৰ কৰ্তৃক মুদ্ৰিত। শকাব্দ ঃ ১৮০৯। পৌষ মাস। মূল্য ।৷৹ আঠ আনা"

শ্ৰীধৰণী কলিতাৰ পৰা পোৱা পুথিখনৰ বেটুপাতটো অক্ষত হৈ নাথাকিলেও তাত থকা কথাখিনি ধৰিব পৰা অৱস্থাত আছে। গ্ৰন্থখনি জড়াজীৰ্ণ ৰূপত ১০১ পৃষ্ঠালৈকে পোৱা গৈছে। অৱশ্যে তাৰ মাজতো মাজে মাজে অনেক পৃষ্ঠা নাই বা থকা পৃষ্ঠাও জীৰ্ণ-শীৰ্ণ অৱস্থাত আছে। তদুপৰি গীতখিনি সজোৱাৰ ক্ৰমতো কিছু পৃথকতা পৰিলক্ষিত হৈছে। ১৭৮টি বড়গীত-পৰ্যন্ত সেই ক্ৰম ৰক্ষা কৰি এই মুদ্ৰণ সজোৱা হৈছে। পৰৱৰ্তী গীতসমূহ হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্নই সম্পাদনা কৰা 'বৰগীত' পুথিখনিৰ আধাৰত সজোৱা হৈছে। তদুপৰি, ১৯১ সংখ্যক গীতটিৰ শেহৰ দুটা শাৰী মাত্ৰ পোৱা হৈছে। শাৰী দুটা হ'ল ঃ "কহে মোহে কানুক মাভে। নন্দনন্দন পুনু পাৱব গোপপুৰী, পৰশি জিয়াৱব হাভে।" কোনো বড়গীতৰ পুথিত এনেভাৱে অন্ত পৰা গীত পোৱা নাই। বড়ছন্দৰ গীতকেইটি পৰিশিষ্টত দিয়া হৈছে।

বৰগীতসমূহ সাঁচিপতীয়া পুথিত লিখাৰ দৰে শাৰীবোৰ ধাৰাবাহিকভাৱে মুদ্ৰিত গ্ৰন্থখনতো ৰখা হৈছিল। তদুপৰি যিহেতু ছপাশালৰ আখৰ কলিকতাৰ পৰাই আনিবলগীয়া হৈছিল, সেইবাবে পুথিখনিৰ সৰ্বত্ৰ তলত ফুট দিয়া বাংলা 'ৰ' ব্যৱহৃত হৈছিল। তেনেদৰে 'ৱ'ৰ ব্যৱহাৰো কম আছিল। অসমত ঊনবিংশ শতিকাত অসমীয়া পুথি মুদ্ৰণৰ ইতিহাসৰ সাক্ষী স্বৰূপে এই জড়াজীৰ্ণ পুথিখনিৰ ঐতিহাসিক মূল্য অনস্বীকাৰ্য। পুথিখনি সংৰক্ষণ কৰি থোৱাৰ বাবে শ্ৰীধৰণী কলিতা আমাৰ সকলোৰে প্ৰশংসাৰ পাত্ৰ।

[শ্ৰীশ্ৰী আউনীআটী সত্ৰৰ ৩৫০ বছৰ পূৰ্ণ হোৱাৰ উপলক্ষ্যে যোৰহাটৰ টীয়কৰ নৱনিৰ্মিত সত্ৰত আয়োজিত সভা-সমাৰোহৰ লগত সঙ্গতি ৰাখি সত্ৰৰ যোড়শ সত্ৰাধিকাৰ ড° শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীদেৱে পুথিখনি প্ৰকাশৰ বাবে কৰা আগ্ৰহৰ ফলতেই বড়গীত পুথিখনিৰ এই মুদ্ৰণ সম্ভৱপৰ হৈ উঠিল। আধ্যাত্মিক আৰু বিদ্যায়তনিক গুণেৰে গুণী সত্ৰাধিকাৰ গৰাকীৰ আগ্ৰহৰ বাবেই গ্ৰন্থখনি ছপাৰ উপযোগীকৈ সম্পাদনা কৰি দিয়াৰ দায়িত্ব গ্ৰহণ কৰা হ'ল। তদুপৰি গ্ৰন্থখনি আউনীআটী সত্ৰৰ হৈ প্ৰকাশ কৰিবৰ বাবে আগবাঢ়ি আহিল ডিব্ৰুগড়ৰ কৌস্তুভ প্ৰকাশন। আমি আশা কৰিছোঁ এটি ঐতিহাসিক গুৰুত্ব কঢ়িয়াই অনা বড়গীত পুথিখনিৰ দ্বিতীয় নতুন মুদ্ৰণ সকলোৰে দ্বাৰা সমাদৃত হ'ব।] ◻

# শঙ্কৰদেৱৰ শিক্ষা আৰু তৰুণ সমাজ

সন্ত, শিল্পী, কবি, তত্ত্বজ্ঞ, ধৰ্মপ্ৰচাৰক হিচাপে শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰেষ্ঠত্ব, মহত্ব, আৰু অসমৰ সামাজিক-সাংস্কৃতিক জীৱনত গুৰুত্ব স্বীকাৰ কৰিও অসমৰ সাম্প্ৰতিক কালৰ তৰুণ-সমাজ শঙ্কৰদেৱৰ পৰা ক্ৰমাৎ আঁতৰি অহাৰ পৰিপ্ৰেক্ষিততে সম্ভৱতঃ "শ্ৰীমন্ত শঙ্কৰদেৱ-প্ৰভাবান্বিত অসমৰ আধ্যাত্মিক জগত আৰু অসমৰ তৰুণ সমাজ" — এই শিতানৰ আলোচনাৰ প্ৰয়োজন অনুভূত হৈছে। কিন্তু, মোৰ ভাব হৈছে, "আধ্যাত্মিক জগত" শব্দকেইটাতকৈ 'ধৰ্মীয় সমাজ' শব্দকেইটাৰ ব্যৱহাৰহে এই ক্ষেত্ৰত বেছি উপযোগী। কাৰণ, 'আধ্যাত্মিক জগত' শব্দকেইটা বিশেষ-অৰ্থজ্ঞাপক আৰু গধুৰ। আধ্যত্মিকতাই আত্মতত্ত্ব সম্বন্ধীয় জ্ঞান বা বোধ বুজায়। শ্ৰীমন্ত শঙ্কৰদেৱ-প্ৰৱৰ্তিত বৈষ্ণৱ-ধৰ্মই তালৈকে পথ দেখুৱাই লৈ যোৱাৰ যত্ন কৰিলেও, সকলো ধৰ্মত হোৱাৰ দৰে বৈষ্ণৱ ধৰ্মতো আচাৰ-সৰ্বস্বতাই আধ্যাত্মিক জ্ঞান বা বোধৰ পথ একপ্ৰকাৰ ৰুদ্ধ কৰা বুলিবই পাৰি। তাতে, শঙ্কৰদেৱে সমকালীন জনসাধাৰণকে নহয় সকলো কালৰ সাধাৰণ মানুহক চকুৰ আগত ৰাখিয়েই জ্ঞান আৰু কৰ্মমাৰ্গৰ ঠাইত, ভক্তিমাৰ্গ প্ৰতিষ্ঠা কৰি দি গৈছে। কাৰণ জ্ঞানমাৰ্গ হ'ল জটিল দাশনিক বিচাৰৰ মাৰ্গ। বিশেষ বৌদ্ধিক আৰু মানসিক স্তৰ নাপালে বা প্ৰশিক্ষিত নহ'লে এই মাৰ্গৰে গৈ "পৰম দুৰ্বোধ আত্মতত্ত্ব" (নামঘোষা ৬৪১) বুজা সম্ভৱ নহয়। বেদৰ ব্ৰাহ্মণৰ ভিত্তিত গঢ় লোৱা শ্ৰৌতসূত্ৰ আৰু গৃহ্যসূত্ৰ অনুসৰি যাগ-যজ্ঞাদি কৰ্ম আৰু সংস্কাৰ কাৰ্যৰ যোগেদিও আত্মতত্ত্বৰ বোধ সাধাৰণৰ বাবে সম্ভৱ নহয়। এতেকে "জ্ঞানতো কৰ্মতো কৰি অধিক" ভক্তিক তেওঁ শীৰ্ষস্থান দি, ভাগৱত-পুৰাণৰ আধাৰতে, "দেৱো একদেৱ দৈৱকী দেৱীৰ সুত" কৃষ্ণক উপাস্য দেৱতা স্বৰূপে গ্ৰহণ কৰি, তেওঁৰ নাম শ্ৰৱণ আৰু কীৰ্ত্তনৰ যোগেদিয়েই আত্মতত্ত্ববোধৰ অৱস্থা প্ৰাপ্তিৰ বাট কাটি দিলে। ইয়াত "তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী" নাই; ইয়াত "ব্ৰাহ্মণ আৰু চণ্ডালৰ" জাত-বিচাৰৰ প্ৰশ্ন নাই; ইয়াত "ভকতিত নাহি জাতি-অজাতি বিচাৰ।" যাৰ কোনো সংস্কাৰগত জাত-কৰ্মও হোৱা নাই, যি শঠতা, দম্ভ, অহংকাৰৰ প্ৰতিভূ, যি মদ্যপান কৰে, স্তোক বাক্যৰে উদ্দেশ্য সিদ্ধি কৰে; যি নিষ্ঠুৰ, যি পুত্ৰ-পত্নী-ধনৰ বাহিৰে একো চিনি নাপায়, সিও যদি হৰিত শৰণ লৈ হৰি গুণ নাম শ্ৰৱণ আৰু কীৰ্তন কৰে, সিও সকলো পাপৰ পৰা পৰিত্ৰাণ পায়। অৰ্থাৎ একান্ত বিশ্বাসেৰে ভগৱানৰ

নাম লওঁতে লওঁতে তেওঁৰ 'মন-চিত্ত-বুদ্ধি'ৰ এক অভাৱনীয় পৰিৱৰ্তন ঘটে, আৰু কোনো তত্ত্বজ্ঞ নোহোৱাকৈয়ে তেওঁৰ অন্তৰত 'তত্ত্বমসি'ৰ বোধ জন্মে। শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মৰ ঘাই লক্ষ্যই আছিল ভক্তিৰ আনন্দৰ মাজেদি সেই আত্মবোধ জগাই তোলা।

এই আত্মবোধৰ বীজ-মন্ত্ৰ বেদতে আছে। "বেদৰ গুপুত বিত্ত নাৰায়ণ"ক চিনি পাবলৈ "তপ-জপ যাগ-যজ্ঞ সবে বিড়ম্বন। কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।।" বুলি পথ-নিৰ্দেশ দি গৈছে। আৰু বেদক নিন্দা কৰা যে পাপ সেই কথাও 'নাম অপৰাধ'ত দঢ়াই দঢ়াই শঙ্কৰদেৱে কৈ গৈছে।

বেদত 'নাৰায়ণ' ক'ত আছে? বেদত অগ্নি আছে, সূৰ্য আছে, ঊষা আছে, বৰুণ আছে, ৰুদ্ৰ আছে মৰুৎসকল আছে, অশ্বিনীদ্বয় আছে, অদিতি আছে, সৱিতা আছে — ইত্যাদি অনেক দেৱতা আছে। তাৰ ভিতৰত অগ্নি, সূৰ্য আৰু ইন্দ্ৰই প্ৰধান। বেদমন্ত্ৰ ৰচয়িতাসকলে অগ্নিকে প্ৰধান দেৱতা স্বৰূপে গ্ৰহণ কৰিছে। তদুপৰি অগ্নিৰ বাহিৰে আন কোনো শক্তিক ধৰি ৰাখিব পৰাৰ উপায়ো নাছিল আৰু দেখা পোৱাও নগৈছিল। এতেকে অগ্নি জ্বলাই ৰাখি অগ্নিকে সকলো দেৱতাৰ মুখ স্বৰূপে গ্ৰহণ কৰি আন দেৱতাৰ হৈয়ো অগ্নিতে আহুতি দিছিল।

দেখা গ'ল অগ্নিৰো উৎস সূৰ্য সৱিতা ৰূপত পূজিত হ'বলৈ ধৰিলে আৰু এই সূৰ্য সকলোতে সমানে ব্যাপক হৈ পৰাৰ বাবে বিষ্ণু নামে খ্যাত হ'ল। বেদৰ স্তুতি, প্ৰাৰ্থনা আৰু গীতসমূহৰ মাজত সমকালীন মানুহৰ জীৱন আৰু জগত-সম্পৰ্কে কৰা অন্বেষণৰ পৰিচয় বিভিন্ন প্ৰকাৰে ফুটি উঠিছে। বেদৰ ব্ৰাহ্মণ অংশৰ মন্ত্ৰসমূহত প্ৰতিষ্ঠিত দেৱতাসকলক পূজা কৰাৰ বিধান সন্নিবিষ্ট হৈছে। এনেকৈয়ে বেদত কৰ্মকাণ্ডৰ প্ৰৱেশ ঘটিল। কিন্তু বেদত আৰম্ভ হোৱা অন্বেষণৰ ইয়াতে সামৰণি পৰা নাছিল। এই অন্বেষণে শীৰ্ষবিন্দু লাভ কৰিলেহি উপনিষদত। ঈশোপনিষদত, "ঈশাবাস্যমিদং সৰ্বং যৎকিঞ্চ জগত্যাং জগত" এই মন্ত্ৰৰেই সমস্ত জগত পৰিব্যাপ্ত হৈ থকা ঐশী শক্তিৰ অৱস্থিতি ঘোষণা কৰিলে। এই ঐশী শক্তিয়েই ব্ৰহ্ম। কঠোপনিষদত ব্ৰহ্ম বা আত্মাৰ স্বৰূপ প্ৰকাশ কৰি কৈছে, এই আত্মা বা ব্ৰহ্ম ইমান সূক্ষ্মতম যে কোনো ইন্দ্ৰিয়জ জ্ঞানেৰেই ইয়াক বুজি পোৱা সম্ভৱ নহয়। ই অদৃশ্য, অব্যক্ত, নিৰ্গুণ; এই ব্ৰহ্ম সকলোতে ব্যাপ্ত, স্বয়ম্ভু আৰু অমৰ। দৃশ্য-অদৃশ্য কোনো বিষয়েই ব্ৰহ্ম বিনে হ'ব নোৱাৰে। এই ব্ৰহ্মৰ পৰাই দৃশ্য-অদৃশ্য সকলোৰে উৎপত্তি আৰু এই ব্ৰহ্মতেই সকলোৰে লয়। চকুৰে দেখা সমস্ত জগতৰ বিনাশ আছে, কিন্তু যি অদৃশ্যৰ পৰা এই দৃশ্য বিশ্বব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ আৰু বৃহত্তকৈও বৃহৎ বিষয়ৰ আৱিৰ্ভাৱ হৈছে সেই ব্ৰহ্ম অবিনাশী। এই ব্ৰহ্মক 'উদাৰ হৃদয়, স্থিৰ বুদ্ধি আৰু পৰিষ্কাৰ মনে'ৰে বিচাৰ কৰি, ব্ৰহ্মৰ মাজত বিশ্ব-ব্ৰহ্মাণ্ডৰ স্থিতি বুজি পাব পাৰি; এনেকৈ বুজি পোৱা সকলক ব্ৰহ্ম-বেত্তা বুলিব পাৰি। জ্ঞানমাৰ্গই মানুহক এই অৱস্থালৈ

লৈ যাব পাৰে। কিন্তু সৃষ্টি-স্থিতি লয়ৰ কাৰণ 'ব্ৰহ্ম মোৰ মাজতো আছে আৰু ব্ৰহ্ম আৰু মোৰ মাজত কোনো পাৰ্থক্য নাই' এই অনুভৱেহে মানুহক আত্ম-বেত্তা কৰিব পাৰে। এই আত্ম-বিদ্ অবস্থাই মানুহক নিৰ্বিকাৰ পৰমানন্দ দান কৰিব পাৰে। উপনিষদে মানুহৰ অন্তৰত ব্ৰহ্মবোধ আৰু আত্মবোধ লাভ কৰাৰ জ্ঞানৰ পথ প্ৰতিষ্ঠা কৰি দি থৈ গৈছে।

পদাৰ্থবিজ্ঞানে শক্তিক সকলো পদাৰ্থৰ সৃষ্টিৰ উৎস বুলি ব্যাখ্যা কৰিছে। এই শক্তি কি? এই শক্তি, অদৃশ্য, অব্যক্ত আৰু সৰ্বব্যাপ্ত। এই শক্তি স্বয়ম্ভু, অমৰ। ই বিভিন্ন বিষয়ৰ পৰিবৰ্তিত ৰূপৰ মাজত আত্মপ্ৰকাশ কৰে। সাংখ্যদৰ্শনে এই শক্তিকে চৈতন্যময় পুৰুষ বুলি কৈছে আৰু সকলো দৃশ্য বিষয়কে প্ৰকৃতি বুলিছে। পদাৰ্থ বিজ্ঞানে সূক্ষ্মতম পদাৰ্থৰ মাজতো ইলেক্ট্ৰনৰ অস্তিত্ব প্ৰমাণ কৰি দেখুৱাইছে। ইয়াৰ অবিহনে কোনো বিষয়েই তিষ্ঠি থাকিব নোৱাৰে আৰু ই একেসময়তে সকলোতে সমানে পৰিব্যাপ্ত আৰু ক্ৰিয়াশীল হৈ থাকে। এতিয়া এই কথা আনকেই প্ৰত্যয় সহকাৰে ক'ব খোজে যে বিজ্ঞানে যাক ইলেক্ট্ৰন বুলি কৈছে, সি উপনিষদত প্ৰতিষ্ঠিত ব্ৰহ্মাৰে এটা ৰূপ। হয়তোবা ব্ৰহ্ম তাতোকৈও সূক্ষ্মতম। উপনিষদত প্ৰতিষ্ঠিত এই তত্ত্বৰ ভিত্তিত ভাৰতীয় ষড়দৰ্শনৰ সৃষ্টি। পৰবৰ্তী কালত শঙ্কৰাচাৰ্যই "ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱ ব্ৰহ্মাহি কেৱলম্" বুলি তেওঁৰ অদ্বৈতবাদী সিদ্ধান্ত প্ৰতিষ্ঠা কৰি থৈ গৈছে। ৰামানুজাচাৰ্যই জীৱাত্মা আৰু পৰমাত্মাৰ অৱস্থিতিৰ সূক্ষ্মতৰ ভাগ কৰি বিশিষ্টাদ্বৈতবাদী মত প্ৰতিষ্ঠা কৰিছে। তেওঁৰ মতে জীৱ ব্ৰহ্ম হ'লেও জীৱ এটা পাৰ্থিৱ শৰীৰৰ মাজত আবদ্ধ, আৰু ই অবিৰাম যত্ন কৰে তাৰ শৰীৰ-বৃত্ত ভাঙি পৰমব্ৰহ্মৰ লগত মিলিত হ'বৰ বাবে।

ভাৰতীয় দৰ্শনে যথাৰ্থতে জীৱন আৰু জগতৰ সৃষ্টি সম্পৰ্কে এক সূক্ষ্মতৰ বৈজ্ঞানিক অন্বেষণৰ যোগেদি এই পৰ্যন্ত স্থিৰ সিদ্ধান্ত প্ৰতিষ্ঠা কৰি থৈ গৈছে। কিন্তু জগতৰ সৃষ্টিৰ মূল কাৰণ বুজি পোৱা আৰু সেই কাৰণৰ লগত আত্মবোধৰ ভিত্তিত একাত্ম হোৱা — এই কাৰ্য সাধাৰণ মানুহৰ বাবে সহজ সাধ্য নহয়। ইয়াক সহজ সাধ্য কৰিবলৈকে দ্বাদশ-ত্ৰয়োদশ শতিকাত দক্ষিণ ভাৰতৰ আলৱাৰসকলে ভক্তিমাৰ্গ প্ৰতিষ্ঠা কৰিলে। ভক্তি মাগত যুক্তিৰ আৰু তৰ্কৰ প্ৰশ্ন নাই, ইয়াত আছে একান্ত বিশ্বাসৰ প্ৰশ্ন। কিন্তু কাক বিশ্বাস কৰিব — এই প্ৰশ্নৰ উত্তৰ স্বৰূপে ভাগৱত পুৰাণৰ কৃষ্ণ চৰিত্ৰ ন-কৈ উন্মোচিত হ'ল। ব্যাসক নাৰদে ভাগৱত ৰচনা কৰাৰ বাবে উপদেশ দিয়া গভটোৰ ঘাই লক্ষ্যই আছিল বেদত গুপ্ত হৈ থকা নাৰায়ণক কৃষ্ণৰ মাজত প্ৰতিষ্ঠা কৰি তেওঁৰ লীলাৰ মাজেদিয়েই ব্ৰহ্মৰ সৃজন-পালন আৰু সংহাৰণ মূৰ্তি দাঙি ধৰা, আৰু কৃষ্ণৰ ঐশ্বৰিক লীলাৰ কাহিনীৰ মাজেদিয়েই ব্ৰহ্মৰ ওচৰ চপা; তৰ্ক আৰু যুক্তিৰ জটিল পথৰ পৰিবৰ্তে কৃষ্ণত বিশ্বাস কৰি, কৃষ্ণৰ নামলৈ, কৃষ্ণতে নিজক অৰ্পণ কৰি ৰসময় ব্ৰহ্মবোধ লাভ কৰা। এতেকে ভাগৱতত কৃষ্ণ পৰম ব্ৰহ্ম ভগৱান স্বৰূপে

প্ৰতিষ্ঠিত হ'ল। শঙ্কৰদেৱে এই দৈৱকীনন্দনদেৱ কৃষ্ণকে উপাস্য দেৱতা স্বৰূপে তেওঁৰ দ্বাৰা প্ৰবৰ্তিত ধৰ্মত প্ৰতিষ্ঠা কৰি কৃষ্ণৰ নাম শ্ৰৱণ আৰু কীৰ্তনকে উপাসনাৰ মাধ্যম স্বৰূপে প্ৰতিষ্ঠা কৰিলে। ত্ৰয়োদশ চতুৰ্দশ শতিকাৰ পৰা সমগ্ৰ ভাৰতবৰ্ষত বিভিন্ন ঐতিহাসিক কাৰণত ভক্তিধৰ্মৰ প্ৰসাৰ ঘটিল। ভাৰতৰ বিভিন্ন অঞ্চলত সন্তসকলৰ আবিৰ্ভাৱ হ'ল — মহাৰাষ্ট্ৰত তুকাৰাম আৰু জ্ঞানেশ্বৰ, পাঞ্জাৱত গুৰুনানক, ৰাজস্থানত মীৰাবাঈ, উত্তৰ ভাৰতত তুলসীদাস, বংগত শ্ৰীচৈতন্য, উৰিষ্যাত জগন্নাথ দাশ আৰু অসমত শঙ্কৰদেৱ। সমকালীন সকলো সন্তৰ ভিতৰত শঙ্কৰদেৱৰ বৈশিষ্ট্য এইখিনিতে মন কৰিবলগীয়াকৈ উজ্জ্বল যে তেওঁ কেৱল ধৰ্মপ্ৰচাৰকেই নাছিল, আছিল এজন কবি, আৰু বহুমুখী প্ৰতিভাধৰ শিল্পী আৰু খনিকৰ। তদুপৰি তেওঁ আছিল এজন দাৰ্শনিকতত্ত্ববেত্তা। তেওঁ কেৱল 'মিষ্টিক' সন্ত বা কবিসকলৰ দৰে তেওঁৰ অনুভৱকে তেওঁৰ ধৰ্মমতৰ ভেটি কৰি লোৱা নাছিল; বৰং বৌদ্ধিক ভাৱে তেওঁ এই ব্ৰহ্মতত্ত্বৰ সত্যতা সম্পৰ্কে নিশ্চিত আছিল আৰু এই তত্ত্ব সৰ্বসাধাৰণৰ বাবে যে সহজে঩ঢুকি পাব পৰা বিষয় নহয়, সেই কথা বুজিছিল। এতেকে, তেওঁ কৃষ্ণ-মাধ্যমৰ প্ৰয়োজনীয়তা গুৰুত্বভাৱে হৃদয়ংগম কৰিছিল। শঙ্কৰদেৱৰ মাজত সেইবাবে দেখা যায় একাধোৰে জ্ঞানলব্ধ তত্ত্ব আৰু আনহাতে ভক্তিমাৰ্গৰ ৰস এই দুয়োৰে সন্নিৱেশ। অৰ্থাৎ, তেওঁ নিজে জ্ঞানমাৰ্গৰেই ব্ৰহ্মবোধ আৰু আত্মবোধৰ গৰাকী হৈহে ভক্তিমাৰ্গ প্ৰতিষ্ঠা কৰিছে। চতুৰ্বিংশতি অধ্যায়ৰ প্ৰথম শাৰীটিতে তেওঁ 'ব্ৰহ্মৰূপী সনাতন'ক প্ৰথমে নমস্কাৰ কৰিছে। অৰ্থাৎ ব্ৰহ্মই একমাত্ৰ সত্য — এই অদ্বৈতবাদী সিদ্ধান্ত তেওঁৰো সিদ্ধান্ত, সেই বিষয়ে সন্দেহ নাই। স্থানান্তৰত তেওঁ — 'যেন ঘট মাটি ব্যতিৰেকে আন নাই' বা 'কুণ্ডল ভাণ্ডিলে যেন সোণা স্বৰূপত' নাইবা 'অসংখ্য জগতখান তোমাত প্ৰকাশি আছে' নাইবা 'ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ যৈছন গগন বিয়াপি', নাইবা 'দশ দিগপাল সমে জগত সমস্ত। তোমাতেসে উপজি তোমাতে যায় অন্ত' আদি মত বা সিদ্ধান্তৰে 'ব্ৰহ্মসত্য'কে প্ৰতিপন্ন কৰি গৈছে। কিন্তু এই ব্ৰহ্ম সত্যক হৃদয়ংগম কৰিবলৈ তেওঁ অৱতাৰবাদত ভৰ দি ভক্তিৰ পথটি মুকলি কৰি দিলে। এতিয়া বেদান্তৰ ব্ৰহ্মক দৰ্শনৰ, তৰ্কৰ, যুক্তিৰ জটিল পথেৰে গৈ পোৱাৰ আগতে একান্ত বিশ্বাসেৰে, কৃষ্ণৰ মাজতে বিচাৰি পাব পৰা হ'ল। এতেকে দৰ্শনৰ তথা জ্ঞানমাৰ্গৰ পথ পৰিহাৰ কৰি ভক্তিমাৰ্গৰ সহজ, প্ৰশস্ত পথ এটি তেওঁ প্ৰতিষ্ঠা কৰিলে আৰু তাৰবাবে এক শৃংখলা প্ৰণয়ন কৰি দিলে। 'শৰণ'ৰ মাজেৰে শৰণাৰ্থীসকলৰ শৰীৰ আৰু চিত্ত শুদ্ধি কৰি লক্ষ্যৰ প্ৰতি একমুখী কৰিলে আৰু ভজনৰ মাজেৰে 'সোহং' অৱস্থা লাভৰ উপায় উলিয়ালে। শ্ৰৱণ আৰু কীৰ্তনৰ বিধান প্ৰণয়ন কৰিলেআৰু এই ধৰ্ম গ্ৰহীতাসকলৰ বাবে জীৱন-যাপনৰ

প্ৰণালী প্ৰস্তুত কৰিলে। ব্ৰাহ্মমুহূৰ্তত শয্যা ত্যাগ কৰাৰ পৰা নিশা শয্যা গ্ৰহণ কৰালৈকে প্ৰতিটো খোজ নিয়ন্ত্ৰিত হ'ল। সাধাৰণ মানুহৰ বাবে মূৰ্তিৰ ঠাইত আসনত ভাগৱত প্ৰতিষ্ঠা কৰি সেই ভাগৱতকে উপাসনীয় স্বৰূপে প্ৰতিষ্ঠা কৰিলে। নিয়ম-সদাচাৰৰ উপৰিও চৈধ্যপ্ৰসংগকে ধৰি ধৰ্মীয় শৃংখলা এনেভাৱে প্ৰৱৰ্তিত হ'ল যে এই ধৰ্মৰ শৰণীয়াসকলৰ বাবে 'কৃষ্ণ মোৰ গতি মতি, কৃষ্ণত ভকতি ৰতি, কৃষ্ণ পাৱে নিমজোক মন' — এয়ে ধ্যান-ধাৰণা, চিন্তা-ভাৱনা আৰু কৰ্মৰ নিৰ্দেশ হ'ল। এতেকে জ্ঞানৰ পথেৰে গৈ তত্ত্ব অন্বেষণ কৰি সেই তত্ত্বৰ লগত আত্ম পৰিচয় বিলীন কৰাৰ যি লক্ষ্য, ভক্তিমাৰ্গই সেই লক্ষ্য প্ৰাপ্তিৰ পথ সহজ আৰু সুগম কৰি দিলে। শ্ৰীশঙ্কৰদেৱ-প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মই অসমত এনেকৈয়ে এটা নৱজাগৰণ ঘটালে। এই জাগৰণ অসমৰ মানুহৰ জীৱনৰ অন্তৰ আৰু বাহিৰ দুয়ো ফালে ঘটিল আৰু অসমৰ মানুহৰ ধ্যান-ধাৰণা, নৈতিক আৰু সামাজিক প্ৰমূল্য, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, সাজ-পাৰ, আহাৰ-বিহাৰ সকলোতে এই জাগৰণে আমূল পৰিৱৰ্তন সাধন কৰিলে। সুকুমাৰ কলাৰ আটাইকেইওটি বিভাগ — সাহিত্য, চিত্ৰ, নৃত্য, গীত, বাদ্য, অভিনয় — এই সকলোকে ধৰ্মৰ তত্ত্ব, বিষয় আৰু শিক্ষা কঢ়িয়াই নিব পৰা উপযুক্ততা দি গঢ়ি তুলিলে। আজি পাঁচশ বছৰে অসমৰ মানুহ এনে এক সাংস্কৃতিক পৰিৱেশতে প্ৰতিপালিত হৈ আহিছে। আনকি, পৃথক ধৰ্মমতত বিশ্বাসীসকলো এই সাংস্কৃতিক পৰিমণ্ডলৰ দ্বাৰা প্ৰত্যক্ষ বা পৰোক্ষভাৱে প্ৰভাৱান্বিত হৈ আহিছে। ক'বলৈ গ'লে, অসমৰ মানুহৰ মানসিক গাঁথনি শ্ৰীশঙ্কৰদেৱ-প্ৰৱৰ্তিত সাংস্কৃতিক উপাদানসমূহৰ দ্বৰা বহুলাংশে প্ৰভাৱিত।

যদি শঙ্কৰদেৱ-প্ৰৱতিত ধৰ্ম আৰু সংস্কৃতিৰ প্ৰভাৱ ইমানেই অবিচ্ছেদ্য হৈ আছে, অসমৰ তৰুণ সমাজ এই ধৰ্ম তথা সাংস্কৃতিক বৃত্তৰ পৰা ক্ৰমাৎ আঁতৰি অহাৰ কাৰণ কি? এই প্ৰশ্নৰ উত্তৰ আমি সামগ্ৰিকভাৱে মানুহৰ সাম্প্ৰতিক সভ্যতা আৰু সংস্কৃতিৰ পটভূমিতে বিচাৰিব লাগিব। আমি জানো, উনবিংশ শতিকাই মানুহৰ সভ্যতা আৰু সাংস্কৃতিক বুৰঞ্জীত এটা প্ৰায় জলচ্ছেদ সৃষ্টি কৰি গৈছে। ৰেনেছাঁৰ মাজত আৰম্ভ হোৱা যুক্তিবাদে এই সময়তে সবল দাৰ্শনিক আৰু বৈজ্ঞানিক ভেটি লাভ কৰিলে। বৈজ্ঞানিক বিচাৰ আৰু অনুসন্ধানে মানুহৰ প্ৰতিটো বিশ্বাস আৰু সংস্কাৰৰ যুক্তিযুক্ততা দাবী কৰিলে; ঈশ্বৰ বিশ্বাসো ইয়াৰ পৰা সাৰি নগ'ল। জীৱ-জগত আৰু জড়জগতকে ধৰি বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিৰ ৰহস্য উদঘাটনৰ বাবে মানুহে বৈজ্ঞানিক বিচাৰৰ সহায় ল'বলৈ ধৰিলে। ডাৰউইনৰ জীৱৰ ক্ৰমবিকাশৰ সূত্ৰই জীৱ সৃষ্টিৰ পুৰণি কাহিনী নাকচ কৰিলে। আনহাতে ফ্ৰয়ডৰ মনোবিশ্লেষণৰ নতুন তত্ত্ব আৰু তথ্যই মানুহৰ নৈতিক আৰু সামাজিক মূল্যবোধবিলাকৰো মেৰামতি কৰিব নোৱৰাকৈ ক্ষতি সাধন কৰিলে। পাশ্চাত্যত ঘটা বৈজ্ঞানিক আৰু

দাৰ্শনিক জগতৰ এই ঘটনাবোৰে মানুহৰ ব্যক্তিগত আৰু সমষ্টিগত দুয়োটা মনতে তোলা আলোড়ন বাস্তৱিক জীৱনলৈ সম্প্ৰসাৰিত হ'ল। মানুহ ক্ৰমাৎ হ'বলৈ ধৰিলে বিচ্ছিন্ন, সংশয়াতুৰ আৰু বন্ধাবিহীন। বিজ্ঞান আৰু ঊনবিংশ শতিকাৰ শেহৰ ফালে এই পাশ্চাত্য প্ৰভাৱ সাধাৰণভাৱে পৰিবলৈ আৰম্ভ কৰিলে। ঊনবিংশ শতিকাতে আৰম্ভ হোৱা মাৰ্ক্সীয় মতবাদৰ প্ৰভাৱো বাঢ়ি আহিল, যাৰ ফলত ঈশ্বৰ, ধৰ্ম, ধৰ্মীয় সংস্কৃতি এই আটাইবিলাক এই মতবাদৰ প্ৰত্যাহ্বানৰ সম্মুখীন হ'ল।

অসমেও ঊনবিংশ শতিকাতে আধুনিক জীৱনৰ লগত পৰিচিত হোৱাৰ সুযোগ পালে। কিন্তু আধুনিক অসমে ঐতিহ্যৰ পৰা লাভ কৰা আধ্যাত্মিক আৰু নৈতিক শিক্ষা হেৰুৱাই নেপেলালে। ইয়াৰ ফলত মানৱিকবাদ আৰু দেশাত্মবোধৰ লগতে ঈশ্বৰ বিশ্বাসো আমাৰ নতুন সাহিত্য আৰু সংস্কৃতিৰ এক চালিকা শক্তি হৈ আছিল। লক্ষ্মীনাথ বেজবৰুৱাই শঙ্কৰদেৱ-মাধৱদেৱ আৰু তেওঁবিলাকে দান কৰি যোৱা শিক্ষা আৰু সংস্কৃতিৰ গুৰুত্ব, মহত্ব আৰু শ্ৰেষ্ঠত্ব আধুনিক মানুহৰ চকুৰ আগত প্ৰতিপন্ন কৰি দাঙি ধৰিলে। ইয়াৰ ফলস্বৰূপে সত্ৰয়-সত্ৰয়, গাঁৱে-ভূঞে চৰ্চিত হৈ থকা বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ চৰ্চা আৰু অধ্যয়নৰ নতুন অধ্যায় আৰম্ভ হ'ল। বেজবৰুৱাই প্ৰথম শঙ্কৰদেৱৰ দাৰ্শনিক তত্ত্বৰ লগত বেদান্তৰ তত্ত্বৰ তুলনামূলক অধ্যয়ন দাঙি ধৰিলে, যাৰ ফলত শঙ্কৰদেৱ অসমৰ জাতীয় সামাজিক জীৱনত গুৰুত্বপূৰ্ণভাৱে প্ৰাসংগিক হৈ পাৰি।

বিংশ শতিকাৰ শেহৰ ফালে এই অৱস্থাৰ ক্ৰমাৎ পৰিৱৰ্তন ঘটিবলৈ আৰম্ভ কৰিলে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাই, আৰু পাশ্চাত্য সভ্যতা আৰু সংস্কৃতিয়ে ইয়াৰ ভাল-বেয়া সকলোবোৰ উপাদান লৈ আমাৰ সামাজিক জীৱনত, বিশেষকৈ নগৰ জীৱনত এনে শক্তিশালীভাৱে আহি প্ৰৱেশ কৰিছেহি যে সাম্প্ৰতিক কালৰ তৰুণ সমাজক এই উপাদানবোৰে আমাৰ সাংস্কৃতিক পৰিমণ্ডলৰ পৰা আঁতৰাই আনিছে। এতিয়া শিক্ষিত ল'ৰা-ছোৱালীয়ে শৰণ লোৱা বা সত্ৰীয়া জীৱন-যাপন কৰা দূৰতে থাকক, তেওঁবিলাকৰ অনেক আনকি এই ধৰ্মীয় সংস্কৃতিৰ কোনো অনুষ্ঠানতে অংশ ল'বৰ কাৰণে প্ৰস্তুত নহয়। ধৰ্মৰ শিক্ষা আৰু আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰিবলৈ আৰু পালন কৰিবলৈ তেওঁবিলাক অনিচ্ছুক। ধৰ্মীয় সংস্কাৰ আৰু প্ৰমূল্যসমূহৰ যৌক্তিকতা তেওঁবিলাকে প্ৰশ্ন কৰিছে আৰু নাকচ কৰিছে। সৰ্বসাধাৰণ লোকে কাব্য, মহাকাব্য, পুৰাণৰ আখ্যানসমূহ পাঠ কৰি কেৱল আনন্দই যে পাই আহিছে এনে নহয়, বৰং এই আখ্যানসমূহ সত্য ঘটনাৰ বিৱৰণ স্বৰূপেই গ্ৰহণ কৰি আহিছে। তেওঁবিলাকৰ কাৰণে ঈশ্বৰত অবিশ্বাস কৰা হিৰণ্যকশিপুক নৰসিংহ ৰূপী ভগৱানে বধ কৰা কাহিনীটোৰ বাচ্যাৰ্থই যথেষ্ট; জড় পদাৰ্থতো থকা ব্ৰহ্মৰ অস্তিত্ব-সম্পৰ্কীয় নিহিতাৰ্থৰ ব্যাখ্যা নিষ্প্ৰয়োজনীয়। নতুন শিক্ষিত যুৱ সমাজেও নিহিতাৰ্থ বিচাৰি চোৱা নাই; কিন্তু একেসময়তে বাচ্যাৰ্থও বিশ্বাস কৰা নাই। যিবোৰ ঘটনা যুক্তিৰে বিচাৰ কৰিব

নোৱাৰি আৰু যিবোৰ বিষয় শিক্ষা দিবৰ বাবে কল্পনাৰে কাহিনী সৃষ্টি কৰি লোৱা হৈছে সেইবিলাক বিষয় সাধাৰণ ভক্তসকলে বিশ্বাস কৰাৰ দৰে আৰু গ্ৰহণ কৰাৰ দৰে গ্ৰহণ কৰিবলৈ আৰু বিশ্বাস কৰিবলৈ নতুন তৰুণ সমাজ ৰাজী নহয়। এতেকে স্বাভাৱিক ভাৱেই তৰুণ সমাজ শঙ্কৰদেৱ-প্ৰৱৰ্তিত ধৰ্মীয় সাংস্কৃতিক বৃত্তৰ মাজৰ পৰা বাহিৰলৈ ওলাই আহিছে। তেওঁবিলাকে ধৰ্মৰ লৌকিক আচাৰ মানি চলিবলৈও মানসিকভাৱে সাজু নহয়।

এনে পটভূমিত তৰুণ সমাজক তেওঁবিলাকৰ এই মনোভাৱৰ বাবে দোষী সাব্যস্ত কৰিব নোৱাৰি। এতেকে শঙ্কৰদেৱৰ ধৰ্মমতৰ আৰু তেওঁৰ শিল্প-সাহিত্যবো ঘাই দাৰ্শনিক তত্ত্বৰ বৈজ্ঞানিক বিচাৰ অবিহনে শঙ্কৰদেৱৰ প্ৰাসংগিকতা তৰুণ সমাজৰ কাৰণে প্ৰতিষ্ঠা কৰা সম্ভৱ নহয়। অৰ্থাৎ তৰুণ সমাজৰ বাবে ভক্তিমাৰ্গৰ ঠাইত জ্ঞানমাৰ্গ মুকলি কৰি দিব লাগিব। আধুনিক প্ৰযুক্তিবিদ্যাৰ সূক্ষ্মতম আৰু জটিলতম বিষয়ো বুজি পাব পৰা আধুনিক মনে বেদান্তৰ ব্ৰহ্মতত্ত্ব নুবুজিব বুলি আগতীয়াকৈ সিদ্ধান্ত কৰাটো অত্যন্ত অনুচিত কাৰ্য হ'ব। পদাৰ্থ বিজ্ঞানে ইলেক্ট্ৰনৰ মাজত সৃষ্টিৰ শক্তি আৱিষ্কাৰ কৰিছে। বেদান্তই ব্ৰহ্মৰ আৱিষ্কাৰৰ মাজত সেই সৃষ্টি শক্তিকেই কেইবা হাজাৰো বছৰৰ আগতে প্ৰত্যক্ষ কৰি গৈছে বুলি প্ৰত্যয় যোৱাৰ তথ্য, কাৰণ আৰু যুক্তি প্ৰতিষ্ঠিত হৈছে। উপনিষদে ইয়াক 'অনোৰণীয়ান মহতোমহীয়ান' বুলি চিনাকি দিছে। এই ব্ৰহ্ম নহ'লে একো বস্তুৱেই হ'ব নোৱাৰে। অৰ্থাৎ শঙ্কৰদেৱে কোৱাৰ দৰে, 'একো বস্তু নাহিকে তোমাত ব্যতিৰেক'। জীৱনৰ আৰু জগতৰ প্ৰাতিভাসিক ৰূপে ইবিলাকৰ নশ্বৰতাৰ কথা পাহৰাই ৰাখে। চকুৰ আন্ধাৰ আঁতৰি গ'লে বা অবিদ্যা নাশ হ'লেই প্ৰকৃত সত্য মানুহে দেখিবলৈ পায়। সৃষ্টিৰ ঘাই শক্তিটো অদৃশ্য আৰু অব্যক্ত হৈ সকলোতে যে সমানে বিয়পি আছে, এই শক্তিটোৰ যে কোনো আৱৰ্তণি, বিস্তাৰ বা সামৰণি নাই, এই শক্তিটো যে এক আৰু অভিন্ন, নশ্বৰ প্ৰতিভাস নাইকিয়া হৈ গ'লেই যে সেই শক্তিৰ কোনো ভিন্নতা নাথাকে — এই তত্ত্ব বৈজ্ঞানিকভাৱেই সত্যৰূপে প্ৰতিষ্ঠিত হৈছে। যিটো ইলেক্ট্ৰনৰ মাজত সৃষ্টি শক্তি নিহিত হৈ আছে সি গীতাত আত্মা সম্পৰ্কে কোৱাৰ দৰেই অমৰ, অচ্ছেদ্য, অদাহ্য, অশোষ্য। উপনিষদৰ সাৰ শ্ৰীমদ্ভগৱত গীতাতো কৃষ্ণৰ মাজেদি ব্ৰহ্মৰ এই স্বৰূপ উদঘাটন কৰি দাঙি ধৰিছে। শঙ্কৰদেৱে তেওঁৰ সমস্ত ৰচনাৰ মাদত এই তত্ত্বকে প্ৰতিষ্ঠা কৰি থৈ গৈছে। এই দুয়োজন মহাপুৰুষৰ ভিতৰত মাধৱদেৱৰ ৰচনাৰ মাজত ব্ৰহ্মতত্ত্ব আৰু আত্মাতত্ত্ব তেওঁৰ এক ব্যক্তিনিষ্ঠ অনুভূতিলৈ ৰূপান্তৰিত হৈছে। ফলত তত্ত্বৰ লগত তেওঁৰ হৃদয়ৰ এক সংবেদনশীল সংযুক্তি অনুভূত হয়। আনহাতে মাধৱদেৱৰ উপাস্য গুৰু শঙ্কৰদেৱৰ কেইটামান বৰগীতৰ বাহিৰে প্ৰায় সকলো ৰচনাতে এক বৌদ্ধিক নৈৰ্ব্যক্তিকতা অনুভূত হয়। শঙ্কৰদেৱৰ এই বিশিষ্টতা বেদান্তৰ তত্ত্ব তেওঁ যথাৰ্থভাৱে আত্মসাৎ কৰি তাক পুনৰ নতুন ৰূপত দাঙি ধৰাৰ এক বিৰল আৰু বিশাল প্ৰতিভাৰ পৰিচায়ক। যিমানেই তেওঁৰ

ৰচনাৰ এই নিহিতাৰ্থৰ দাৰ্শনিক ভেটিটো উন্মোচিত হ'ব, সিমানেই আমি তেওঁৰ চিন্তা আৰু দৃষ্টিৰ স্বচ্ছতা, তেওঁৰ প্ৰতিভাৰ অনন্যতা আৰু তেওঁৰ কামৰ যুক্তিযুক্ততা দেখিবলৈ পাম আৰু তেওঁৰ প্ৰাসংগিকতা অনুভৱ কৰিম। আধুনিক কালৰ তৰুণ সমাজে পুৰণি বিশ্বাস আৰু সংস্কাৰৰ দৃষ্টিৰে নাচাই শঙ্কৰদেৱক বৈজ্ঞানিক দৃষ্টিভংগীৰে বিচাৰ কৰিবলৈ যত্ন কৰিলেই তেওঁৰ মহত্ব, গুৰুত্ব আৰু শ্ৰেষ্ঠত্ব অনুভৱ কৰিব আৰু আধুনিক কালতো তেওঁৰ প্ৰাসংগিকতা বুজি পাব। ভক্তিৰ দুৱাৰখনেদি নুসুমুৱাই জ্ঞানৰ দুৱাৰেদি তেওঁবিলাকক শঙ্কৰদেৱৰ ওচৰলৈ লৈ যাব পাৰিলে তেওঁবিলাকৰ অনীহা আৰু অবিদ্যা দুয়োটাই দূৰ হ'ব আৰু 'অবিদ্যা নাশিলে লাগ, পাবয় সততে জানা, কণ্ঠ লগ্ন বস্তুক সাক্ষাত' — এই অৱস্থা প্ৰাপ্তি হ'ব। □

# জাতীয় জীৱনত পৰিব্যাপ্ত শঙ্কৰদেৱ

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক লৈ অনেকে সশ্ৰদ্ধ প্ৰশংসাত্মক কবিতা লিখিছে। এইসকলৰ ৰচনাৰ ভিতৰত দুগৰাকী কবিৰ দুটি কবিতা অৰণ্যৰ মাজৰ ওখ গছৰ দৰে জিলিকি আছে। এগৰাকী ষোড়শ শতিকাৰ আনগৰাকী বিংশ শতিকাৰ প্ৰথম ভাগৰ। ভাব, ভাষা, প্ৰকাশভংগীৰ দুস্তৰ ব্যৱধান সত্ত্বেও দুয়োগৰাকীৰ কবিতা দুটিত থকা সশ্ৰদ্ধ প্ৰশংসনৰ স্বৰটিত থকা মিল মন কৰিবলগীয়া। প্ৰথম গৰাকী শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰিয় শিষ্য "বঢ়াৰ পো" মাধৱদেৱ। আৰু দ্বিতীয়গৰাকী, মহাপুৰুষ শঙ্কৰদেৱক আধুনিক অসমীয়া মানুহৰ বাবে ন-কৈ আৱিষ্কাৰ কৰি দাঙি ধৰোঁতা বেজবৰুৱাৰ প্ৰিয় 'যদু কবি' যতীন্দ্ৰনাথ দুৱৰা। মহাপুৰুষ মাধৱদেৱে উপমাহীন, "সৰ্বগুণাকাৰ" আৰু 'জগজনতাৰণ দেৱনাৰায়ণ শঙ্কৰ তাকেৰি অংশ" বুলি প্ৰণাম কৰি শেহত কৈছে ঃ

"কি কহব শঙ্কৰ দেৱৰ মহিমা
জানি অন্ত নাপায়।
যাকেৰি চৰণক ৰেণু শিৰে পৰশি
মুকুতি সুখে সুখ পায়।"

দ্বিতীয় গৰাকীয়ে "স্বৰ্গৰ বাতৰি আনি মৰতত" দিয়া "দূৰ অতীতৰ ধ্যানমগ্ন যোগী" স্বৰূপে নমস্কাৰ জনাই শেহত কৈছে ঃ

"বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম দিলা জ্ঞান।
দিলা ভাষা অসমক কৰিলা জীৱন দান।।
তোমাৰ জীৱনী দেব লিখে এনে সাধ্য কাৰ।
গোটেই অসমভূমি বিস্তৃত জীৱনী যাৰ।।"

দুয়োটি কবিতাত দুটি যুগৰ বিশ্বাস সহজেই অনুভূত হয়; কিন্তু তাৰ মাজতো "কি কহব শঙ্কৰদেৱৰ মহিমা" আৰু "তোমাৰ জীৱনী দেব লিখে এনে সাধ্য কাৰ" এই দুয়োটি প্ৰকাশৰ মাজত শঙ্কৰদেৱৰ আকোঁৱালি নোপোৱা বিশাল ব্যক্তিত্ব আৰু প্ৰতিভাৰ প্ৰতি বিস্ময় বিমুগ্ধ শ্ৰদ্ধাৰ অভিব্যক্তি ঘটিছে।

দুটা যুগৰ এই দুই গৰাকী কবিৰ মাজত শঙ্কৰদেৱৰ জীৱন, প্ৰতিভা, কৃতি আৰু কৃতিত্বৰ সপ্ৰশংস আৰু সশ্ৰদ্ধ সোঁৱৰণ কৰা অনেক কৃতবিদ্য লেখক আৰু কবি আছে। আছে দৈত্যাৰি, ভূষণ, বৈকুণ্ঠ ৰামানন্দকে মুখ্য কৰি কেইবাগৰাকীও চৰিতকাৰ। ৰামচৰণ

ঠাকুৰৰ নামত ভনিতা থকা চৰিত পুথিৰ, 'গুৰু-চৰিত কথা'ৰ আৰু 'বৰদোৱা চৰিতৰ চৰিতকাৰ এই সকলোটি মধ্যযুগৰ চৰিতকাৰ আৰু কবি। এই সকলোৱেই শঙ্কৰদেৱৰ অসাধাৰণ প্ৰতিভা আৰু মহত্বৰ কথা কৈ গৈছে। দীননাথ বেজবৰুৱাৰ 'বৰচৰিত'কো মধ্যযুগৰ চৰিপুথিসমূহৰ লগতে ৰাখিব পৰি।

কেৱল যে চৰিতকাৰ সকলেহে শঙ্কৰ-প্ৰশস্তি কৰি গৈছে, এনে নহয়। মধ্যযুগৰ বৈষ্ণৱ কবিসকলেও তেওঁবিলাকৰ ৰচনাৰ মাজত শঙ্কৰদেৱৰ প্ৰতি নমস্কাৰ জনাবলৈ পাহৰা নাই। 'কুলাচলবধ'ত ৰামসৰস্বতীয়ে লিখিছে ঃ

"শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ
নৰৰূপে জাত ভৈলা।"-

অসমৰ ইতিহাসত যোৱা ৫৫০ বছৰত শঙ্কৰ-প্ৰতিভাৰ সমকক্ষ প্ৰতিভাৰ জন্ম হোৱা নাই। তদুপৰি, শঙ্কৰদেৱৰ বিষয়ে যিমান ৰচনা লিখা হৈছে আন কোনো মহাপুৰুষ বা ব্যক্তিৰ বিষয়ে অসমীয়া ভাষাত সিমান ৰচনা লিখা হোৱা নাই। কেৱল সেয়ে নহয়, তেওঁৰ গুণমুগ্ধ শিষ্য ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলো বৰ্ণকে সামৰি ব্যাপক হৈ আছে। তেওঁৰ জীৱন-কালত তেওঁ, কৰ্মকাণ্ডক বৃত্তি হিচাপে গ্ৰহণ কৰি অহা পুৰোহিতৰহে বিৰুদ্ধাচৰণৰ সম্মুখীন হৈছিল, সাধাৰণভাবে ব্ৰাহ্মণ সম্প্ৰদায়ৰ বিৰুদ্ধাচৰণৰ সম্মুখীন হোৱা নাছিল। কিন্তু কৃষ্ণৰাম ভট্টাচাৰ্য বিদ্যাবাগীশ নামৰ বংগদেশৰ পৰা কন্নৌজৰ স্বৰ্গদেৱৰ অন্তিম সময়ত মাতি অনা শাক্ত ধৰ্মগুৰুগৰাকীৰ অসমলৈ আগমনৰ পিছত যেতিয়া তেওঁ আৰু তেওঁৰ সতীৰ্থসকলে বৈষ্ণৱ-মতৰ বিৰুদ্ধে বংগদেশৰ শাক্তমত আৰু কৌলিণ্য-প্ৰথাৰ বীজ আনি ৰোপণ কৰিলেহি তাৰ পিছৰ পৰাহে লাহে লাহে সন্ত শঙ্কৰদেৱক 'কায়স্থ' আৰু ব্ৰাহ্মণক শৰণ দিয়াৰ তেওঁৰ যোগ্যতা আৰু নজিৰ এটাও নাছিল এনে ধাৰণাও বিয়পাবলৈ যত্ন কৰা হ'ল। একপ্ৰকাৰ ক'বলৈ গ'লে কৃষ্ণৰাম ভট্টাচাৰ্যৰ আগমনে অসমৰ ধৰ্ম আৰু সামাজিক-সাংস্কৃতিক জীৱনত এটা জলচ্ছেদৰ সৃষ্টি কৰিলেহি। অসমৰ ব্ৰাহ্মণসকলে শঙ্কৰদেৱৰ মহত্বক আন্তৰিকতাৰে শ্ৰদ্ধা আৰু স্বীকাৰ কৰি আছিছে। শঙ্কৰদেৱৰ কুল-পুৰোহিতৰ বংশৰ আৰু শঙ্কৰদেৱতকৈ বয়সত আঠ বছৰৰ জ্যেষ্ঠ ৰামৰাম গুৰুকে মুখ্য কৰি ব্ৰাহ্মণসকলে যেতিয়া শঙ্কৰদেৱৰ জ্ঞান, প্ৰতিভা আৰু মহত্ব হৃদয়ংগম কৰি ক'লে,

"ভক্তি মুক্তি দাতা তুমি বিনে নাহি আন।
চৰণে সেৱিলো প্ৰভু দিয়োক শৰণ।।"

তেতিয়া শঙ্কৰদেৱে উত্তৰ দিলে যে "মই শূদ্ৰ, তোমালোক হ'লা গুৰু ব্ৰাহ্মণ; মই কেনেকৈ শৰণ দিওঁ?" বেজবৰুৱাই এই প্ৰসংগৰ অৱতাৰণা কৰি লিখিছে, "এই উত্তৰ শুনি কন্দলি আদি দ্বিজগণে শঙ্কৰক ক'লে,

তোমাৰ মহিমা জাত হৈলোঁ যেন মত।।
তাক তাৰে কহিবাৰ প্ৰয়োজন নাই।
কৰিয়োক দয়া আৰে আমাক গোসাঁই।।

এই কথা শুনি শঙ্কৰদেৱে হাঁহি নামাতি থাকিল; আৰু তেওঁলোকক শৰণ দিবৰ নিমিত্তে এখন শাস্ত্ৰ ৰচনা কৰিলে। সেই শাস্ত্ৰ ভাগৱতৰ দশম স্কন্ধৰ 'গোপী-উদ্ধৱ-সংবাদ'। "…. ব্ৰাহ্মণসকলক শৰণ দিবৰ নিমিত্তে তেওঁ শাস্ত্ৰ ৰচনা কৰা মানে, প্ৰথমতে তেওঁ শাস্ত্ৰ স্থাপনা কৰি ব্ৰাহ্মণসকলক সেই শাস্ত্ৰৰ সমুখ কৰি তাত শৰণ-লগোৱাই, এই উপায়েৰে হিন্দুৰ শ্ৰুতি-স্মৃতিৰ বিধানৰ সন্মান ৰক্ষা কৰি নিজে প্ৰথমে ব্ৰাহ্মণৰ দীক্ষা-গুৰু হোৱাৰ পৰা হাত সাৰিলে।" অৰ্থাৎ তেওঁ মাধ্যম হৈ ভাগৱতত শৰণ দিয়ালে। সেয়ে হ'লেও ব্ৰাহ্মণসকলে তেওঁক গুৰু মানিলে। দামোদৰদেৱক শৰণ দিবলৈ ৰামৰামগুৰুক শঙ্কৰদেৱে দায়িত্ব দিছিল যদিও দামোদৰদেৱে "তোমাঠৈত বিনে আন গুৰু নমানিবো" বুলি কোৱাত "কৃষ্ণৰ অভয় পদত" দামোদৰদেৱক শৰণ দিলে। দেখা যায় প্ৰথমপৰ্ব্বৰ গুৰুচৰিতসমূহত ব্ৰাহ্মণ-কায়স্থ এনে প্ৰভেদমূলক ভাৱে ক্ৰিয়া কৰাৰ কোনো প্ৰসংগ নাই। সাৰ্বভৌম ভট্টাচাৰ্যই শঙ্কৰদেৱত শৰণ লোৱা প্ৰায় কুৰিজনমান সমকালীন প্ৰসিদ্ধ ব্ৰাহ্মণ শিষ্যৰ লেখ দি গৈছে। দৰাচলতে সন্তসকলৰ কি বৰ্ণ আছে? কোনো যুগতে সন্তসকলক জাত-কুলৰ বিচাৰেৰে বিচাৰ কৰা হোৱা নাছিল। স্বয়ং কৃষ্ণই দেখোন 'যাদৱ'। ব্ৰাহ্মণসকলৰ গায়ত্ৰীমন্ত্ৰৰ স্ৰষ্টা ঋষি আছিল ক্ষত্ৰিয়। শঙ্কৰদেৱৰ ক্ষেত্ৰতো শাক্ত পন্থা এৰি বৈষ্ণৱ পন্থা গ্ৰহণ কৰা ব্ৰাহ্মণসকলে ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক বৈদিক আচাৰ পালন কৰাত শঙ্কৰদেৱেও বাধা দিয়া নাছিল, তেওঁবিলাকেও এবাৰ কথা নুঠিছিল। উপনয়ন লোৱা, গায়ত্ৰীমন্ত্ৰ লোৱাৰ লগত শাক্ত বা বৈষ্ণৱ কোনো পন্থাৰে সম্পৰ্ক নাই। এতেকে ব্ৰাহ্মণ হৈয়ো আৰু হৈ থাকিও শাক্ত পন্থা ত্যাগ কৰি বৈষ্ণৱ পন্থা লোৱাৰ সময়ত বৈষ্ণৱ পন্থাৰ প্ৰতিষ্ঠাতা শঙ্কৰদেৱক বৈষ্ণৱ-পন্থাৰ গুৰু হিচাপে মান্য কৰাতো বাধা নাছিল। আদি পৰ্ব্বৰ চৰিত পুথিসমূহে তাৰ সাক্ষ্য বহন কৰিছে। কেৱল চৰিত পুথিসমূহেই নহয় আমাৰ সত্ৰীয়া পৰম্পৰায়ো তাৰ সাক্ষ্য বহন কৰিছে। সাক্ষ্য বহন কৰিছে ভূষণ দ্বিজ, বৈকুণ্ঠ দ্বিজ, ৰামানন্দ দ্বিজ আদি ব্ৰাহ্মণ চৰিতকাৰসকলে শঙ্কৰদেৱৰ বিষয়ে লিখা চৰিত পুথিসমূহে। শঙ্কৰদেৱ থাকোঁতেই ব্ৰাহ্মণসকলক শৰণ দিওৱাৰ যি দায়িত্ব ৰামৰামগুৰুক দিয়া সত্ত্বেও তেওঁ স্বীকাৰ কৰিবলৈ টান পালে, সেই দায়িত্ব দামোদৰদেৱত অৰ্পিত হ'ল। তাৰদ্বাৰা তেতিয়াই ব্ৰাহ্মণ-শূদ্ৰত মাজত, বৈষ্ণৱ মাৰ্গত বিভাজন সৃষ্টি অৱশ্যেই হোৱা নাছিল। বৰং শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত সংহতি বিভাজন হোৱা সত্ত্বেও দামোদৰদেৱৰ আজ্ঞাপৰ ব্ৰহ্মসংহতিৰ উপৰিও পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ পুৰুষ-সংহতি, মাধৱদেৱৰ আজ্ঞাপৰ নিকা-সংহতি আৰু গোপাল আতাৰ আজ্ঞাপৰ কাল-সংহতিতো ব্ৰাহ্মণ গুৰু আৰু শিষ্যও আছিল আৰু এতিয়াও এই সংহতিসমূহৰ বিভিন্ন সত্ৰত ব্ৰাহ্মণ সত্ৰাধিকাৰ আৰু শিষ্যসকল পুৰুষ-পুৰুষানুক্ৰমে বৰ্তি আছে। ক'তোভো সংঘাত বা দ্বন্দ্ব হোৱা নাই। তেনেদৰে দামোদৰদেৱেও যে কেৱল ব্ৰাহ্মণকে শৰণ দিছিল এনে নহয়, অব্ৰাহ্মণকো দিছিল, আৰু ব্ৰহ্মসংহতিৰ ভিতৰত তেনে সত্ৰও আছে। সংহতি বিভাজন হ'লেও কোনো সংহতিয়েই

প্ৰথম অৱস্থাত শঙ্কৰদেৱৰ অদ্বিতীয়ত্ব কল্পনা কৰাৰো প্ৰশ্ন নাছিল।

বৈষ্ণৱ ধৰ্মত চাৰিবস্তু যাই আধাৰ স্বৰূপে লোৱা হৈছে গুৰু, দেৱ, নাম, ভকত। তাকে কোনো কোনোৱে নাম, দেৱ, গুৰু, ভকত স্বৰূপে লৈছে। নাম কাৰ? "কেৱল কৃষ্ণৰ নাম মাত্ৰ; দেৱ কোন? "দেৱো এক দেৱ দৈৱকীদেৱীৰ সুত"। গুৰু কোন? শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ জানো যেন কল্পতৰু।/তাহান্ত বিনাই নাহি নাহি নাহি আমাৰ পৰ গুৰু"। ভকত কোন? "যাৰ পুত্ৰ সবেঐত হৰিত শৰণ লৈয়া/হৰিগুণ গাৱে শুদ্ধ ভাৱে" — তেওঁলোকেই। শঙ্কৰদেৱৰ বাহিৰেনো অসমত বৈষ্ণৱ মাৰ্গ প্ৰতিষ্ঠাৰ গুৰু কোন থাকিব পাৰে? এতেকে প্ৰথম অৱস্থাত, অৰ্থাৎ শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত সংহতি বিভাজন হোৱাৰ পিছতো শঙ্কৰদেৱৰ শ্ৰেষ্ঠত্ব সকলো সংহতিৰ বাবেই মান্য হৈ আছিল। পিছলৈ প্ৰত্যেক সংহতি নিজৰ সংহতি প্ৰতিষ্ঠাপক গুৰুক স্বাভাৱিকভাবেই মান্যতা দিবলৈ যত্নপৰ হ'ল।

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত (১৬৯৬-১৭১৪) ব্ৰহ্মসংহতিৰ সত্ৰসমূহক বিশেষ মান্যতা প্ৰদান কৰাৰ ফলত (গেইটে তেওঁৰ অসম বুৰঞ্জীতো বিষয়টো উত্থাপন কৰি গৈছে) প্ৰথম এই বিভাজনটো প্ৰকট হৈ পৰে। ৰাজ অনুগ্ৰহ লাভ কৰা সত্ৰকেইখনিৰ সামাজিক প্ৰতিপত্তিও স্বাভাৱিকভাবেই বাঢ়ি আহে। লগতে বাঢ়ি আহে বাকী সংহতিৰ সত্ৰসমূহৰ পৰা পৃথকতা স্থাপনৰ প্ৰৱণতাও। নীলকণ্ঠৰ 'শ্ৰীশ্ৰীদামোদৰ দেৱ চৰিত্ৰ', ৰামৰায়ৰ 'গুৰুলীলা', ৰমানন্দ-প্ৰণীত চৰিত আদিত দামোদৰদেৱৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠাৰ যত্ন এই যুগ-সন্ধিৰ ফল। প্ৰসংগক্ৰমে মনকৰিবলগীয়া যে দৈত্যাৰিকে মুখ্য কৰি প্ৰথম পৰ্বৰ চৰিতকাৰসকলে শ্ৰীশঙ্কৰদেৱৰ ঐশ্বৰিক প্ৰতিভা আৰু মহত্বৰ কথা প্ৰকাশ কৰোঁতে অলৌকিক ঘটনাৰ বিশেষ আশ্ৰয় লোৱা নাই; পিছৰ পৰ্বৰ চৰিতসমূহত অলৌকিক ঘটনাৰ প্ৰসংগ বা ইংগিত অধিক হৈছে আৰু ঐশ্বৰিকত্ব প্ৰকাশ কৰিবলৈ ঐশ্বৰিক সম্পৰ্ক দেখুৱাবৰো যত্ন কৰা হৈছে। গুৰুৰ গৌৰৱ আৰু শ্ৰেষ্ঠত্ব প্ৰতিষ্ঠাৰ বাবে উৎসাহী ভক্ত-লেখকে কৰা যত্নৰ ই স্বাভাৱিক ফল।

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনতে আৰম্ভ হোৱা বংগদেশৰ শাক্ত গোসাঁইৰ আগমন স্বৰ্গদেউ শিৱসিংহৰ দিনত লক্ষ্যত উপনীত হ'লহি, আৰু অসমৰ বৈষ্ণৱ মাৰ্গত নথকা কথাই অন্তৰ্ভুক্তিৰ সুযোগ লাভ কৰিলে। ব্ৰাহ্মণ আৰু শূদ্ৰৰ মাজত বিভাজনৰ ৰেখা তৈয়াৰ কৰি তাক বহল কৰি লোৱা হ'ল; আৰু দৰাচলতে ব্ৰাহ্মণে কায়স্থ শঙ্কৰৰ পৰা ধৰ্ম লোৱাৰ দৰে বিষয় বংগদেশৰ কৌলিণ্যৰ দৃষ্টিৰে অন্যায় অপৰাধ স্বৰূপেই জ্ঞান কৰি অসমৰ সেই উদাৰ ইতিহাসকো খচি-পেলোৱাৰ যত্ন চলিল। দামোদৰদেৱ-হৰিদেৱক শঙ্কৰদেৱৰ পৰা পৃথককৈ দেখুৱাবৰ যত্ন হ'ল; আনকি এই দুগৰাকী গুৰুৱে শঙ্কৰদেৱৰ পৰা ধৰ্মতত্ত্ব নলৈ নাৰদৰ পৰা লোৱাৰ দৰে আখ্যানো ৰচিত হ'ল। সত্ৰীয়া আচাৰ-নীতিতো পৃথকতা স্থাপন কৰিবলৈ পৰিৱৰ্তন সাধন কৰা হ'ল; সেয়ে নহয়, আনকি, কীৰ্তন-দশম-ঘোষা-ৰত্নাৱলীৰ

ঠাইত সংস্কৃত ভাগৱত পুৰাণ ৰখাৰ দিহা হ'ল; অৰ্থাৎ ভাগৱতী বৈষ্ণৱ ধৰ্মও ৰখা হ'ল আৰু শঙ্কৰদেৱৰ প্ৰভাৱো গুচাবৰ দিহা হ'ল। ইমানতে এই প্ৰৱণতা ৰুদ্ধ নহ'ল; বৰং 'চৈতন্য-নিৰ্ণয়', 'সন্ত-চৰিত', 'সৎসম্প্ৰদায়ৰ' কথাৰ দৰে নতুন চৰিত লিখি শঙ্কৰ-মাধৱক দূৰতে বিদূৰ কৰি চৈতন্যদেৱকহে দামোদৰদেৱ-হৰিদেৱৰে নহয় শঙ্কৰদেৱৰো গুৰুৰূপে স্থাপন কৰাৰ যত্ন চলিল। এই প্ৰৱণতা সম্প্ৰতি ন-কৈ বাঢ়িছে; আৰু হৰিদেৱক শঙ্কৰদেৱতকৈ জ্যেষ্ঠ, শ্ৰেষ্ঠ আৰু শঙ্কৰদেৱৰো গুৰু স্বৰূপে প্ৰতিষ্ঠা কৰাৰ বাবে পুৰণি ভাষাত অখ্যাত লেখকৰ নামেৰে ন-কৈ কেইবাখনো চৰিতপুথি লিখি উলিওৱা হৈছে। এই 'গ্লানিকৰ চৰিত' সমূহে আমাৰ বিস্তৰ ক্ষতি সাধন কৰিছে আৰু কৰিব। এনে গ্লানিকৰ জাল পুথিয়ে ব্ৰাহ্মণ-অব্ৰাহ্মণৰ মাজত ভেদ-ভাব বিয়পালে; শঙ্কৰদেৱ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্ম-মাৰ্গত বংগৰ পৰা অনা দীক্ষা আৰু অন্যান্য নীতি অন্তৰ্ভুক্ত কৰিলে; বঙলুৱা গীত-মাতৰ সুৰ, আনকি ভাবনাৰ নাটত বঙলুৱা শব্দ আৰু প্ৰকাশভংগী সুমালে; আৰু আমাৰ ধৰ্মীয় সামাজিক জীৱনত নিন্দা-বাদ-অপবাদৰো জন্ম দিলে। অষ্টাদশ শকিতাত ঘটা আটাইতকৈ দুৰ্ভাগ্যজনক ঘটনাটো হ'ল শঙ্কৰদেৱ-মাধৱদেৱ-গোপালদেৱৰ পৰা দামোদৰদেৱ-হৰিদেৱক পৃথক কৰি, সত্ৰসমূহৰ মাজতো ব্ৰাহ্মণীয়া-অব্ৰাহ্মণীয়াৰ ভাব সুমুৱাই দিয়া আৰু এটা শঙ্কৰদেৱ বিৰোধী ধাৰণা জন্ম দিয়া। অষ্টাদশ শতিকাত ব্ৰহ্মসংহতিত সোমোৱা এই নতুন ভাবনা-ধাৰণাৰ অবাঞ্ছনীয়তা আউনীআটী সত্ৰৰ শ্ৰীদত্তদেৱ গোস্বামী অধিকাৰে অনুভৱ কৰিছিল বুলি ভাবিবৰ থল আছে। ইতিপূৰ্বে এই সত্ৰতো সোমোৱা নতুন নীতি-নিয়ম ক্ৰমাৎ পৰম্পৰাস্বৰূপে মান্য হ'লেও, এই গৰাকী সত্ৰাধিকাৰেই শ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ পুথি প্ৰথম 'ধৰ্ম প্ৰকাশযন্ত্ৰ'ত ছপাই উলিয়ালে। ই এটি ডাঙৰ পদক্ষেপ। বিংশ শতিকাৰ আগভাগতে বেজবৰুৱা শঙ্কৰ-মাধৱৰ প্ৰতিভা আৰু মহত্ব প্ৰতিষ্ঠাৰ বাবে ওলাই আহিল; তেতিয়াও ব্ৰহ্মসংহতিৰ অনেক সত্ৰ আৰু শিষ্যৰ শঙ্কৰদেৱ-সম্পৰ্কে কেনে ধাৰণা আছিল তাৰ প্ৰকাশ 'অসম প্ৰদীপিকা'ৰ মাজেদি প্ৰকাশিত হৈছিল। তাৰ উত্তৰত বেজবৰুৱাৰ ঐতিহাসিক তথ্য, তত্ত্ব আৰু যুক্তি নিৰ্ভৰ অকাট্য প্ৰবন্ধাৱলী আৰু 'ভৱানন্দ পাঠক' এই ছদ্মনামত লিখা বাণীকান্ত কাকতিৰ শানিত ভাষাৰ ৰচনাসমূহে শঙ্কৰদেৱ-মাধৱদেৱৰ যথাৰ্থ স্থান ন-কৈ দাঙি ধৰিলে। আনহাতে ব্ৰহ্ম-সংহতিৰ সত্ৰৰ মনোভাবৰ বিৰুদ্ধ ভাব এটিও গঢ় লৈ উঠিবলৈ ধৰিলে। আনকি বৈদিক আচাৰৰ বিৰুদ্ধ-ভাবৰো জাগৰণ ঘটিল।

অসমৰ বৈষ্ণৱ মাৰ্গৰ চাৰিওটি সংহতিৰ সত্ৰত মূৰ্তি নাছিল; আছিল কেৱল ভাগৱত। ৰাজ-পৃষ্ঠপোষকতা পোৱা আৰু বংগীয় আদৰ্শ সোমোৱা সত্ৰত আনুষ্ঠানিকভাৱে কৃষ্ণৰ মূৰ্তি প্ৰতিষ্ঠিত হ'ল 'মহাপ্ৰভু' নামত। এই 'মহাপ্ৰভু' শব্দটিও বংগদেশৰ পৰা আহি ন-কৈ সোমোৱা শব্দ। শঙ্কৰদেৱে 'অব্যক্ত ঈশ্বৰ হৰি'ক নামৰ মাজেদি পোৱাৰ পথ নিৰ্দেশ কৰিলেও বিষ্ণুমূৰ্তিক অসম্মান কৰা নাই, অথচ উপাসনাৰ বাবে গ্ৰহণো কৰা নাই।

অৱশ্যেই তেওঁ মূৰ্তিৰ পৰিবতে যে নাম হে শ্ৰেষ্ঠ সেই কথা প্ৰতিপন্ন কৰি গৈছে। ৰাজ অনুগ্ৰহ লাভ কৰা সত্ৰসমূহত কৃষ্ণৰ মূৰ্তি প্ৰতিষ্ঠাৰ পিছত অন্যান্য সত্ৰসমূহেও কৃষ্ণ বা বিষ্ণু মূৰ্তি নিজৰ নিজৰ সত্ৰত স্থাপন কৰি ল'বলৈ ধৰিলে। কাল-সংহতিৰ সত্ৰসমূহে কিন্তু মূৰ্তি নুসুমালে।

বিংশ শতিকাৰ চতুৰ্থ দশকমানৰ পৰা দেখা যায় শঙ্কৰ-বিৰোধৰ প্ৰতিক্ৰিয়া স্বৰূপে ব্ৰাহ্মণ্য আচাৰ-নীতিৰ বিৰুদ্ধে আৰু মূৰ্তিৰ বিৰুদ্ধে এটা আন্দোলন আৰম্ভ হ'বলৈ ধৰিলে। ইয়াৰ মাজত এহাতে ব্ৰাহ্মণ-বিৰোধ আৰু আনহাতে সত্ৰ-বিৰোধৰ (সকলো সংহতিৰ সত্ৰক সামৰি) ভাব পৰিস্ফুট হ'বলৈ ধৰিলে। ইয়াৰ মাজত দুই ধৰণৰ যত্ন পৰিলক্ষিত হ'বলৈ ধৰিলে — ব্ৰাহ্মণসকলক শঙ্কৰদেৱৰপৰা আঁতৰাই দিয়াৰ অবাঞ্ছনীয় যত্ন আৰু সত্ৰসমূহৰ বান্ধোনৰ পৰা আঁতৰি নিজৰ অস্তিত্ব প্ৰতিপন্ন কৰিবৰ বাবে উদ্যোগ লোৱাৰ যত্ন। অনেকৰ ভ্ৰান্ত ধাৰণা হ'বলৈ ধৰিলে যে শঙ্কৰদেৱ অব্ৰাহ্মণৰহে গুৰু, এতেকে ব্ৰাহ্মণসকলৰ লগত কোনো সম্পৰ্ক নাই। আনহাতে অব্ৰাহ্মণসকলৰ ধাৰণা হ'বলৈ ধৰিলে — ব্ৰাহ্মণসকল শঙ্কৰ-বিৰোধী। দুয়োটা ধাৰণাই ভ্ৰান্ত আৰু ভিত্তিহীন।

বেজবৰুৱাৰ ৰচনাই ইতিপূৰ্বে অসমৰ বৈষ্ণৱ ধৰ্ম-মাৰ্গৰ যি ঐতিহাসিক আৰু বিদ্যায়তনিক বিশ্লেষণ তথা সামাজিক বিশ্লেষণ দাঙি ধৰিলে, সেই বিশ্লেষণে ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে স্বচ্ছ বিদ্যায়তনিক দৃষ্টিভংগী আহৰণ কৰাসকলক প্ৰকৃত সত্যৰ প্ৰতি আকৰ্ষণ কৰিলে। পঞ্চাছৰ দশকত মহেশ্বৰ নেওগৰ 'শঙ্কৰদেৱ আৰু তেওঁৰ সময়' শীৰ্ষক আৰু সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমৰ সত্ৰানুষ্ঠান' শীৰ্ষক গৱেষণা কৰ্মই শঙ্কৰদেৱ তথা অসমৰ বৈষ্ণৱ ধৰ্ম-মাৰ্গৰ অধ্যয়নৰ বিদ্যায়তনিক পথ প্ৰশস্ত কৰি তুলিলে। যোৱা তিনিটা দশকত শঙ্কৰদেৱৰ জীৱন, কৃতি, প্ৰতিভা, তেওঁৰ বিশাল ব্যক্তিত্ব বহুমুখী বৰঙনি আৰু ঐতিহাসিক ভূমিকা সম্পৰ্কে ন-ন অধ্যয়ন হৈছে। তাৰ মাজত কেতিয়াবা যে শঙ্কৰদেৱতকৈ চৈতন্যদেৱ আৰু দামোদৰদেৱ-হৰিদেৱত শ্ৰেষ্ঠত্ব আৰু পৃথকতা দেখুৱাব খোজা দুই-এক যত্ন হোৱা নাই; এনে নহয়। কিন্তু এইটো ঐতিহাসিকভাৱেই প্ৰমাণিত হৈ গৈছে যে শঙ্কৰদেৱতকৈ বয়সত সৰু চৈতন্যদেৱক শঙ্কৰদেৱে লগপোৱা বুলি শঙ্কৰ-পৰৱৰ্তী কালত, অৰ্থাৎ অষ্টাদশ শতিকাত লিখা কথাৰ কোনো ঐতিহাসিক সত্যতা নাই। বংগৰ পণ্ডিত মণ্ডলীয়েও সেই কথা এতিয়া স্বীকাৰ কৰি লৈছে। ৰবীন্দ্ৰকুমাৰ দাসগুপ্তই তেওঁৰ ৰচনাত আৰু অনুৰাধা বন্দ্যোপাধ্যায়ে এওঁৰ গৱেষণা গ্ৰন্থত এই বিতৰ্কৰ মোখনি মাৰি থৈছে। আমাৰ সকলোতো পদে-পুথিয়ে প্ৰমাণ কৰিছে। আনহাতে শঙ্কৰদেৱ-মাধৱদেৱৰ লগত যে দামোদৰদেৱ-হৰিদেৱৰ মতৰ পাৰ্থক্য নাছিল সেই বিষয়েও ঐতিহাসিক তথ্য-পাতিয়ে প্ৰমাণ কৰিছে। বৰং শঙ্কৰদেৱৰ বৈষ্ণৱ পন্থাৰ এই সকল সন্ত আছিল অনুগামী, এই ঐতিহাসিক সত্যৰ স্বীকৃতিয়ে দামোদৰদেৱক সৰু নকৰে, হৰিদেৱকো সৰু নকৰে। যি বিভাজনৰ ভাব এই সকল সন্তৰ মনে-ঘৰেও নাছিল, সেই

ভাব পৰৱৰ্তী কালৰহে যে সৃষ্টি সেই কথা আজি প্ৰতিপাদিত হৈছে। মনত ৰাখিব লাগিব অষ্টাদশ শতিকাত ৰচনা কৰা চৰিতপুথি সমূহতহে বিভাজনৰ ভাব স্থাপন কৰা দেখা যায়। তাৰ আগতে নহয়। তদুপৰি, সন্ত হিচাপে, ধৰ্মগুৰু হিচাপে কোনোগৰাকী গুৰুৰে গভীৰ বোধ, জ্ঞান আৰু শিকনিক সৰু-ডাঙৰ কৰি চোৱা উচিত হ'ব নোৱাৰে। সন্তসকলৰ ক্ষেত্ৰত দেখা যায় যেতিয়া বোধৰ শীৰ্ষবিন্দু তেওঁবিলাকে লাভ কৰে, তেতিয়া জাত-কুল, ধৰ্ম, ভাষা, সম্প্ৰদায়ৰ কোনো বিভাজনে তেওঁবিলাকক স্পৰ্শ কৰিব নোৱাৰে। শঙ্কৰদেৱ-মাধৱদেৱ-গোপাল আতা-দামোদৰদেৱ-হৰিদেৱ — এই বিচাৰত এক আৰু অভিন্ন। ভিন-পৰ কৰিছোঁ আমি — আমাৰ সংকীৰ্ণ দৃষ্টি আৰু আমাৰ অজ্ঞতাৰে। অৱশ্যে আগতেই এই ভিন্নতাৰ ভাব আৰু সংকীৰ্ণতা সোমোৱাৰ ঐতিহাসিক কাৰণবোৰৰ প্ৰতি আঙুলি নিৰ্দেশ কৰি অহা হৈছে। তদুপৰি, এই কথাষাৰ আমি পাহৰি যাব নালাগিব যে বিশাল শঙ্কৰ-প্ৰতিভাৰ লগত বাকী গুৰুসকলৰ তুলনা কৰিবলৈ যোৱাটো অন্যায় হ'ব। শঙ্কৰদেৱতকৈ বাকীসকল গুৰুক ডাঙৰ কৰি দেখুৱাব খুজিলে, শঙ্কৰদেৱৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ একো হানি নহ'ব, বাকী গুৰুসকলকহে 'সৰু' কৰা হ'ব। সেই কাম এই গুৰুসকলক শ্ৰদ্ধা কৰা আৰু ভালপোৱা প্ৰকৃত শিষ্য বা ভক্তই কেতিয়াও কৰা উচিত নহয়। দৰাচলতে যোৱা পাঁচশ পঁধাছ বছৰৰ ভিতৰত শঙ্কৰদেৱৰ প্ৰতিভাৰ তুল্য প্ৰতিভাৰ জন্ম অসমততো হোৱাই নাই, ভাৰততো হোৱা নাই। ভাৰতবৰ্ষৰে নহয়, বিশ্বৰ ধৰ্মগুৰুসকলক চকুৰ আগত ৰাখি যদি চোৱা হয়, একেজন ধৰ্মগুৰুৰ মাজত শাস্ত্ৰজ্ঞ পণ্ডিত, তত্বজ্ঞ দাৰ্শনিক, অতুলনীয় প্ৰতিভাৰ কবি, গীতিকাৰ-সুৰকাৰ-গায়ক, বাদ্যকাৰ-তালকাৰ বায়ন, নৃত্যবিদ-নৃত্যকাৰ-নৰ্তক, অভিনয় তত্বজ্ঞ-নাট্যকাৰ-অভিনেতা, চিত্ৰবিদ্যাবিদ-চিত্ৰকৰ, ধৰ্ম-প্ৰচাৰক তীৰ্থপৰ্যটক-সমাজসংগঠক — এই আটাইবোৰ বৈশিষ্ট্যৰ সমাহাৰ ক'ৰবাত পোৱা হ'বনে? নৈব-নৈব চ। ক'তো নাপায়। আমি যাক লৈ গৌৰৱ কৰিব লাগে, তেওঁক লৈ বিতৰ্ক কৰিছোঁ — কোনোবাই তেওঁক 'ডাঙৰ' কৰিব খুজিছোঁ; কোনোবাই 'সৰু' কৰিব খুজিছোঁ। শঙ্কৰদেৱক কোনেও ডাঙৰ কৰিবলৈ যত্ন কৰিব নালাগে। সূৰ্যক পোহৰ দিবলৈ যোৱা আৰু শঙ্কৰদেৱক ডাঙৰ কৰিব খোজা একে ধৰণৰ মূৰ্খামি। শঙ্কৰদেৱক কোনেও সৰুও কৰিব নোৱাৰে। তেওঁক কোনজনতকৈ সৰু কৰিব? কি ক্ষেত্ৰত সৰু কৰিব? সৰু কৰিব খোজাটো মূৰ্খামি। শঙ্কৰদেৱ শঙ্কৰদেৱেই। তেওঁ অসমৰ বৈষ্ণৱ ধৰ্মৰ আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আকাশৰ সৌৰমণ্ডলৰ সূৰ্য।

এই সূৰ্য-প্ৰতিম মহাপুৰুষগৰাকীক আমি বিশ্বত প্ৰতিষ্ঠা কৰাৰ কথা দূৰতে থাকক, ভাৰততে প্ৰতিষ্ঠা দিব পৰা নাই। ফলস্বৰূপে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু জাতিয়েও নিজৰ পৰিচয় প্ৰতিষ্ঠা কৰিব পৰা নাই। আমি অসমৰ বাকী সন্ত-মহন্ত কোনগৰাকীৰ পৰিচয় প্ৰতিষ্ঠাৰ যোগেদি অসমীয়া জাতিৰ পৰিচয় প্ৰতিষ্ঠা কৰিব পাৰিম?

পাৰিমনে শঙ্কৰদেৱক বাদ দি আন দ্বিতীয় এজনৰ যোগেদি? কিন্তু আমি আমাৰ মাজত নানা পন্থা তৈয়াৰ কৰি নিজৰ অস্তিত্ব নাশৰ বাট মুকলি কৰিবলৈ যত্ন কৰিছোঁ। মনত ৰাখিব লাগিব — শঙ্কৰদেৱ ব্ৰাহ্মণো নহয়; শূদ্ৰও নহয়; তেওঁ সকলো জাত-বিচাৰৰ উৰ্ধৰ মহা প্ৰতিভাধৰ সন্ত; মনত ৰাখিব লাগিব — শঙ্কৰদেৱ ব্যক্তিও নহয় — তেওঁ নিজেই এক অতুলনীয় প্ৰতিভা — এক ভাব-শক্তি, স্পিৰিট। এই ভাব-শক্তিয়েই অসমীয়া জাতিৰ জীৱনধাৰী শক্তি — সঞ্জীৱনী শক্তি।

যি সকল তথাকথিত শঙ্কৰদেৱ-পন্থীয়ে সাধাৰণীকৰণ কৰি ব্ৰাহ্মণক নিন্দা কৰে, তেওঁ বিলাকেও শঙ্কৰদেৱৰ বিৰুদ্ধে কাম কৰিছে। শঙ্কৰদেৱে ক'তো ব্ৰাহ্মণক নিন্দা কৰা নাই; ক'তো বৈদিক তত্ত্ব-তথ্য জ্ঞানৰ বিৰুদ্ধাচৰণ কৰা নাই; তেওঁ বিৰুদ্ধাচৰণ কৰিছে কৰ্মকাণ্ডৰ। এই কৰ্মকাণ্ডই কিন্তু বিয়াৰ হোম আৰু পিতৃ-মাতৃৰ শ্ৰাদ্ধকে নিৰ্দেশ কৰিছে বুলি ধৰি ল'লে শুদ্ধ নহ'ব। কৰ্মকাণ্ড তাতকৈ ডাঙৰ বিষয়। ই নিজেই এটা ধৰ্মমাৰ্গ। শঙ্কৰদেৱে সেই মাৰ্গ ত্যাগ কৰিবৰ বাবে আৰু ভক্তি-মাৰ্গ গ্ৰহণৰ বাবে আহ্বান জনাইছে। সামাজিক-সাংস্কৃতিক পৰম্পৰা স্বৰূপে চলি অহা 'বিহু'ৰ দৰে অনুষ্ঠানকো তেওঁ বৰং সুৰুচিসম্মত কৰি লোৱাৰ পক্ষে আছিল। তেওঁৰ ধৰ্মৰ ঘাই শিক্ষাটো আছিল — সকলোৱে সমানে ("চণ্ডালে কৰিছে হৰি কীৰ্তন" ইত্যাদি পদ দ্ৰষ্টব্য) যাতে ধৰ্ম-সাধনত অংশ ল'ব পাৰে তাৰবাবে নিজক আৰু সমাজকো প্ৰস্তুত কৰি লোৱাৰ বাবে যত্ন কৰা। কোনোবাই যদি ভক্তিধৰ্মৰ মাজেদি ঘাই লক্ষ্যত মানসিকভাৱে উপনীত হ'ব পাৰে, তেওঁৰ বাবে বৈদিক আচাৰো আপোনা-আপুনি অপ্ৰয়োজনীয় বিবেচিত হ'ব। কাৰণ, তেওঁ যেতিয়া সৃষ্টি-স্থিতি-লয়ৰ 'ঘাই কাৰণ' নিজে উপলব্ধি কৰিব, তেওঁ বিভিন্ন কৰ্মকাণ্ডৰ অসাৰত্ব আপোনা-আপুনি অনুভৱ কৰিব। যেতিয়ালৈকে "বিষয়ত বিৰুক্তি" নহয়, তেতিয়ালৈকে মানুহে পালনীয় নীতি-নিয়মক ধৰ্মৰ অংগ বুলি ভাবি থাকিব। মানুহক হঠাৎ তাৰ পৰা আঁতৰাই অনা সম্ভৱ নহয়। তাৰ বাবে পৰ্যায় অনুসৰি আগবাঢ়ি যোৱাৰ পথ-নিৰ্দেশ কৰিব পৰাটোহে ঘাই কথা।

সামাজিক ইতিহাসৰ যুগ-সন্ধিত সদায় সমস্যা সৃষ্টি কৰি আহিছে সংকীৰ্ণ দৃষ্টিভংগীৰ অত্যুৎসাহীসকলে। তেওঁবিলাকে কোনো বিষয়ৰ সপক্ষেই কওক বা বিপক্ষেই কওক, তেওঁবিলাকৰ কথাই বাকীসকলক অসন্তুষ্ট কৰে আৰু তেওঁবিলাকৰ নিজৰ কাষৰ পৰাই দূৰলৈ ঠেলি দিয়ে।

শঙ্কৰদেৱ ব্ৰাহ্মণো নহয়, শূদ্ৰও নহয়; তেওঁ এক মহাপ্ৰতিভাসম্পন্ন সন্ত। এয়েই তেওঁৰ পৰিচয়। তেওঁ সেইবাবে ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলোৰে। তেওঁৰ পৰিচয়েৰেই অসমীয়া জাতিয়ে বাহিৰত আত্ম-পৰিচয় দিয়াৰ বাহিৰে পৰিচয় দিব পৰা আন কোনো আধাৰ ব্যক্তিত্ব নাই। কিন্তু আমি সেই পৰিচয় প্ৰতিষ্ঠা কৰিব পাৰিছোঁনে? ৰবীন্দ্ৰকুমাৰ দাসগুপ্তই আঙুলিয়াই দি কৈছে যে ১৯২০ খ্ৰীষ্টাব্দত প্ৰকাশিত ফাৰ্কুহাৰৰ An outline

of the Religious Literature of Indiaত, ১৯২১ খ্ৰীষ্টাব্দত প্ৰকাশিত কাৰ্পেণ্টাৰৰ Theism in Medieval Indiaত, ১৯৩৫ খ্ৰীষ্টাব্দত লণ্ডনৰ পৰা প্ৰকাশিত ক্ষিতিমোহন সেনৰ Medieval Myslicism of Indiaত, পেংগুইনে ১৯৭১ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা Penguin Anthology of Indian Literatureত — এই আটাইবিলাকৰ ক'তো শঙ্কৰদেৱ বা অসমৰ বৈষ্ণৱ ধৰ্ম বা সাহিত্য সম্পৰ্কে এটা শব্দও নাই। মেল্‌ভিল্ টি. কেন্নেডিৰ দৰে যদি কোনোবাই ক'ৰবাত নাম লৈছেও তেওঁক চৈতন্যদেৱৰ অনুগামী স্বৰূপে উল্লেখ কৰি থৈ গৈছে। এতেকে, পিতৃ-মাতৃৰ শ্ৰাদ্ধ কৰিবনে নকৰে, চুলি খুড়াবনে নুখুড়ায়, হোম কৰি কৰা বিয়া খাবলৈ যাবনে নাযায়, দুৰ্গাপূজাৰ কেইদিন বাহিৰলৈ ওলাবনে নোলায় — এই বিতৰ্কলৈ শঙ্কৰদেৱক টানি নিব খোজে। শঙ্কৰদেৱক তেনে স্তৰলৈ যেন কোনেও নাটানে। এনে বিতৰ্কৰ পৰিবৰ্তে শঙ্কৰদেৱৰ ধৰ্ম আৰু দৰ্শন, তেওঁৰ কৃতি আৰু কৃতিত্ব, সৰ্বভাৰতীয় পটভূমিত শঙ্কৰদেৱৰ স্থান, সংগীত জগতলৈ তেওঁৰ অৱদান, নৃত্য আৰু অভিনয় জগতলৈ তেওঁৰ দান, শঙ্কৰদেৱৰ কবি প্ৰতিভা, সংস্কাৰক আৰু সংগঠক স্বৰূপে শঙ্কৰদেৱৰ কৃতি আদি বিষয়সমূহ তথ্যপূৰ্ণভাৱে ইংৰাজী আৰু হিন্দী ভাষাত দাঙি ধৰিবৰ বাবে উপযুক্ত লোক বাছি উলিয়াব লাগিব। অসমীয়া ভাষাত প্ৰয়োজন হৈছে শংকৰী আৰু অনাশংকৰী সম্পৰ্কে থকা মত আৰু মত-ভেদ অসমৰ ৰাজনৈতিক-সাংস্কৃতিক আৰু সামাজিক পটভূমিত থৈ নিৰপেক্ষ ভাৱে বিচাৰ-বিশ্লেষণ কৰি দেখুওৱা গ্ৰন্থৰ, যাতে শঙ্কৰদেৱবিষয়ক আৰু অসমৰ ধৰ্মৰ ইতিহাস-সম্পৰ্কীয় বাদ-বিতণ্ডাৰ চিৰদিনৰ বাবে ওৰ পৰে। নিৰপেক্ষ, বিদ্যায়তনিক আৰু ঐতিহাসিক বিচাৰে শংকা, সন্দেহ, ভ্ৰান্তি, বিৰোধ সকলোৰে ওৰ পেলাব। কাৰণ, শঙ্কৰদেৱক ভালেই পাওক বা বেয়াই পাওক, অসমৰ জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায়-নিৰ্বিশেষে সকলোটিয়ে শঙ্কৰদেৱ-প্ৰবৰ্তিত-সাংস্কৃতিক পৰিমণ্ডলতে জন্মগ্ৰহণ কৰিছে আৰু ডাঙৰ-দীঘল হৈছে। শঙ্কৰদেৱে অসমৰ মানুহক দি গ'ল জীৱন-যাত্ৰাৰ এটা পদ্ধতি। এই জীৱন-যাত্ৰাৰ পদ্ধতিৰ বৃত্তটোৰ মাজতে ব্ৰাহ্মণ-অব্ৰাহ্মণ, হিন্দু-মুছলমান-খ্ৰীষ্টিয়ান-শিখ-বৌদ্ধ সকলোটি আছে। শঙ্কৰদেৱ অসমৰ মানুহৰ মাজত এনেভাৱে পৰিব্যাপ্ত হৈ আছে যে কোনোবাই তেওঁক নামানো বুলিলেও তেওঁ শঙ্কৰদেৱৰ মাজতে আছে আৰু শঙ্কৰদেৱো তেওঁৰ মাজত আছে। এই সত্যটো বুজি পালেই আমাৰ সকলোৰে বাবে মংগল। □

# শ্ৰীমন্ত শঙ্কৰদেৱ-চৰিত্ৰ ঃ এটি ৰূপৰেখা

## আৰম্ভণ

পঞ্চদশ-ষোড়শ শতিকাত ভাৰতবৰ্ষত যি সকল সন্তই নৱ-বৈষ্ণৱ আন্দোলনৰ জাগৰণ ঘটালে সেই সকলৰ ভিতৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ হ'ল উজ্জ্বলতম ব্যক্তিত্ব আৰু প্ৰতিভাৰ অধিকাৰী সন্ত। উজ্জ্বলতম এই বাবে যে তেওঁ কেৱল এগৰাকী ধৰ্মপ্ৰচাৰক বা তত্ত্বজ্ঞ পণ্ডিতেই নাছিল, তেওঁ আছিল এগৰাকী নৱোন্মেষশালিনী প্ৰতিভাৰ অধিকাৰী কবি, এগৰাকী গীতিকাৰ, সুৰকাৰ আৰু গায়ক, এগৰাকী নাট্যকাৰ, নাট্যকলা বিশাৰদ অভিনেতা, প্ৰযোজক আৰু পৰিচালক, এগৰাকী নৃত্যবিদ, নৃত্য-ৰচক আৰু নৰ্তক, এগৰাকী চিত্ৰকৰ, এগৰাকী ভাস্কৰ আৰু স্থপতি, এগৰাকী বাদ্যবিদ, তাল-ৰচক আৰু বাদ্যযন্ত্ৰী, এগৰাকী সমাজ-সংগঠক আৰু এগৰাকী সমাজ-সংস্কাৰক। একেজন ব্যক্তিৰ মাজত ইমানবিলাক গুণৰ সমাহাৰ ঘটাটোৱেই এক বিৰল ঘটনা। সেইবাবে তেওঁৰ প্ৰিয় শিষ্য অন্যতম সন্ত মাধৱদেৱে শ্ৰীমন্ত শঙ্কৰদেৱক 'সৰ্বগুণাকৰ' বুলি দিয়া অভিধাটি যথাৰ্থতে আটাইতকৈ অধিক উপযুক্ত অভিধা।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ এই অসাধাৰণ, মহৎ প্ৰতিভাৰ প্ৰতি লক্ষ্য কৰি বিংশ শতিকাৰ ভাৰতৰ এগৰাকী প্ৰাচ্যতত্ত্ববিদ পণ্ডিত ড° বাসুদেৱ শৰণ অগ্ৰৱালে কৈছে, "কবি আৰু স্ৰষ্টা অনেক আছে, অনেক আছে সন্ত আৰু ধৰ্মগুৰু; সংগীত-বিশাৰদ আৰু ধৰ্ম-প্ৰচাৰকো অনেক আছে। কিন্তু শঙ্কৰদেৱ হ'ল এনে এক মহৎ প্ৰতিভা যাৰ অকলশৰীয়া ব্যক্তিত্বৰ মাজত এই সকলো গুণৰ সমাহাৰ হৈছিল।"

বিংশ শতিকাৰে আন এগৰাকী সু-প্ৰসিদ্ধ পণ্ডিত ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে কৈছে, "ভাৰতবৰ্ষই জন্ম দিয়া সৰ্বশ্ৰেষ্ঠ ধৰ্মগুৰুসকলৰ ভিতৰত প্ৰশ্নাতীত ভাৱে শঙ্কৰদেৱো এজন; আৰু শঙ্কৰাচাৰ্য, ৰমানুজাচাৰ্য, বাসাভান্না, ৰামানন্দ, কবীৰ, চৈতন্য, মীৰাবাঈ, গুৰু নানক আৰু তুলসীদাসৰ লগত তেওঁৰ নাম একেলগে উল্লেখনীয়।"

কিন্তু, অতুলনীয় প্ৰতিভা আৰু মহত্ত্বৰ অধিকাৰী এইগৰাকী মহাপুৰুষৰ "গীত আৰু কবিত্বগুণ'ৰ খ্যাতি বহু দূৰলৈ তেওঁৰ জীৱদ্দশাতে বিয়পি গ'লেও কালক্ৰমত অসমৰ চাৰিসীমাৰ মাজতে যেন আবদ্ধ হৈ ৰ'ল। ভাৰতৰ বিভিন্ন ঠাইৰ পণ্ডিত আৰু

কলাকাৰসকলৰ যি সকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে জানিছে, প্ৰত্যেকেই তেওঁৰ অসাধাৰণ প্ৰতিভা আৰু মহত্বৰ কথা উপলব্ধি কৰিছে আৰু শ্ৰদ্ধাৰে তেওঁৰ বিষয়ে উচ্চ মত পোষণ কৰিছে। কিন্তু, তথাপি, শঙ্কৰাচাৰ্য বা ৰামানুজাচাৰ্যক, গুৰু নানক বা মীৰাবাঈ, কবীৰক বা তুলসীদাসক, চৈতন্যদেৱক বা ৰামানন্দক যি দৰে সাধাৰণ ভাৰতীয় মানুহেও জানে, শ্ৰীমন্ত শঙ্কৰদেৱক তেনেভাৱে এতিয়াও জনা নাই। ইয়াৰ অনেক ঐতিহাসিক কাৰণ থাকিব পাৰে। প্ৰথম কথা, শ্ৰীমন্ত শঙ্কৰদেৱৰ সময়ত অসম-কামৰূপ-বেহাৰ এই তিনিওখন ৰাজ্যই আছিল ৰাজনৈতিক ভাৰতৰ বাহিৰত; দ্বিতীয়তে, বাট-পথৰ দুৰ্গমতায়ো যোগাযোগ কৰি ৰাখিছিল বহু পৰিমাণে বিচ্ছিন্ন, ফলত পূবৰপৰা পশ্চিমলৈ সাংস্কৃতিক প্ৰবাহ বোৱাৰ পৰিবৰ্তে পশ্চিমৰপৰা পূবলৈ বৈ অহাটোহে সহজ আছিল; তৃতীয়তে শ্ৰীমন্ত শঙ্কৰদেৱে পশ্চিমৰ কোনো বিশেষ গুৰুৰ শিষ্যত্ব গ্ৰহণ নকৰাকৈ নিজেই নিজৰ মাৰ্গ প্ৰতিষ্ঠা কৰি লোৱাৰ ফলত তেওঁৰ তিৰোভাৱৰ পিছত পশ্চিমৰ লগত স্বাভাৱিকতে কোনো যোগাযোগ নাথাকিল। ফলত, সাধাৰণ গৰিষ্ঠ সংখ্যক ভাৰতীয় মানুহে পুৰাণৰ সদাশিৱ শঙ্কৰৰ নাম জানিলেও আৰু অদ্বৈতবাদৰ প্ৰতিষ্ঠাতা শঙ্কৰাচাৰ্যৰ নাম জানিলেও শঙ্কৰদেৱৰ নাম নাজানে। সৰহ সংখ্যক ভাৰতীয় মানুহে নাজানে যে শ্ৰীমন্ত শঙ্কৰদেৱ নামৰ এই গৰাকী মহাপুৰুষ আছিল মধ্যযুগৰ ভাৰতীয় সন্তসকলৰ ভিতৰৰ উজ্জ্বলতম নক্ষত্ৰস্বৰূপ। এই কথাও হয়তো নাজানে যে পঞ্চদশ শতিকাৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহে এইগৰাকী মহাপুৰুষ সন্তক স্বয়ং ঈশ্বৰৰ অৱতাৰ স্বৰূপে মান্য কৰি আহিছে। মহাপুৰুষ মাধৱদেৱে গুৰু-ভটিমাত লিখিছে ঃ

ত্ৰিভুৱন বন্ধন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।।

শ্ৰীমন্ত শঙ্কৰদেৱে অসমৰ মানুহৰ বাহিৰে-ভিতৰে যি জাগৰণ ঘটাই থৈ গ'ল, সি অতুলনীয়। অৱশ্যেই তেওঁ ক'তো 'অসম' আৰু 'অসমীয়া' শব্দ প্ৰয়োগ কৰা নাই; বৰং তেওঁ সমগ্ৰ ৰচনাৱলীত ছয়চল্লিছবাৰ নাম লৈছে ভাৰতবৰ্ষ; আৰু য'তেই মানুহক সম্বোধন কৰিবলগীয়া হৈছে ত'তেই 'ওবা নৰলোক', 'সমজ্যাৰ লোক', 'সামাজিক লোক' বুলি নিৰ্বিশেষ মানুহক সম্বোধন কৰিছে।

তেওঁৰ সময়ত ব্ৰহ্মপুত্ৰ উপত্যকা তিনিখন দেশত বিভক্ত আছিল ঃ অসম, কামৰূপ আৰু বেহাৰ। এই তিনিও ৰাজ্যৰ মানুহক তেওঁ দান কৰিলে ভাগৱতী বৈষ্ণৱ ধৰ্ম, দান কৰিলে এক স্বচ্ছ জীৱন দৃষ্টিভংগী, দান কৰিলে আধ্যাত্মিক, নৈতিক, সাংস্কৃতিক আৰু সামাজিক মূল্যবোধ, দান কৰিলে মানসিক আৰু শাৰীৰিক পৰিচ্ছন্নতা, দান কৰিলে সুকুমাৰ শিল্পবোধ আৰু প্ৰয়োগ-বিধি। তেওঁ নিজৰ প্ৰতিভা আৰু মহত্বৰে সৃষ্টি কৰিলে

এক যথাৰ্থ মহা নৱজাগৰণ। বিংশ শতিকাৰ অসমৰ কবি যতীন্দ্ৰনাথ দুৱৰাই লিখিছে ঃ

বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম দিলা জ্ঞান।
দিলা ভাষা অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ।
গোটেই অসম ভূমি বিস্তৃত জীৱন : যাৰ।।

আধুনিক কালৰ মানুহৰ বাবে শঙ্কৰদেৱক ন-কৈ আবিষ্কাৰ কৰা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই কৈছে, "শঙ্কৰদেৱে অসমক ওখ গাপৰ ধৰ্ম দিলে, অতুল সাহিত্য দিলে, নিৰ্মল চৰিত্ৰ দিলে, সাধু আচাৰ-ব্যৱহাৰ দিলে; অসমীয়াক গীত দিলে, বাজনা দিলে, নাট দিলে, ভাৱনা দিলে, মহৎ আদৰ্শ দিলে।"

তেওঁ এহাতে ভাৰতীয় ভক্তি ধৰ্ম আৰু সাধনাক অসমৰ উপযোগীকৈ ন-ৰূপ দি স্থাপন কৰিলে আৰু আনহাতে ভাৰতৰ ভক্তিধৰ্ম আন্দোলনকো অসমৰ বিশিষ্ট উপাদানেৰে নতুন মাত্ৰা দান কৰিলে। তেওঁ ভাৰতৰ আধ্যাত্মিক, নৈতিক আৰু সাংস্কৃতিক সাধনাক অসমৰ জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায়-নিৰ্বিশেষে জনসাধাৰণৰ মাজলৈ সুমাই আনিলে আৰু তথাকথিত 'অন্ত্যজ' সকলকো তথাকথি উচ্চবৰ্ণৰ সমপৰ্যায়লৈ উন্নীত কৰিলে তেওঁ মানুহক কেৱল তাত্ত্বিক ভাৱেই সম মৰ্যাদা দান কৰা নাছিল, ব্যৱহাৰিকভাৱেও সম মৰ্যাদা দান কৰিলে। তেওঁ জনগোষ্ঠীয় আৰু মুছলমান ভকতকো ধৰ্মপ্ৰচাৰৰ সমান মৰ্যাদ দান কৰি ভাৰতবৰ্ষত এটা অভূতপূৰ্ব আৰ্হি স্থাপন কৰি গ'ল। গাৰো জনগোষ্ঠী ভক্তগৰাকীক গোবিন্দ আতৈ, কৈৱৰ্ত ভক্তগৰাকীক পূৰ্ণানন্দ আতৈ, মুছলমান ভক্ত চাঁদখাক জয়হৰি আতৈ নাম দি যেনে ভাৱে মৰ্যাদাত স্থাপন কৰি গ'ল, সেই ইতিহাস চিৰস্মৰণীয় হৈ ৰ'ল।

মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে জনাৰ পিছত মহাত্মা গান্ধীয়ে কৈছিল, "যি ধৰ্ম অৱলম্বন কৰি মই ৰামৰাজ্য কল্পনা কৰিছোঁ তাতোকৈ সুন্দৰ আৰ্হি শ্ৰীশঙ্কৰদেৱে অসমবাসীক দি গৈছে। মই কেৱল তাক অনুশীলনহে কৰিছোঁ — মোৰ নতুনত্ব একে নাই।" তেওঁ আৰু কৈছে, "যি কাম (অস্পৃশ্যতা বৰ্জন) মই এতিয়া কৰিছোঁ, শঙ্কৰদেৱে পাঁচ শ বছৰৰ আগতেই সেই কাম সম্পন্ন কৰি থৈ গৈছে।"

কাকাচাহেব কালেলকাৰৰ দৰে বিদ্বানে কৈছিল, "আটাইতকৈ উল্লেখযোগ্য কথা হৈছে সৰ্বভাৰততে এতিয়াও সম্পূৰ্ণ হৈ নুঠা অস্পৃশ্যতা বৰ্জন কৰি শঙ্কৰদেৱে সুদূৰ ষোড়শ শতিকাতে সকলো মানুহৰ সমন্বয়ৰ এখন সমাজ স্থাপন কৰিছিল। তেওঁ পূৰ্ব নহয়, সমগ্ৰ ভাৰতৰ এগৰাকী মহাপুৰুষ।"

আচাৰ্য বিনোৱাভাৱেই দ্ব্যৰ্থহীনভাৱে ক'লে, "মই বহুতো ধৰ্মৰ বিষয়ে অধ্যয়ন কৰিছোঁ; কিন্তু শঙ্কৰদেৱৰ ধৰ্মৰ নিচিনা উদাৰ ধৰ্ম এই পৰ্যন্ত ক'তো পোৱা নাই।"

ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণনৰ দৰে বিশ্ববিশ্ৰুত পণ্ডিত আৰু ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপ

গৰাকীয়ে কৈছিল, "শঙ্কৰদেৱ অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তক। তেওঁ মূৰ্তি পূজা, বলি বিধানৰ আৰু বৰ্ণৰ ভিত্তিত সমাজ বিন্যাসৰ বিৰোধিতা কৰি ভগৱান শ্ৰীকৃষ্ণৰ উপাসনা প্ৰচলন কৰিছিল।"

আনকি, ভাৰতৰ ভূতপূৰ্ব ভাইচৰয় লৰ্ড চেম্‌ছফোৰ্ডে কৈছিল, "চাৰিশ পঞ্চাশ বছৰমান পূৰ্বেই বৈষ্ণৱ ধৰ্মৰ আন্দোলনে ভাৰতবৰ্ষৰ সকলোটিকে চৌৱাই পেলাইছিল। কিন্তু অসমত সেই আন্দোলন যিমান বলিষ্ঠ আৰু গভীৰ আছিল, আন ক'তো সিমান হোৱা নাছিল।"

দেশ-বিদেশৰ যি সকল গুণী জ্ঞানীয়ে শঙ্কৰদেৱৰ বিষয়ে জানিছিল, প্ৰত্যেকেই এইগৰাকী মহাপুৰুষৰ বিষয়ে এতিয়া উচ্চ মত পোষণ কৰি গৈছে। সৰ্বভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ পটভূমিত শ্ৰীমন্ত শঙ্কৰদেৱে নিজৰ প্ৰতিভা, জ্ঞান, মেধা, আৰু দক্ষতাৰে যি অসাধাৰণ কৰ্ম কৰি গ'ল, সেই কথা ভাবিলে বিস্মিত হ'ব লাগে। যথাৰ্থতে তেওঁৰ সমকক্ষ দ্বিতীয় এগৰাকী তত্ত্বজ্ঞ দাৰ্শনিক, সংস্কৃতজ্ঞ পণ্ডিত, কবি, কলাকাৰ, সন্ত ধৰ্মগুৰু বিচাৰি পোৱা টান। ভক্ত মাধৱদেৱে এই গৰাকী মহাপুৰুষৰ ঐশ্বৰিক মহিমা দেখি কৈছিল,

"কি কহব শঙ্কৰদেৱৰ মহিমা
জানি অন্ত নাপায়।".

সঁচাকৈয়ে তেওঁৰ মহিমা আৰু প্ৰতিভা অতুলনীয়।

## নৱবৈষ্ণৱ আন্দোলন আৰু ভাৰতৰ সন্তসকল

সমগ্ৰ ভাৰতবৰ্ষত বিষ্ণু-কেন্দ্ৰিক ভক্তিধৰ্মৰ এটি আন্দোলন আৰম্ভ হয় খ্ৰীষ্টীয় দ্বাদশ-ত্ৰয়োদশ শতিকাৰ পৰা। তাৰো আগতে তামিলনাদুৰ আলৱাৰসকলেই ভক্তিধৰ্মৰ পাতনি মেলে। বেদ-বিহিত কৰ্মৰ কাঠিন্য, ব্ৰাহ্মণ্য ধাৰাৰ বৰ্ণ-বিভাজন আদিৰ ফলত কৰ্মমাৰ্গ ক্ৰমাৎ স্তিমিত হ'বলৈ ধৰিলে আৰু জ্ঞানমাৰ্গ মূৰ দাঙি উঠিল। কিন্তু, কৰ্মৰ পথ যিদৰে সাধাৰণ মানুহৰ বাবে নহয়, জ্ঞানৰ পথো তেনেদৰেই সাধাৰণ মানুহৰ বাবে নহয়। তদুপৰি বেদৰ কৰ্মৰ পৰিৱৰ্তে পুৰাণে যি সহজসাধ্য ধৰ্মৰধাৰা (দান, তীৰ্থ দৰ্শন, পুণ্যতোয়া নদীত স্নান আদি) প্ৰতিষ্ঠা কৰিছিল, সেই ধাৰাও সলনি হ'ল। পুৰাণে পৌত্তলিকতা আৰু পূজা-পাটৰ স্থাপন কৰি আন এটি ব্ৰাহ্মণ্য ধাৰাৰ সৃষ্টি কৰিলে। তথাপি; এই বিষয়ে সন্দেহ নাই যে লোকশিক্ষা, লোকধৰ্ম, লোকবিশ্বাস, লোকাচাৰ আদিক পৰিশীলিত ৰূপ দিয়াত আৰু লোকমনত নৈতিক আৰু আধ্যাত্মিক মূল্যবোধ প্ৰতিষ্ঠা কৰাত পুৰাণে এটা ডাঙৰ ভূমিকা পালন কৰি গৈছে। ওঠৰখন পুৰাণৰ ভিতৰত

সাত্ত্বিকপুৰাণ হ'ল ছখন; তাৰ ভিতৰত ভাগৱত পুৰাণ হ'ল 'পুৰাণ-সূৰ্য'। বিশেষকৈ ভাৰতবৰ্ষত গঢ়লোৱা ভক্তি-আন্দোলনৰ ঘাই আধাৰ হৈ উঠাত এই পুৰাণৰ মৰ্যাদা আৰু গুৰুত্ব স্বাভাৱিক ভাৱেই বৃদ্ধি হ'ল।

ভক্তি-ধৰ্ম প্ৰতিষ্ঠাত আলৱাৰসকলৰ ভূমিকাৰ কথা কৈ অহা হৈছে। 'আলৱাৰ' শব্দৰ অৰ্থ হ'ল "ভক্তিজ্ঞান সমুদ্ৰত বুৰ গৈ থকা ব্যক্তি"। বৰ মন কৰিবলগীয়া ইয়াত 'ভক্তি-জ্ঞান' শব্দটোৰ প্ৰয়োগ। আলৱাৰসকলৰ সন্মুখত আছিল খ্ৰীষ্টপূৰ্ব কালৰ পৰা উপাস্য দেৱতা হিচাপে পূজিত কৃষ্ণ তথা বাসুদেৱ। বাসুদেৱ-সংকৰ্ষণ, অৰ্থাৎ কৃষ্ণ-বলোৰামৰ উপাসনা তামিল দেশত প্ৰচলিত হৈ অহাৰ কথা প্ৰাচীন কাব্যই প্ৰমাণ কৰে।

তদুপৰি, খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাৰ আগতেই 'সাত্বত ধৰ্ম' দাক্ষিণাত্যত সোমোৱাৰ উল্লেখো পোৱা গৈছে। সাত্বত পৰম্পৰাৰ হৰিবংশ, বিষ্ণুপুৰাণ আৰু ভাগৱত পুৰাণৰ প্ৰভাৱে দক্ষিণ ভাৰতত বিষ্ণু-ভক্তিধৰ্মৰ ক্ষেত্ৰ উৰ্বৰা কৰি তোলে। আলৱাৰসকলৰ ভূমিকাই কেৱল তামিল দেশতে নহয় সমগ্ৰ ভাৰতবৰ্ষতে ভক্তি আন্দোলনৰ সূত্ৰপাত কৰিলে। দক্ষিণ ভাৰতত আলোৱাৰসকলৰ প্ৰভাৱে শৈৱ, জৈন আদি ধৰ্মৰ প্ৰভাৱ তল পেলায়। আনকি দক্ষিণ ভাৰতৰ সংস্কৃতজ্ঞ আৰু বেদজ্ঞ অনেক আচাৰ্যও আহি আলৱাৰসকলৰ লগ ললেহি। প্ৰথম গৰাকী আচাৰ্য আছিল ৰংগনাথ মুনি বা নাথমুনি। এই নাথমুনিৰ আজো নাতি (নাতিয়েকৰ নাতি) ৰামানুজাচাৰ্যই জীৱ আৰু ঈশ্বৰৰ প্ৰভেদত্ব দেখুৱাই বিশিষ্টাদ্বৈতবাদ প্ৰতিষ্ঠা কৰে। ৰামানুজাচাৰ্যই দেখুৱায় যে জীৱ ব্ৰহ্ম বা ঈশ্বৰৰে অংশ হ'লেও, শৰীৰ ধাৰণ কৰি জন্ম, মৃত্যু, সুখ, দুখ ভোগ কৰা এটা নিজস্ব পৰিচয়ো জীৱৰ আছে। জীৱই কৰ্ম কৰে আৰু কৰ্মফল ভোগ কৰে। ব্ৰহ্মা বা ঈশ্বৰে কৰ্মফল ভোগৰ কোনো প্ৰশ্ন নাই। ব্ৰহ্মা যদি গৰাকী, জীৱ এই গৰাকীৰে দাস। এতেকে ব্ৰহ্মাৰ অংশ হ'লেও জীৱিত কালত জীৱ ব্ৰহ্মাৰ পৰা পৃথক। ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ এই সূত্ৰই ভাৰতবৰ্ষৰ ভক্তি-আন্দোলনক নিসন্দেহে এটা দাৰ্শনিক ভেটি দিলে।

শ্ৰীমদ্ভাগৱত পুৰাণে কৃষ্ণক স্বয়ং ভগৱানৰ ৰূপত দাঙি ধৰাত ভক্তি আন্দোলনৰ বাবে ভাগৱত পুৰাণেই হৈ উঠিল ঘাই আধাৰগ্ৰন্থ। কিন্তু তাত্ত্বিক ধাৰা এটিও ভক্তিৰ লগে লগে গঢ় লৈ উঠিল। অবিমিশ্ৰ ভক্তি আৰু জ্ঞানমিশ্ৰ ভক্তি এই দুইটি ধাৰাই মধ্যযুগৰ ভাৰতবৰ্ষক টৌৱাই পেলালে। ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত আবিৰ্ভূত হ'ল সন্তসকলৰ। কাশীত ৰামানন্দ (১৪০০-১৪৭০), কবীৰ (১৩৯৮-১৪৪৮); পাঞ্জাবত গুৰুনানক (১৪৬৯-১৫৩৯) আৰু পৰবৰ্তী গুৰুসকল; টেলেংগানাৰ বল্লভাচাৰ্য (১৪৭৯-১৫৩১) আৰু মধ্বাচাৰ্য (১৪৮৫-১৫৩৩); বংগত চৈতন্যদেৱ (১৪৮৫-১৫৩৩); ৰাজস্থানত মীৰাবাঈ (১৫০০-১৫৪৭); উত্তৰ ভাৰতত গোস্বামী তুলসী দাস (১৫৩২-১৬২৩), সুৰদাস (— -১৫৮৩), দাদু (১৫৫৪-১৬০৩); ওড়িষাৰ জগন্নাথ দাশ (১৪৮৭-১৫৪৭)

বলৰাম (১৪৭২-১৫২০) কে ধৰি কেইবাগৰাকীও আৰু অসমত শঙ্কৰদেৱ (১৪৪৯-১৫৬৮), মাধৱদেৱ (১৪৮৯-১৫৯৬), দামোদৰদেৱ (১৪৮৮-১৫৯৮) আৰু হৰিদেৱ (১৪৯৩-১৫৬৮) আৱিৰ্ভাৱ ঘটিল।

কেৱল এই কেইগৰাকীয়েই নহয়, মহাৰাষ্ট্ৰত জ্ঞানদেৱ, নামদেৱ, একনাথ, তুকাৰাম, কৰ্ণাটকত দাসকুটা, দাসভাপ্পা, ওড়িষাৰ পঞ্চসখা, নবদ্বীপৰ ত্ৰিমূৰ্তি, অসমৰ গোপাল আতা, গোপালদেৱ, শ্ৰীৰামআতা, নাৰায়নদাস ঠাকুৰ আতা, শ্ৰীৰাম আতা, মথুৰাদাস বুঢ়া আতা, বৰবিষ্ণু আতা, শ্ৰীঅনিৰুদ্ধদেৱ আদি সন্তসকলে নিজৰ নিজৰ অঞ্চলত ভক্তিধৰ্মৰ যি অভূতপূৰ্ব ঢৌ সৃষ্টি কৰিলে, এই ঢৌৱে আমাৰ আধ্যাত্মিক, নৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰো অভূতপূৰ্ব পৰিৱৰ্তন সাধন কৰিলে।

ভাৰতবৰ্ষৰ অন্যান্য অঞ্চলৰ সন্তসকলৰ লক্ষ্য আৰু উদ্দেশ্যৰ লগত শ্ৰীমন্ত শঙ্কৰদেৱৰ লক্ষ্য আৰু উদ্দেশ্য এক হ'লেও তেওঁৰ দৃষ্টিভংগী আৰু পন্থাৰ নিজস্ব বৈশিষ্ট্য লক্ষ্যণীয়। কবীৰ বা গুৰুনানকৰ মাজত তত্ত্ব মিষ্টিক বোধলৈ ৰূপান্তৰিত হৈছে। তেনেকৈয়ে হৈছে নামদেৱ, জ্ঞানদেৱ বা তুকাৰামৰ মাজত। আনহাতে, মীৰাবাঈ বা চৈতন্যদেৱ কৃষ্ণ-প্ৰেমত সম্পূৰ্ণৰূপে নিমজ্জিত। এতেকে 'বোধ'ৰ বিচাৰত প্ৰত্যেকৰ লগত প্ৰত্যেকৰ পৃথকতা থকাটো স্বাভাৱিক। চৈতন্যদেৱৰ মধুৰ ৰসত ৰাধাকৃষ্ণৰ যুগল মূৰ্তিৰ উপাসনা স্বাভাৱিক। কিন্তু শঙ্কৰদেৱৰ দাস্যভক্তিত ৰাধা-বৰ্জিত কৃষ্ণহে উপাস্য। কৃষ্ণ হ'ল একমেৱঅদ্বিতীয়ম। এতেকে "এক দেৱ এক সেৱ/এক বিনে নাই কেৱ" — এয়ে হ'ল অব্যভিচাৰিণী ভক্তিৰ লক্ষণ; আৰু শঙ্কৰদেৱে এই ভক্তিধৰ্মকে প্ৰতিষ্ঠা কৰি গৈছে।

মধ্যযুগৰ ভাৰতৰ সন্তসকলৰ চিন্তা, ভাবনা আৰু কৰ্মৰ লগত শঙ্কৰদেৱৰ ঘনিষ্ঠ পৰিচয় আছিল। তেওঁতকৈ প্ৰায় পঞ্চাছ বছৰৰ জ্যেষ্ঠ কবীৰৰ কথা তেওঁ সশ্ৰদ্ধভাৱে উল্লেখ কৰি গৈছে। আনকি প্ৰায় নবৈ বছৰ বয়সত দ্বিতীয়বাৰ তীৰ্থভ্ৰমণলৈ যাওঁতে তেওঁ কবীৰৰ ভেটি চাই আহেগৈ। ওৰেষা, বাৰনসীত, কবীৰৰ গীত শিষ্টসকলে গোবাৰ কথাও তেওঁ কীৰ্তনপুথিৰ 'ওৰেষা বৰ্ণন'ত প্ৰসংগক্ৰমে উল্লেখ কৰি গৈছে।

বিভিন্ন সন্তসকলৰ পৰিচয় উত্তৰ ভাৰতত ভক্তি আন্দোলনৰ গুৰি ধৰোঁতা ৰামানন্দক বোলা হয় 'স্বামী'; শিখধৰ্মৰ প্ৰৱৰ্তক নানকক কোৱা হয় 'গুৰু', ৰামচৰিত-মানসৰ স্ৰষ্টা তুলসীদাসক কোৱা হয় 'গোস্বামী', বংগৰ চৈতন্যদেৱক কোৱা হয় 'মহাপ্ৰভু' আৰু অসমৰ শঙ্কৰদেৱক কোৱা হয় 'মহাপুৰুষ'।

ভক্তি-আন্দোলনৰ প্ৰধান কামেই হ'ল ঈশ্বৰৰ 'নাম' লোৱা। বিভিন্ন গুৰুসকলে 'ঈশ্বৰ'ৰ নামৰ সংখ্যা বাঢ়ি দি গৈছে, অৰ্থাৎ স্মৰণৰ বাবে কেইটা নাম গ্ৰহণ কৰিব। সেই সংখ্যা বাঢ়ি দি গৈছে। সেইমতে মহাপুৰুষ শঙ্কৰদেৱে দিছে 'চাৰি নাম'; হৰব্যাসে 'আঠ নাম', ৰামানন্দই 'বাৰ নাম' আৰু চৈতন্যদেৱে 'ষোল নাম'।

ভক্তি-আন্দোলনৰ এই আধ্যাত্মিক নেতাসকলে শিষ্যত্ব দান আৰু ধৰ্ম দান কৰাৰ প্ৰণালীসমূহো একো একোটা বিশেষ নামেৰে পৰিচিত। শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা পদ্ধতি হ'ল — 'শৰণ'; চৈতন্যদেৱে প্ৰৱৰ্তন কৰা পদ্ধতি হ'ল দীক্ষা; ৰামানুজাচাৰ্যই প্ৰৱৰ্তন কৰা পদ্ধতি হ'ল 'শৰণ-গতি'; হৰিব্যাসৰ পদ্ধতি হ'ল 'সংঘ-শৰণ'।

এই সন্তসকলে নাম লোৱাৰ পদ্ধতিৰো একোটি পৰিচয়সূচক নাম আছে। শঙ্কৰদেৱৰ পদ্ধতি হ'ল 'কীৰ্তন'; চৈতন্যদেৱৰ পদ্ধতি হ'ল 'সংকীৰ্তন'; ৰামানন্দৰ পদ্ধতি হল 'মন্ত্ৰ'; মীৰাবাঈৰ 'ভজন'; হৰিব্যাসৰ পদ্ধতি হ'ল 'মৃদুগীত'। তেনেদৰে, চৈতন্যদেৱ, ৰামানন্দ আদি সন্তসকলৰ প্ৰতিষ্ঠানৰ নাম হ'ল 'মঠ'; শঙ্কৰদেৱৰ হ'ল 'সত্ৰ' আৰু 'নামঘৰ'; শিখগুৰুসকলৰ 'গুৰুদ্বাৰ', বাকীসকলৰ 'মন্দিৰ' হ'ল উপাসনা-গৃহ।

পৰিচয়সূচক নাম আৰু আচাৰৰ স্থান, কাল, পাত্ৰ-ভেদে পৃথকতা থাকিলেও সমগ্ৰ ভক্তি-আন্দোলনটোৰ সামগ্ৰিক চৰিত্ৰ আৰু উদ্দেশ্য একে। এই সাদৃশ্যই ভাৰতীয় মানুহকো দান কৰি গ'ল সদৃশ আধ্যাত্মিক, নৈতিক, সামাজিক আৰু সাংস্কৃতিক দৰ্শন আৰু মূল্যবোধ। তদুপৰি, সন্তসকলে সমগ্ৰ ভাৰতবৰ্ষৰ নিজৰ নিজৰ অঞ্চলৰ ভাবা-সাহিত্য আৰু শিল্পতো এটা নৱজাগৰণ ঘটালে। যিহেতু সংস্কৃত ভাষাৰ গ্ৰন্থসমূহ নিৰক্ষৰ লাখ-লাখ মানুহৰ বাবে আছিল দুৰ্বোধ্য, এতেকে ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ মূল তত্ত্ব বা আধাৰ-আখ্যানসমূহৰ লগতো সাধাৰণ মানুহৰ পৰিচয় ঘটাৰ কোনো সুযোগ নাছিল। ভক্তি-আন্দোলনে সেই সুযোগ উলিয়াই দিলে। আৰু ধৰ্মক কৰি তুলিলে সাৰ্বজনীন। সমগ্ৰ ভাৰতবৰ্ষৰ এই পটভূমিত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ মহত্ত্ব আৰু প্ৰতিভা সূৰ্যৰ দৰেই দীপ্তিমান।

## শ্ৰীমন্ত শঙ্কৰদেৱ আৰু তেওঁৰ জীৱন-বৃত্ত

শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন-বৃত্তৰ পৰিচয় লোৱাৰ আগতে জানিবলৈ মন যায় তেওঁনো দেখাত কেনে আছিল। কিন্তু, তেওঁৰ কোনো চিত্ৰ-পট নাই। অনেকে ভাবে যে যিহেতু তেওঁ নিজেই মূৰ্তিপূজা তথা পৌত্তলিকতাৰ পৰা মানুহৰ মন আঁতৰাই নিৰাকাৰ ঈশ্বৰৰ প্ৰতি মানুহৰ মন ঘূৰাই আনিছিল, এতেকে তেওঁৰ এটা মূৰ্তিৰ কথা ভবাটো অনুচিত। কিন্তু চকুৰে দেখা ঈশ্বৰৰ মূৰ্তি তেওঁ প্ৰতিষ্ঠা নকৰিলেও মনেৰে চাব পৰা ঈশ্বৰৰ মূৰ্তি তেওঁৰ ৰচনাত জীৱন্ত হৈ আছে। কীৰ্তন পুথিৰ ধ্যান-বৰ্ণনত কৃষ্ণৰ যিটো ৰূপৰ কথা ধ্যান কৰিবলৈ দিছে, সিও এটি মানস মূৰ্তিয়েই। তেওঁৰ ৰচনাত কৃষ্ণ জীৱন্ত হৈ আছে।

শ্ৰীমন্ত শঙ্কৰদেৱৰো তুলিকাৰে অঁকা চিত্ৰ-পট নাথাকিলেও তেওঁৰো এখন ছবি

শ্ৰীশ্ৰীমাধৱদেৱে শব্দৰে আঁকি থৈ গৈছে। শ্ৰীশ্ৰীমাধৱদেৱে ৰচনা কৰা 'গুৰু ভটিমা'টি পঢ়ি গ'লে ভাব হয়, আমি মন চকুৰ আগত আঁৰি থোৱা ছবি এখন দেখিবলৈ পাইছোঁ। দেখা পাইছোঁ ঃ

দৰশিত সুন্দৰ গৌড় কলেৱৰ
জৈছন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।।

গৌড়বৰ্ণ, দেৱতাৰ দৰেই সুন্দৰ, যাক দেখি দেখোঁতাসকলে আনন্দ পায় আৰু দেখোঁতাসকলৰ পাপ বিনাশ হয়। কোনো অংগভূষণ অথবা অলংকাৰ নোহোৱাকৈয়ে তেওঁৰ সুন্দৰ মুখমণ্ডলত গহীন-গম্ভীৰ, ধীৰ, সুস্থিৰ ভাবৰ প্ৰতিফলন। চকু দুটা পদুমৰ পাহিৰ দৰে আয়তকাৰ, আৰু মুখখন জোনৰ পোহৰৰ দৰেই উজ্জ্বল। তেওঁৰ খোজত যেন গজেন্দ্ৰৰ খোজৰ গাম্ভীৰ্য আৰু কথাত মেঘৰ গম্ভীৰতা ক্ৰমে প্ৰতিফলিত আৰু প্ৰতিধ্বনিত হৈছিল। অনেক পণ্ডিতৰ গৰ্ব তেওঁ নিজৰ পাণ্ডিত্যৰে খৰ্ব কৰিছে আৰু তেওঁৰ গীত আৰু কবিত্বগুণ বহুদূৰলৈকে বিয়পিছে। আন আন চৰিতকাৰসকলেও শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰূপ আৰু গুণৰ বৰ্ণনা দি গৈছে। তেওঁ যে দেখায়-শুনায় অত্যন্ত মোহনীয় আৰু শ্ৰদ্ধা আকৰ্ষক ব্যক্তিত্বৰ গৰাকী আছিল, সেই বিষয়ে প্ৰতিগৰাকী চৰিতাৰেই সদৃশ বিবৰণ দি গৈছে। দৈত্যাৰি ঠাকুৰে লিখিছে, "তেওঁ দেখিবলৈ আছিল অতি সুন্দৰ, শৰীৰ আছিল সূৰ্যৰ দৰে জ্যোতিষ্মান গৌড় বৰ্ণৰ। তেওঁৰ বচন আছিল এনে মধুৰ যে সেই বচনে সকলোকে আনন্দ দিয়ে। খোজ আছিল গম্ভীৰ প্ৰকৃতিৰ। চকু আছিল পদুমৰ পাহিৰ দৰে। জোন যেন মুখত এটি স্মিত হাঁহি বিয়পি আছিল।

এনে শব্দচিত্ৰৰ মাজত শ্ৰীমন্ত শঙ্কৰদেৱৰ যিটি ছবি ফুটি উঠিছে, সেই ছবি দীঘল দাড়ি-চুলিৰে যিদৰে সন্ন্যাসীৰ ছবি নহয়, তেনেদৰে ফোঁট আৰু ৰেঘা লোৱা পুৰোহিতৰো নহয়। তেওঁক বল্কল-বসন তপস্বীৰ ৰূপত যিদৰে পোৱা নাযায়, তেনেদৰে পোৱা নাযায় যাগ-যজ্ঞাদি কৰ্মৰ আৰু তন্ত্ৰ-মন্ত্ৰৰ সাধক ধৰ্ম-প্ৰচাৰক ৰূপতো। তেওঁক যেন আমি দেখা পাওঁ গহীন-গম্ভীৰ, সৌম্য মূৰ্তিৰ, সুকুমাৰ আৰু সুকোমল মনৰ এগৰাকী গৃহী অভিভাৱকৰ ৰূপত; তেওঁক যেন দেখা পাওঁ পাণ্ডিত্যৰ অগাধ বাৰিধি ৰূপত আৰু একে সময়তে এক অসামান্য সৃষ্টি প্ৰতিভাৰ অধিকাৰী কলাকাৰ আৰু কলাবিদ ৰূপত। তেওঁক আমি দেখা পাওঁ ধ্যান মগ্ন কবিৰ ৰূপত। জ্ঞান আৰু বোধৰ, পাণ্ডিত্য আৰু সৃষ্টি-প্ৰতিভাৰ এই অপূৰ্ব সমাহাৰ ফুটি উঠা তেওঁৰ ছবিখনে তেওঁৰ অনুগামী ভক্ত বা অনুৰক্তসকলৰ কথা দূৰতে থাকক, তেওঁৰ কঠোৰ সমালোচক আৰু তেওঁৰ মতৰ বিৰুদ্ধে থিয় দিয়া সকলৰো মূৰ শ্ৰদ্ধাত দোঁ খুৱাই দিয়ে। তেওঁৰ শাৰীৰিক সৌষ্ঠৱ আৰু বৌদ্ধিক মহত্ত্ব, তেওঁৰ আধ্যাত্মিক দৰ্শন, সকলো

প্ৰাণীৰে প্ৰতি থকা তেওঁৰ গভীৰ মমত্ব, এই আটাইবিলাকে তেওঁৰ ৰূপ আৰু ব্যক্তিত্বৰ, প্ৰতিভা আৰু মহত্বৰ এই ছবিখন কৰি তুলিছে তেওঁৰ ওচৰ চপা প্ৰতিগৰাকী ব্যক্তিৰে হৃদয়ৰ সম্পদ আৰু শিৰৰ মুকুট স্বৰূপ। তেওঁৰ এই মহিমাময় জীৱনো জন্ম-মৃত্যুৰ সীমাৰ মাজৰ জীৱন আছিল। তেওঁৰ এই মানৱী জীৱন আৰু কৰ্মৰ লগতো আমাৰ পৰিচিত হ'বলৈ মন যায়।

মহা প্ৰতিভাধৰ শ্ৰীমন্ত শংকৰদেৱৰ আৱিৰ্ভাৱ হৈছিল কেতিয়া, সেই সময়ত অসমৰ ৰাজনৈতিক-সামাজিক অৱস্থাই বা কেনেকুৱা আছিল, তেওঁৰ বংশ পৰিচয় কি আছিল, তেওঁ শৈশৱ আৰু কৈশোৰ কেনেভাৱে পাৰ কৰিছিল, শিক্ষা-দীক্ষা ক'ত আৰু কাৰ ওচৰত লৈছিল, কেনেকৈ নৱ-বৈষ্ণৱ আন্দোলনৰ লগত যুক্ত হৈছিল, তেওঁ কেনেকুৱা অনুকূল আৰু প্ৰতিকূল অৱস্থাৰ সন্মুখীন হৈছিল, তেওঁৰ সুদীৰ্ঘ এশ বিছ বছৰীয়া জীৱন পৰিক্ৰমা কেনেকুৱা আছিল, এই আটাইবোৰ কথা জানিবৰ মন যায়।

তেওঁ অসমীয়া ভাষাত ৰচনা কৰা শ্ৰীমদ্ভাগৱত পুৰাণৰ দশম স্কন্ধত কৈছে :

বৰদোৱা নামে গ্ৰাম শস্যে-মৎস্যে অনুপাম
লৌহিত্যৰ অতি অনুকূল।
সেহি মহা গ্ৰামেৰে আছিলন্ত ৰাজধৰ
কায়স্থকুলৰ পদ্মফুল।।
তানে পুত্ৰ সূৰ্যবৰ মহাবড় দেশধৰ
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এভো জলৈ জয়ন্ত মাধৱ দলৈ
দুই ভাই যাহাৰ কনিষ্ঠ।।
তানে পুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যতসাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে সুত শিশুমতি কৃষ্ণপাৱে কৰি নতি
বিচাৰিল শঙ্কৰে পয়াৰ।।

শ্ৰীমন্ত শংকৰদেৱে দি যোৱা এই পৰিচয়তে ভেঁজা দি আমি তেওঁৰ জন্মস্থান বিচাৰি পাওঁগৈ বৰদোৱা। এই বৰদোৱা হ'ল মধ্য অসমৰ নগাঁৱৰ ব্ৰহ্মপুত্ৰৰ সমীপৰ বৰদোৱা। বৰদোৱা নামটি বটদ্ৰৱাৰ পৰা হৈছে। এজোপা বৰগছ মাটিত গোত যোৱাৰ পৰা এই নামটিৰ উদ্ভৱ হোৱা বুলি অনুমান কৰা হয়। লৌহিত্যৰ পাৰৰ উৰ্বৰা এই অঞ্চল আছিল শস্যে-মৎস্যে ভৰপূৰ। বৰদোৱাৰ পৰা পোন্ধৰ কিলোমিটাৰমান দূৰত থকা পাটেকীবাড়িকে ধৰি এটা ডাঙৰ অঞ্চল আছিল শংকৰদেৱৰ পৰিয়াল ভূঞাসকলৰ অধীনত। ওচৰতে আছিল কছাৰীসকলৰ অধীনৰ অঞ্চলো। মধ্য অসমৰ সমগ্ৰ অঞ্চলটো এনেভাৱে সৰু সৰু ৰাজ্যৰ সমষ্টিৰ দৰে আছিল। ভূঞাসকলৰ সৰু ৰাজ্যখনে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে বৰদোৱাকে ধৰি

এটা অঞ্চল আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ ফালেও এটা অঞ্চল সামৰি লৈছিল। ভূঞাসকলৰ ৰাজ্যই দক্ষিণপাৰে কপিলীৰ পৰা চামধৰা গড়লৈকে আৰু শিঙাবড়িৰপৰা ঘিলাধাৰীলৈকে সামৰি লৈছিল। কোনো কোনোৱে কলিয়াবৰৰ পৰা কাজলীমুখলৈকে ভূঞাসকলৰ ৰাজ্য বিস্তৃত হৈ আছিল বুলিও কয়। সি যি কি নহওক, নগাঁৱৰ বৰদোৱা আছিল ভূঞাসকলৰ বাসস্থান। এই বৰদোৱাতে শঙ্কৰদেৱৰ জন্ম হয় ১৩৭১ শকৰ আহিন-কাতিৰ সংক্ৰান্তিত, কোনোৱে কয় আহিনৰ শুক্লা দশমীত। ইংৰাজী ১৪৪৯ খ্ৰীষ্টাব্দত।

সকলো সন্তৰ বিষয়ে লিখা চৰিত-পুথিত সন্তসকলক জন্মৰে পৰা অলৌকিক প্ৰতিভাৰ অধিকাৰী ৰূপত দাঙি ধৰা হয়। শঙ্কৰদেৱৰ ক্ষেত্ৰতো তেওঁৰ চৰিতকাৰসকলে তেনে অনেক ঘটনাৰ বিৱৰণ দিছে।

**পিতৃপুৰুষৰ পৰিচয় ঃ**

চতুৰ্দশ শতিকাত কমতাৰ ৰজা আছিল দুৰ্লভ নাৰায়ণ। তেওঁ তেওঁৰ মিত্ৰ গৌড়ৰ ৰজাক সেই ৰাজ্যৰ পৰা কেইঘৰমান উত্তম ব্ৰাহ্মণ আৰু কায়স্থ কমতালৈ পঠাবলৈ অনুৰোধ কৰে। গৌড়েশ্বৰে দুৰ্লভনাৰায়ণৰ অনুৰোধ ৰক্ষা কৰি সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থক কমতালৈ পঠায়। কমতেশ্বৰে এই চৈধ্যঘৰ লোকক হাজোৰ আগফালে বৰনদীৰ ওচৰত বহুৱায়।

এই সাতঘৰ কায়স্থৰ ভিতৰৰে এজন আছিল চণ্ডীবৰ। তেওঁৰ পিতৃ আছিল লণ্ডাদেৱ। চণ্ডীবৰ আছিল দেৱীপূজক শাক্ত। দুৰ্লভনাৰায়ণ ৰজাই সেইবাবে তেওঁক নাম দিলে দেৱীদাস। এই চণ্ডীবৰ তথা দেৱীদাসৰ পুত্ৰ ৰাজধৰ উজাই আহি সবংশে বহিলহি বৰদোৱাত। তেওঁ পুখুৰী খান্দি আলি বন্ধাই বৰদোৱাক অধিক বাসোপযোগী কৰি তুলিলে। এই ৰাজধৰেই ভূঞা ৰাজ্য পাতি নিজে 'শিৰোমণি ভূঞা' অৰ্থাৎ ৰাজ্যৰ গৰাকী হ'ল। ৰাজধৰৰ পুত্ৰ হ'ল সূৰ্যবৰ আৰু জয়ন্ত। সূৰ্যবৰ আৰু তেওঁৰ পত্নী খেৰশুতীৰ পুত্ৰ কুসুম্বৰ। সূৰ্যবৰৰ পিছত কুসুম্বৰ শিৰোমণি ভূঞা হ'ল।

**শঙ্কৰদেৱৰ জন্ম ঃ**

শিৰোমণি ভূঞা কুসুম্বৰৰ দুগৰাকী পত্নী ঃ সত্যসন্ধা আৰু অনুধৃতি। বহুদিনলৈ সন্তান-সন্ততি নোহোৱাৰ বাবে কুসুম্বৰে গোপেশ্বৰ শিৱক পূজা কৰে। শিৱৰ আগ্ৰহতে সত্যসন্ধা গৰ্ভৱতী হয় বুলি বিশ্বাস হয়। ১৩৭১ শকৰ আহিন-কাতিৰ সংক্ৰান্তিত, আৰু কোনো কোনোৰ মতে আহিনৰ শুক্লা দশমী তিথিত সত্যসন্ধাই জন্ম দিলে এটি দিব্য কান্তি যুক্ত পুত্ৰ সন্তানৰ। দৈত্যাৰি ঠাকুৰে লিখিছে ঃ

দোভাগ ৰজনী অন্ধকাৰ তমোময়।
সূতিকাৰ গৃহগোট ভৈল জ্যোতিৰ্ময়।।

মধুৰ গৰ্জনে মেঘসৰে গৰজয়।
ঘোৰাসব চিঞৰি উঠিল অতিশয়।।

'গুৰুচৰিত কথা'ৰ কথক চক্ৰপাণি-বৈৰাগীয়ে কৈছে ঃ

জলজন্তু থলজন্তু বনচৰ হস্তী ঘোৰা কাহ ভেৰু দবা কালি শংখ ঘণ্টা পৰ্যন্তে বাজিল ঃ উৰুলি মংগল কৈলে ঃ ... কষটিৰ চণ্ডী হালি পৈল ঃ এশ বস্তি ঝাং কৰে নুমাল ঃ মেৰ ভাগি এশ পূৰা সৰিহ পৈল ...।

গোপেশ্বৰ শিৱক পূজা কৰি পুত্ৰ সন্তান লাভ কৰাৰ বাবে নাম থ'লে শঙ্কৰ; সদস্যৰা দলৈয়ে কোষ্ঠী কৰি গোপ্য নাম ৰাখিলে গঙ্গাধৰ। সত্যসন্ধা দলৈয়ে গণনা কৰি ক'লে যে এই সন্তান গুণত হ'ব নাৰায়ণ, গাম্ভীৰ্যত সাগৰ, তেজত সূৰ্য আৰু ধৰ্মত মহেশ্বৰ শিৱতুল্য।

শঙ্কৰৰ জন্মৰ কিছুদিনৰ পিছত চুবুৰীয়া কছাৰীসকলৰ আক্ৰমণত কুসুম্বৰ সপৰিয়ালে নিজৰ হাউলি এৰি থৈ ঘন অৰণ্যত আত্মগোপন কৰি আছিলগৈ। সেই সময়ত তেওঁৰ দ্বিতীয় পত্নী অনুধৃতি আছিল সগৰ্ভা। অৰণ্যবাসৰ সময়তে অনুধৃতিয়ে এটি পুত্ৰ সন্তান জন্ম দিলে। নৱজাতকৰ কোষ্ঠীৰ নাম হলধৰ। বনত ওপজাৰ বাবে নাম থ'লে বনগঞা। বনগঞাৰ জন্মৰ পিছত ভূঞাসকল যুঁজালৈ সক্ষম হৈ ওলাই আহি কছাৰীসকলক পৰাস্ত কৰি নিজৰ ৰাজ্য অধিকাৰ কৰি ল'লেহি।

অসম বুৰঞ্জীয়ে সংকেত দিয়ে যে আহোম ৰাজত্বত ৰাজপ্ৰসাদৰ বাহিৰে আনকি পাত্ৰ-মন্ত্ৰীৰ ঘৰো পকী নাছিল। কাঠ, বাঁহ, বেত, খেৰেৰে কৰা পাত্ৰ-মন্ত্ৰীসকলৰ টোলৰ দৰেই ভূঞাসকলৰো আহল-বহল টোল আছিল। এই কথাও বুজিব পাৰি যে এই টোল চ'ৰাঘৰ, মাৰলঘৰ, বৰঘৰ, ঢেঁকীশাল, শোৱনি-ঘৰ, ভঁৰাল, গোহালিৰে পৰিপূৰ্ণ হৈ আছিল। এনে এটি টোলতে আছিল কুসুম্বৰ ভূঞা, তেওঁৰ মাতৃ খেৰসুতী, তেওঁৰ দুই পত্নী সত্যসন্ধা আৰু অনুধৃতি, আৰু দুই পুত্ৰ শঙ্কৰ আৰু বনগঞা।

শঙ্কৰৰ শৈশৱতে কুসুম্বৰ ভূঞা স্বৰ্গী হ'ল। পিতৃৰ মৃত্যুৰ পিছতে মাতৃ সত্যসন্ধাও স্বৰ্গগামী হ'ল। থাকিল কেৱল বুঢ়ীমাক খেৰসুতী। এই খেৰসুতী আয়েই শঙ্কৰক তুলি-তালি ডাঙৰ-দীঘল কৰিলে। জ্যেষ্ঠ ভাতৃৰ পৰলোকপ্ৰাপ্তি হোৱাত জয়ন্ত ভূঞা, যিগৰাকী জয়ন্ত দলৈ নামেৰেই প্ৰসিদ্ধ, তেওঁ ভূঞা ৰাজ্য প্ৰতিপালনৰ দায়িত্ব ল'লে।

কুলত কায়স্থ, ধৰ্ম-বিশ্বাসত শাক্ত, বৃত্তিত শাসক — এনে এটি পৰিয়ালত জন্ম লাভ কৰা শঙ্কৰে শৈশৱতে পিতৃ আৰু মাতৃক হেৰুৱাই, বুঢ়ী আইতাকৰ তত্ত্বাৱধানত প্ৰতিপালিত হ'বলৈ ধৰিলে। জয়ৰাম, বিতোপন, চান্দ, তিতাৰাম, ভেকুৰি, কেতাই, সনাতন, হৰিবৰ, সতানন্দ, ৰামৰাম, ৰামৰায় আদি কায়স্থ আৰু ব্ৰাহ্মণ পৰিয়ালৰ সমনীয়াসকলৰ লগত উমলি-জামলি ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। লগৰ সমনীয়াৰ লগত ফেৰ মাৰি ব্ৰহ্মপুত্ৰ সাঁতুৰি ইপাৰ-সিপাৰ হোৱা, ব্ৰহ্মপুত্ৰত বুৰ মাৰি কাছ ধৰি অনা,

বটা চৰাই ধৰি আনি মেলি দিয়া, হৰিণা পোৱালি ধৰি আনি মেলি দিয়া, লগৰ ল'ৰাৰ লগত বালিভাত খাই, গৰু চৰাই শঙ্কৰে বাৰ বছৰ পাৰ কৰিলে।

বুঢ়ামাক খেৰসুতীয়ে এদিন শংকৰক গা-পা ধুৱাই, খুৱাই-বুৱাই ওচৰতে বহুৱাই লৈ ক'লে, "আমাৰ বংশৰ আটাইবোৰ অস্ত্ৰ-শস্ত্ৰত যিদৰে পাৰ্গত, শাস্ত্ৰতো পাৰ্গত আৰু পণ্ডিত। তই সমনীয়াৰ লগত ভটাগুটি খেলি ঘূৰি ফুৰিছ। তই মূৰ্খ হ'ব খুজিছনে? দৈৱজ্ঞই গণি-পঢ়ি পণ্ডিত হ'ব বুলি কৈছিল; এতিয়া দেখিছোঁ সিও মিছা হ'ল। এতিয়া দেখিছোঁ আমাৰ দুৰ্ভাগ্যৰ বাবে দৈৱজ্ঞ পণ্ডিতৰ কথা মিছা হয়। হেৰ', ৰজাক মানুহে নিজৰ দেশতহে পূজে, কিন্তু বিদ্বানসকল সকলোতে পূজিত হয়।"

বুঢ়ীমাকৰ কথা শুনি বাৰ বছৰীয়া বালক শঙ্কৰে ক'লে, "আই, মোক তুমি পঢ়াশালিত নি থোৱাঁগৈচোন। চোৱাঁ, মই পঢ়িব পাৰোঁনে নোৱাৰোঁ"।

সেই সময়ত গোপেশ্বৰৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত মহেন্দ্ৰ কন্দলি নামৰ এগৰাকী আচাৰ্যৰ এটি 'টোল' আছিল। ব্ৰাহ্মণ আৰু কায়স্থ ল'ৰাই এই টোলতে শিক্ষাগ্ৰহণ কৰিছিল। শঙ্কৰৰ কথা শুনি খেৰসুতী আয়ে ঘৰৰ বনকৰা মানুহ এজনীৰ হাতত এপাচি চাউল আৰু নিজৰ হাতত এখন নতুন কাপোৰ আৰু টকা এটি লৈ শঙ্কৰক লগত লৈ মহেন্দ্ৰ কন্দলিৰ টোল পালেগৈ। সেই দিনটো আছিল ১৩৮৩ শকৰ ভাদমাহৰ এটি বৃহস্পতিবাৰ। মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰক টোলৰ ছাত্ৰ কৰি ল'লে। এনেকৈয়ে তেৰ বছৰ বয়সত শঙ্কৰৰ বিদ্যাৰম্ভ হ'ল।

টোলত গৈ তেওঁ লগ পালেগৈ ৰামৰাম, শ্ৰীকণ্ঠভূষণ, বিদ্যাপাঠক, ৰামসৰস্বতী আদি তেওঁতকৈ আগতে টোলত ভৰ্তি হোৱা ছাত্ৰসকলক। এই সকলৰ ভিতৰত ৰামৰাম আছিল তেওঁতকৈ পাঁচ বছৰমান ডাঙৰ আৰু ভূঞাসকলৰ কুলপুৰোহিতৰ ঘৰৰ। ৰামৰামৰ আজো-আজোককাক শঙ্কৰদেৱৰ আজো-আজোককাক চণ্ডীবৰৰ সৈতে একেলগে গৌড়ৰপৰা আহি দুৰ্লভনাৰায়ণৰ ৰাজ্য পাইছিলহি, আৰু একে ঠাইতে তেওঁবিলাকৰ দুয়োটা পৰিয়াল পুৰুষ-পুৰুষানুক্ৰমে বসবাস কৰি আছিল। ৰামৰামৰ পিতৃ নৰোত্তমো আছিল কুসুম্বৰ ভূঞাৰ সমবয়সৰ। এই ৰামৰাম পিছলৈ শঙ্কৰদেৱৰ কেৱল বন্ধু হৈয়েই নাথাকিল তেওঁ শঙ্কৰদেৱৰ শিষ্যত্বও গ্ৰহণ কৰিলে।

**ওজা ছাত্ৰ ঃ**

গুৰু মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ বিদ্যা আৰম্ভ কৰোৱাই দেখিলে শঙ্কৰ আনতকৈ বেলেগ। এবাৰ মাত্ৰ উচ্চাৰণ কৰি বৰ্ণমালা শিকাই দিয়াৰ পিছত দ্বিতীয়বাৰ শিকাবও নালাগিল। চিনাবও নালাগিল।

বৰ্ণমালা শিকোৱাৰ পিছত আচাৰ্যই সকলো ছাত্ৰকে এদিন যি যেনেভাৱে পাৰে একোটা শ্লোক ৰচনা কৰিবলৈ দিলে। সকলোৱে যত্ন কৰিলে। কোনোবাই এটা স্তৱক,

কোনোবাই আধা, এনেকৈ। শঙ্কৰে স্বৰচিহ্ন ব্যৱহাৰ নকৰাকৈ লিখি উলিয়ালে এটি ঈশ-বৰ্ণনা ঃ

কৰতল কমল কমলদল নয়ন।
ভৱদৱ গহন গহন বন শয়ন।।
নপৰ নপৰ পৰ শতৰত গময়।
সভয় মভয় ভয় মমহৰ সততয়।।
খৰতৰ বৰশৰ হত দশ বদন।
খগচৰ নগধৰ ফণধৰ শয়ন।।
জগদঘ মপহৰ ভৱভয় তৰণ।
পৰপদ লয় কৰ কমলজ নয়ন।।

বৰ্ণমালা শিকিয়েই এনে এটি গধুৰ অথচ ৰূপত কোমল কবিতা ৰচনা কৰা প্ৰতিভা দেখি মহেন্দ্ৰকন্দলি বিস্মিত আৰু মুগ্ধ হ'ল। তেওঁ মন্তব্য কৰিলে, "তেল নাই, লোণ নাই, সুদা ব্যঞ্জনৰ এনে সোৱাদ! বিনা জৰীৰে বান্ধি থোৱাৰ ক্ষমতা। এওঁ সামান্য নহয়।"

সেই সময়ত টোলত পঢ়া ছাত্ৰসকলে টোলৰ সকলো কাম নিজ হাতেৰে কৰি ল'ব লাগিছিল। ছাত্ৰসকলে দৈনিক মহেন্দ্ৰ কন্দলিৰ পাঠশালা সাৰি-মচি নিকাকৈ লৈছিল। শঙ্কৰ দেখায়-শুনায় যি দৰে আছিল বিদ্যুৎকান্তি, প্ৰতিভাও আছিল তেনেদৰেই অসাধাৰণভাৱে প্ৰখৰ। গুৰুৱে শঙ্কৰৰ এই অসাধাৰণত্ব দেখি তেওঁৰ পাঠশালা নিকা কৰা কামৰ পৰা তেওঁক অব্যাহতি দি 'ওজা ছাত্ৰ' পাতিলে। কেৱল সেয়ে নহয়, তেওঁ আন সকলো ছাত্ৰক শঙ্কৰক 'শঙ্কৰদেৱ' বুলিবলৈ আদেশ কৰিলে। তেতিয়াৰপৰা শঙ্কৰ হ'ল 'শঙ্কৰদেৱ'। ভক্তসকলৰ মুখে মুখে প্ৰচলিত হৈ আহি চৰিত-পুথিতো ঠাই পোৱা আখ্যান এটিৰ মতে, এদিন শঙ্কৰে পুৱা স্নান কৰি আহি কাঁকেৰে মূৰ ফণিয়াই থাকোঁতে আচাৰ্য মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ শৰীৰত চাৰিখন হাত দেখা পাই বিস্মিত হৈ তেওঁৰ চৰণ স্পৰ্শ কৰিবলৈ যোৱা দেখি শঙ্কৰে বোলে দুখন হাত অদৃশ্য কৰিলে। চৰিত-পুথিত থকা আন এটা আখ্যান মতে এদিন দুপৰীয়া পঢ়াশালিলৈ সোমাই গৈ গুৰুৱে দেখিলে শঙ্কৰে অকলশৰে শুই আছে আৰু তেওঁৰ মুখত ৰ'দ পৰিব নোৱৰাকৈ ফেটী সাপ এটাই ফণা ধৰি আছে। আচাৰ্যই তেতিয়াৰ পৰাই তেওঁক ঈশ্বৰ জ্ঞান কৰি তেওঁক 'শঙ্কৰদেৱ' বুলিবৰ বাবে সকলোকে আদেশ কৰিলে। আখ্যান দুটি হয়তো তেওঁৰ মহত্ত্ব প্ৰতিষ্ঠাৰ বাবে পিছত ৰচিত, কিন্তু শঙ্কৰৰ প্ৰতিভা যে অসামান্য সেই কথা মহেন্দ্ৰ কন্দলিয়ে উপলব্ধি কৰিয়েই যে তেওঁক 'দেৱ' বুলিবলৈ বাকীসকলক নিৰ্দেশ কৰিলে সেই সম্পৰ্কে সন্দেহ নাই।

**শঙ্কৰদেৱৰ অধ্যয়ন ঃ**

আচাৰ্য মহেন্দ্ৰ কন্দলিৰ টোলৰ পাঠ্যক্ৰম আছিল বিশাল আৰু গধুৰ। 'গুৰুচৰিত কথা'ত শঙ্কৰদেৱে মহেন্দ্ৰ কন্দলিৰ টোলত পঢ়া গ্ৰন্থৰ যিখন তালিকা দিছে সেই তালিকাখন যথেষ্ট দীঘল। সেইমতে চাৰি বেদ — ঋক, যজুঃ, সাম আৰু অথৰ্ব, ছয় বেদাংশ — শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ, নিৰুক্ত আৰু জ্যোতিষ, ত্ৰৈধ্য শাস্ত্ৰৰ ভিতৰত — স্মৃতি, মীমাংসা, তৰ্ক, অৰ্থাৎ ন্যায় আদি শাস্ত্ৰ, সত্ত্ব, ৰজঃ, তমঃ এই তিনিওটি ভাগৰ প্ৰত্যেকৰে ছখনকৈ ওঠৰখন পুৰাণ, অষ্টাদশ পৰ্ব মহাভাৰত, অষ্টাদশ সংহিতা, অষ্টাদশ তন্ত্ৰ, ওঠৰখন কাব্য আৰু ওঠৰখন কোষ গ্ৰন্থ। নিঃসন্দেহে মীমাংসাই পূৰ্ব-মীমাংসা আৰু উত্তৰ মীমাংসা দুয়ো ধাৰাকে সামৰিছিল। তদুপৰি শ্ৰীমদ্ভগৱতগীতাৰ অন্তৰ্ভুক্তি নিশ্চয় প্ৰশ্নাতীত আছিল।

শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ ৰচনাৰ মাজত কৰা প্ৰসংগৰ উল্লেখে আৰু গ্ৰহণ কৰা আধাৰ গ্ৰন্থই প্ৰমাণ দিয়ে যে তেওঁৰ অধ্যয়ন আছিল ব্যাপক আৰু গভীৰ। ভাৰতৰ সমকালীন সন্ত আৰু সন্ত কবিসকলৰ আন সকলৰ সমানে এনে ব্যাপক আৰু গভীৰ অধ্যয়ন থকাৰ কথা জনা নাযায়। এই অধ্যয়নে শঙ্কৰদেৱৰ মনত এহতে বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ উৎসৰ সন্ধান কৰিবলৈ আৰু আনহাতে তেওঁৰ সন্ধানৰ অমৃতময় ফল মানুহক দান কৰি জীৱনৰ সত্য আৰু আনন্দৰ ভাগ দিবলৈ কি গভীৰভাৱে ক্ৰিয়া কৰিছিল সেই কথা কল্পনা কৰাও টান।

মহেন্দ্ৰ কন্দলিৰ টোলত আঠ বছৰ শঙ্কৰদেৱে শিক্ষাগ্ৰহণ কৰিলে। এই শিক্ষা গ্ৰহণ আছিল তপস্যাৰ নামান্তৰ। চৰিত-পুথিত আছে, "দিনে-নিশায় আঠোপৰ পঢ়িবলৈ ধৰিলে। বহা পীৰাতে মূৰ দি শোৱে, এফালে পুথি আৰু বন্তি; আনফালে তামোল-পাণৰ বটা।" আঠ বছৰৰ শিক্ষা-জীৱনত সংস্কৃত ভাষা, সাহিত্য, দৰ্শন, সংহিতাৰ সকলোবোৰ পোৱা গ্ৰন্থ অধ্যয়ন কৰি শঙ্কৰদেৱে সমগ্ৰ ভাৰতীয় জ্ঞান আৰু ৰস-সাধনাৰ লগত স্থাপন কৰিলে গভীৰ সম্পৰ্ক। অসামান্য মেধা আৰু প্ৰতিভাৰে প্ৰতিটো বিষয়ৰ তত্ত্ব আৰু অৰ্থ সম্যকভাৱে গ্ৰহণ কৰিলে আৰু উত্তৰ-মীমাংসা অৰ্থাৎ বেদান্তৰ মাজত বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিৰ সৎ-চিৎ-আনন্দময় ঘাই কাৰণ আৰু সত্য আৱিষ্কাৰ কৰিলে। আনহাতে ভাগৱত পুৰাণৰ কৃষ্ণ চৰিত্ৰৰ মাজত আৱিষ্কাৰ কৰিলে বেদান্তৰ তত্ত্ব আৰু সত্যৰ ৰসময় ৰূপ। বেদান্তৰ জ্ঞানে আৰু ভাগৱতৰ ৰসে শঙ্কৰদেৱৰ দৃষ্টি আৰু দৰ্শনৰ, বোধ আৰু ৰসৰ আধাৰ নিৰ্মাণ কৰি দিলে এই সময়ছোৱাতে। এটি সৰু ঘটনাই তেওঁৰ জ্ঞান আৰু বোধৰ স্বচ্ছতাৰ সাক্ষী দিয়ে। তেওঁৰ গুৰু মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰদেৱে যে ব্ৰহ্মজ্ঞান লাভ কৰিছিল সেই বিষয়ে নিশ্চিত হ'বলৈ, তেওঁ দুৰ্গাৰ স্তৱ শিকাব আৰু তাৰ বাবে হাঁহ-পাৰকে ধৰি নৈবেদ্য গোটাই আনিব লাগিব বুলি কোৱাত, শঙ্কৰদেৱে গুৰুক কৃষ্ণস্তৱ শিকাবলৈ অনুৰোধ কৰিলে। মহেন্দ্ৰ কন্দলি সন্তুষ্ট হ'ল। তত্ত্ব-জ্ঞান আৰু ৰসবোধৰ, মস্তিষ্ক আৰু হৃদয়ৰ, বুদ্ধি আৰু বোধৰ এনে সমাহাৰ শঙ্কৰদেৱৰ বাহিৰে কাৰ মাজত বিচাৰি পাব? এহাতে অধ্যয়ন আৰু

জ্ঞানৰ বিশালতা আৰু গভীৰতা, আৰু আনহাতে বোধ আৰু অনুভৱৰ বিশালতা আৰু গভীৰতাৰ এনে সমাহাৰে শঙ্কৰদেৱৰ ব্যক্তিত্বক দান কৰিছে ঐশ্বৰিক গুণ আৰু মহত্ব।

মহেন্দ্ৰ কন্দলিৰ টোলত থাকোঁতেই তেওঁৰ পতঞ্জলিৰ ৰাজযোগৰ লগতো পৰিচয় স্থাপিত হয়, আৰু তেওঁ যোগশাস্ত্ৰ অধ্যয়ন কৰি যোগসাধনা কৰিবলৈ লয়। চৰিত-পুথিত কৈছে যে যোগাভ্যাসৰ বলত তেওঁ পানীত এপৰ সময় বুৰ মাৰি থাকিব পাৰিছিল, পানীৰ মাজত থাকিলেও তেওঁৰ কাপোৰ নিতিতিছিল। তেওঁ পাটসূতাৰে বান্ধি বায়ু নিৰোধকৰে আৰু সূতা ছিগি যায়, বুৰমাৰি তেওঁ ব্ৰহ্মপুত্ৰৰ বুকুৰপৰা শিহু ধৰি আনি আকৌ এৰি দিছিল।

এই যোগসাধনাই তেওঁৰ শৰীৰৰ পুষ্টি আৰু শক্তি বৃদ্ধি কৰাৰ প্ৰমাণ দিয়ে দোকোলটকা ব্ৰহ্মপুত্ৰ সাঁতুৰি ইপাৰ-সিপাৰ হোৱাৰ তেওঁৰ কৰ্মতাই; প্ৰমাণ দিয়ে এটা ষাঁড় গৰুক তেওঁ অকলেই ঘটুৱাৰ ঘটনাই। আনকি কছাৰীসকলৰ আক্ৰমণৰ সময়ত হাতে লিখা সাঁচিপতীয়া পুথিখন উদ্ধাৰ কৰি লৈ যোৱাৰ সময়ত অকলশৰে দেখুওৱা তেওঁৰ শক্তি আৰু পৰাক্ৰমেও তাৰ সাক্ষ্য বহন কৰে। এই ষাঁড়-মৰ্দনকে ধৰি তেওঁ অনায়াসে কৰা শাৰীৰিক-শক্তি যুক্ত কৰ্মবিলাক যে যোগাভ্যাসৰ বলতে হৈছিল সেই সম্পৰ্কে সন্দেহ নাই। কিন্তু, ভক্তিৰ তত্ব আৰু বোধৰ আগত আধ্যাত্মিক সাধনা স্বৰূপে যোগশাস্ত্ৰৰ যে প্ৰয়োজন নাই সেই কথা অনুভৱ কৰি তেওঁ তেনে সাধনা পৰিত্যাগ কৰিলে।

এঘাৰৈছ বছৰ বয়সত মহেন্দ্ৰ কন্দলিৰ টোলৰ শিক্ষা সম্পূৰ্ণ কৰি শঙ্কৰদেৱ ঘৰলৈ ঘূৰাৰ পিছত ব্ৰাহ্মণসকলৰ দৰেই কায়স্থসকলেও মানি চলা ছয় সংস্কাৰৰ ভিতৰত 'উপনয়ন' হয়, অৰ্থাৎ উত্তৰীয় গ্ৰহণ কৰে। ইফালে তেওঁ ছাত্ৰশালিত থকাৰ সময়ত তেওঁৰ খুড়াককাক জয়ন্ত দলৈয়ে লৈ থকা শিৰোমণি ভূঞাৰ দায়িত্বও শঙ্কৰদেৱক গতাই দিয়ে। অনিচ্ছাসত্বেও তেওঁ এই দায়িত্বও গ্ৰহণ কৰে। সেই সময়ত চুবুৰীয়া কছাৰী ৰাজ্যই আক্ৰমণ কৰি থকাত শঙ্কৰদেৱে সেই আক্ৰমণ প্ৰতিৰোধৰ ব্যৱস্থা কৰে।

শঙ্কৰদেৱে যি জ্ঞান আৰু তত্ব লাভ কৰিলে, তাৰ মাজতে তেওঁ দেখা পালে নতুন পথ। তেওঁ দেখা পালে কেনেকৈ ধৰ্মৰ নামত সেই সময়ত প্ৰচলিত আচৰণ আৰু অনুষ্ঠানবিলাকে আসুৰিকতা আৰু আদিমতাৰ অনুশীলন কৰিছিল আৰু ব্যভিচাৰ সৃষ্টি কৰিছিল। বৰ্ণভেদ প্ৰথাই অন্ত্যজ বুলি ধৰা সকলৰ প্ৰতি কৰা আচৰণৰ মাজত অমানবীয় মনোবৃত্তি দেখা পায়ো তেওঁ ব্যথিত হৈছিল। তেওঁ নিজৰ ভিতৰত অনুভৱ কৰিলে এই অৱস্থাৰ পৰিবৰ্তন সাধনৰ প্ৰয়োজনীয়তা।

## শঙ্কৰদেৱৰ সময়ৰ ধৰ্মীয় অৱস্থা

পুৰণি অসম তন্ত্ৰ, মন্ত্ৰ, যাদুবিদ্যাৰ বাবে যিদৰে প্ৰসিদ্ধ আছিল তেনেদৰে প্ৰসিদ্ধ আছিল শৈৱ আৰু শাক্ত পূজা-পাতলৰ বাবেও। তান্ত্ৰিকসকলৰ মাজত, সাহিত্যৰথী

বেজবৰুৱাই দিয়া মত অনুসৰি, ভৌতিক বিদ্যা, ইন্দ্ৰজাল বিদ্যা, মংগল চোওৱা, সুৰাপান কৰা, গৰ্ভৱতী তিৰোতাৰ গৰ্ভ ছিৰি ভ্ৰূণ পৰীক্ষা আদিৰ দৰে জঘণ্য কাৰ্যও প্ৰচলিত আছিল। তাতে অসমত তান্ত্ৰিক হিন্দুমত আৰু তান্ত্ৰিক বৌদ্ধমত দুয়োটাৰ বিস্তাৰ ঘটিছিল। কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ এই দুয়োখন হিন্দু শাক্ত তন্ত্ৰ অসমতে ৰচিত হৈছিল। এই দুয়োখন তন্ত্ৰই যিবোৰ তান্ত্ৰিক বিধান দিছে তাত পঞ্চমকাৰৰ সাধনা (অৰ্থাৎ মদ, মাংস, মাছ, ভজা চাউল আৰু ৰতি সম্ভোগ)ৰ পৰা আৰম্ভ কৰি বিভিন্ন জীৱ-জন্তু বলি, নৰবলি, স্বগাত্ৰ-ৰুধিৰ দান, ভগশিশ্ন পূজা, কুমাৰী পূজা আদি সকলোবোৰ অন্তৰ্ভুক্ত হৈছিল। এতেকে, বামচাৰী ব্যভিচাৰৰ কোনো মাত্ৰা নাছিল।

একে সময়তে বজ্ৰযানী বৌদ্ধ তন্ত্ৰয়ো খ্ৰীষ্টীয় সপ্তম-অষ্টম শতিকাৰ পৰাই অসমত ঠাই উলিয়াই লৈছিল। বৌদ্ধ টাটকীয়া আৰু অৰীতীয়া সকলৰ প্ৰভাৱ যে শঙ্কৰদেৱৰ সময়তো প্ৰবল হৈ আছিল, তাৰো সংকেত শঙ্কৰদেৱে নিজেই দি গৈছে। বিণ্টাৰনিৎজে তেওঁৰ 'ভাৰতীয় সাহিত্যৰ ইতিহাস'ত বজ্ৰযানক বৌদ্ধমতৰ সামান্য স্পৰ্শ দি ইন্দ্ৰজাল অদ্বৈতবাদ আৰু ৰতিশাস্ত্ৰৰ অদ্ভুত মিশ্ৰণেৰে কৰা পন্থা বুলি কৈ গৈছে।

ইফালে অসমৰ সাধাৰণ মানুহৰ মাজত কিৰাতীয় ধৰ্মবিশ্বাসৰ প্ৰভাৱ আছিল অসীম। এই কিৰতীয়া ধৰ্মনো কি? ই আছিল লোকদেৱতা শিৱৰ পূজা আৰু ইয়াৰ লগত জড়িত হৈ আছিল অসমৰ প্ৰাচীনতম কছাৰীসকলৰ ধৰ্মবিশ্বাস আৰু ধৰ্মীয় আচৰণ। হাঁহ, পাৰ, কুকুৰা আদি বলিৰ পৰা আৰম্ভ কৰি সুৰাপানলৈকে বিভিন্ন আচৰণ ইয়াৰ লগত যুক্ত হৈ আছিল। কছাৰীসকলে কৰা শিৱপূজাৰ বৰ্ণনা এটি দৰং ৰাজবংশাৱলীত আছে এনেদৰে ঃ

হংস পাৰ মদ ভাত মহিষশূকৰ।
কুকুৰা ছাগল উপহাৰ নিৰন্তৰ।।
পাতিলা নাচন তথা মাদল বজাই।
সবাৰো মাজত তুলিলন্ত দেওধাই।।

আনহাতে অসমৰ শিৱমন্দিৰসমূহত য'ত ব্ৰাহ্মণ-পুৰোহিতে পূজা কৰে তাতো পঠা ছাগলী মুচৰি বলি দিয়াৰ প্ৰথা আছিল বুলি জনা যায়। এনে শিৱমন্দিৰত, ভাৰতৰ আন ঠাইত থকা দেৱদাসীৰ দৰে 'নটী'সকল আছিল। তেওঁবিলাকে বিগ্ৰহৰ সন্তুষ্টিৰ বাবে মন্দিৰত নাচিছিল।

শাক্ত পূজাৰ প্ৰাবল্যয়ো অসম বুৰাই থৈছিল। দশভুজা দুৰ্গা, অষ্টভুজা কৌশিকী, চতুৰ্ভুজা কালী বা চামুণ্ডা, ষোড়শভুজা ভদ্ৰকালী, অষ্টাদশভুজা উগ্ৰচণ্ডী, চতুৰ্ভুজা উগ্ৰতাৰা, দ্বিভুজা উমা, শিৱদুতী আদি অনেক ৰূপত দেৱী পূজিতা হৈছিল। শদিয়াৰ কেঁচাইখাতী গোসানী তাম্ৰকান্তৰূপত পূজিতা হৈছিল। এই ৰূপত "দেৱী ভীষণা, মদ্যপায়িনী আৰু নৰমাংস-ভক্ষিণী"। কামাখ্যাপীঠতো নৰবলি পৰ্যন্ত দিয়াৰ কথা পোৱা

যায়। প্ৰাচীন কামৰূপত যে বিষ্ণু পূজা সোমোৱা নাছিল, এনে নহয়। কিন্তু এই পটভূমিত বৈষ্ণৱতন্ত্ৰ, পাঞ্চৰাত্ৰ বা সাত্বত তন্ত্ৰৰ শক্তি আছিল বহু পৰিমাণে দুৰ্বল। ফলত উপনিষদ, ষড় দৰ্শন, গীতা, ভাগৱতৰ তত্ত্বচৰ্চাৰ পৰিবৰ্তে ধৰ্ম হৈ উঠিছিল বিভিন্ন প্ৰকাৰৰ অন্ধবিশ্বাস, কু-সংস্কাৰ, অনাচাৰেৰে পৰিপূৰ্ণ অনুষ্ঠান। যাদুবিদ্যা, তন্ত্ৰ-মন্ত্ৰৰ প্ৰাবল্যই সাধাৰণ মানুহক কৰি তুলিছিল ভীত আৰু সন্ত্ৰস্তও।

**কীৰ্তনঘৰ বা নামঘৰ ঃ**

মহেন্দ্ৰ কন্দলিৰ টোলত থাকোঁতেই যি সত্য শঙ্কৰদেৱে জ্ঞান আৰু অন্তৰ্দৃষ্টিৰে দেখা পালে সেই সত্য যে বেদান্তৰ ব্ৰহ্মা সত্য, সেই সম্পৰ্কে সন্দেহ নাই। বেদান্তৰ নিৰ্গুণ, নিৰাকাৰ ব্ৰহ্মাক ভাগৱতত তেওঁ সগুণ, সাকাৰ কৃষ্ণৰ মাজত পালে। তেওঁ এই পৰমসত্য প্ৰচাৰ কৰা জীৱনৰ লক্ষ্য কৰি ল'লে। বিভিন্ন প্ৰকাৰৰ আসুৰিক পূজা-পাটল, বা হোম, যাগ-যজ্ঞৰে পাব নোৱৰা তত্ত্বক ৰসময় ভক্তিৰ যোগেদি পাব পাৰি। এই তত্ত্বক হৃদয়ত ধাৰণ কৰাৰ একমাত্ৰ উপায় হ'ল সমস্ত জগতৰ প্ৰতি অণু-পৰমাণুৰ মাজত বিষ্ণুক অনুভৱ কৰিবলৈ তেওঁৰ নাম লোৱা। এই উদ্দেশ্য আগত ৰাখিয়েই তেওঁ বৰদোৱালৈ আহিয়েই কীৰ্তনঘৰ এটি সজায়। এয়ে পিছত সত্ৰয়-সত্ৰয় আৰু গাঁৱে-ভূঞে থকা কীৰ্তনঘৰ বা নামঘৰৰ প্ৰথম আৰ্হি। ভাৰতবৰ্ষত ইমান দিনে পূজা-উপাসনাৰ বাবে নিৰ্মিত দৌল-দেৱালয়, মঠ-মন্দিৰৰ ওখ চূড়া-বিশিষ্ট স্থাপত্যৰ পৰিবৰ্তে সাধাৰণ মানুহে ব্যৱহাৰ কৰা ঘৰৰ আৰ্হিৰেই তেওঁ সাজি উলিয়ালে এই নামঘৰ। নামঘৰৰ স্থাপত্য, সৰলতাই সাধাৰণ মানুহৰ বাবে যিদৰে সহজ-গ্ৰহণীয় কৰি তুলিলে, ইয়াৰ স্থাপত্যৰ স্বাভাৱিক গাম্ভীৰ্যই শ্ৰদ্ধাও আদায় কৰিবলৈ সমৰ্থ হ'ল। আধুনিক কালত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই নামঘৰৰ এই সৰল গাম্ভীৰ্যৰ বিষয়ে কৰা মন্তব্য প্ৰণিধানযোগ্য। তেওঁ কৈছিল, "অসমীয়া স্থাপত্যৰ এটা প্ৰধান নিদৰ্শন বুলি যদি আমি নামঘৰবোৰক ধৰোঁ তেন্তে দেখাতেই সি সহজ সৰল যৌগিক সৌন্দৰ্যৰ ওপৰত প্ৰতিষ্ঠিত। ... আচৰিত কথা যে শ্ৰীশঙ্কৰদেৱৰ এই নামঘৰৰ সহজ সৰলতাই আজি বিশ্বস্থাপত্যৰ আধুনিক আৰু ভাবিষ্যতিক ৰূপৰো আদৰ্শ। ... নৱভাৰতীয় তথা অসমীয়া স্থাপত্যও প্ৰতিষ্ঠিত হ'ব লাগিব সহজ, সৰল যৌগিক পৰিকল্পনাৰ ওপৰতেই।"

শ্ৰীমন্ত শঙ্কৰদেৱে স্থাপন কৰা নামঘৰৰ আৰ্হি অনেকে জনগোষ্ঠীয় মৰংঘৰৰ লগতো তুলনা কৰে। সি যি কি নহওক, এই নামঘৰ বৈষ্ণৱ ধৰ্ম, বৈষ্ণৱ সংস্কৃতি আৰু অসমৰ সমাজ-জীৱনৰ স্নায়ুকেন্দ্ৰ স্বৰূপ। ইয়াত নাম-কীৰ্তনেৰে সমূহীয়াভাৱে উপাসনা কৰাৰ উপৰিও, নামঘৰ মুকলি মঞ্চস্বৰূপে ব্যৱহৃত হৈ আহিছে। নামঘৰতে নৃত্য, গীত, বাদ্য আৰু অভিনয়ৰ অনুশীলন আৰু পৰিবেশন কৰা হয়। ধৰ্মৰ অংগস্বৰূপে কৰা সকলো ৰাজহুৱা সাংস্কৃতিক কৰ্মৰ থলী হ'ল নামঘৰ। প্ৰতি সত্ৰৰ আৰু প্ৰতি গাঁৱৰ

নামঘৰ হ'ল উপাসনা গৃহ আৰু নাটশালা। কেৱল এয়ে নহয়, নামঘৰ হ'ল ৰাজহুৱা বিচাৰালয়ো। নামঘৰ একোটিক কেন্দ্ৰ কৰি থকা সমজুৱাসকলৰ ব্যক্তিগত, সমাষ্টিগত, সামাজিক বা পাৰিবাৰিক সংঘাত বা সমস্যা সমাধানৰ বাবে সমালোচনা কৰা আৰু সিদ্ধান্ত লোৱাৰ স্থান হ'ল নামঘৰ। নামঘৰে দৰাচলতে আধ্যাত্মিক, নৈতিক, সাংস্কৃতিক আৰু সামাজিক শিক্ষানুষ্ঠানৰ দায়িত্ব পালন কৰি আহিছে। পৃথিৱীৰ আন কোনো ঠাইত নামঘৰৰ দৰে এনেভাৱে আটাইকেউটা বিষয়ৰ শিক্ষা আৰু প্ৰয়োগৰ অনুষ্ঠান নাই। শ্ৰীমন্ত শঙ্কৰদেৱে এঁকৈছ বছৰ বয়সত পৰিকল্পনা কৰা নামঘৰ অসমীয়া সমাজৰ আটাইতকৈ পবিত্ৰ আৰু গুৰুত্বপূৰ্ণ অনুষ্ঠান।

**বিষ্ণুমূতি প্ৰতিষ্ঠা আৰু ভাগৱতত শৰণ ঃ**

শঙ্কৰদেৱে নামঘৰ সজাবলৈ মাটি খন্দাওঁতে শিলৰ চতুৰ্ভুজ বিষ্ণুমূৰ্তি এটি আবিষ্কৃত হয়। এই আবিষ্কাৰে প্ৰমাণ কৰে যে 'বিষ্ণুপূজা' অসমত পূৰ্বতো আছিল। দ্বিতীয়তে, শঙ্কৰদেৱে পূজা-পাটলৰ ঠাইত কৃষ্ণনাম শ্ৰৱণ আৰু কীৰ্তনৰ পন্থা প্ৰৱৰ্তন কৰাৰ আৰম্ভণি কৰিছিল যদিও বিষ্ণুমূৰ্তিটি আনুষ্ঠানিকভাৱে প্ৰতিষ্ঠা কৰিবৰ বাবে প্ৰথমবাৰৰ বাবে সাতখলপীয়া এখন সিংহাসন নিৰ্মাণ কৰি উলিয়ায়। চাৰিকোণীয়া সিংহাসনৰ চাৰিও দাঁতিত ক্ৰমে কাছ, কাছৰ ওপৰত হাতী আৰু হাতীৰ ওপৰত সিংহৰ মূৰ্তি কাটি, প্ৰতিটো খলপা ওপৰলৈ ক্ৰমাৎ সৰু কৰি লৈ গৈ ওপৰৰ খলপাত বিষ্ণুমূৰ্তি প্ৰতিষ্ঠা কৰিলে। শঙ্কৰদেৱ মূৰ্তিপূজা তথা পৌত্তলিকাত বিৰোধী হোৱা সত্ত্বেও সমকালীন সমাজ মনস্তত্ত্বৰ নাড়ীজ্ঞানো তেওঁৰ আছিল। পৰৱৰ্তীকালত "প্ৰতিমাত দেৱতা বুদ্ধি" কৰাসকলক কঠোৰ সমালোচনা কৰা শঙ্কৰদেৱে, প্ৰথমে লাভ কৰা বিষ্ণুমূতি শ্ৰদ্ধাসহকাৰেই গ্ৰহণ কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱে এই বিষ্ণুমূৰ্তি প্ৰতিষ্ঠা কৰিবলৈ ভূঞাৰাজ্যৰ সকলো ব্ৰাহ্মণ আৰু ভূঞাসকলক নিমন্ত্ৰণ কৰি আনিলে। ৰামৰামগুৰু পূজাৰ আসনত বহিল, শঙ্কৰদেৱ বহিল প্ৰতিমাৰ ওচৰত। ৰামৰাম গুৰুৱে বিষ্ণুপূজাৰ যি মন্ত্ৰ মাতি ফুল-তুলসী মূৰ্তিত দিয়ে, সকলোকে বিস্মিত কৰি সেই ফুল-তুলসী গৈ শঙ্কৰদেৱৰ শিৰত উঠেগৈ। এই অলৌকিক ঘটনা দেখি, পূজাৰ অন্তত ৰামৰামগুৰু প্ৰমুখ্যে সকলো ব্ৰাহ্মণে শঙ্কৰদেৱক ক'লে,

ভক্তি মুক্তি দাতা তুমি বিনে নাহি আন।
চৰণে সেৱিলোঁ প্ৰভু দিয়োক শৰণ।।

শঙ্কৰদেৱে ক'লে, "মই কায়স্থ। আপোনালোক ব্ৰাহ্মণ। মই শাস্ত্ৰৰ বিধান অৱজ্ঞা কৰি কেনেকৈ শৰণ দিওঁ?" কিন্তু ৰামৰামগুৰু প্ৰমুখ্যে উপস্থিত সকলোৱে শঙ্কৰদেৱৰ মহিমা প্ৰত্যক্ষ কৰি শঙ্কৰদেৱৰ যুক্তি মানিবলৈ সম্মত নোহোৱা দেখি তেওঁ ক'লে, "যদি সেয়ে হয়, কেইদিনমান অপেক্ষা কৰিব লাগিব।"

এই সময়ছোৱাত শঙ্কৰদেৱে ভাগৱতৰ দশম স্কন্ধৰ "গোপী-উদ্ধৱ-সংবাদ"ৰ পদ

ৰচনা কৰি, সাঁচিপাতত সেই পুথি লিখি উলিয়ালে। এনেভাৱে লিখি উলিওৱা ভাগৱতৰ এই অংশ নামঘৰত স্থাপন কৰি, ব্ৰাহ্মণসকলক এই ভাগৱত শাস্ত্ৰত শৰণ দিলে। তেওঁ ইয়াৰদ্বাৰা সামাজিক পৰম্পৰাৰ প্ৰতি অসন্মান নকৰাকৈ সামাজিক পৰম্পৰাৰ এক অভাবনীয় পৰিবৰ্তন আৰু সংস্কাৰ সাধন কৰিলে। তেওঁ বিষ্ণুমূৰ্তি অৱজ্ঞা নকৰিলে অথচ শৰণ দিয়ালে ভাগৱতত, অৰ্থাৎ অক্ষৰ ব্ৰহ্মত; তেওঁ ব্ৰাহ্মণসকলৰ সামাজিক মৰ্যাদাও ৰাখিলে, অথচ তেওঁবিলাকৰ শৰণো দিলে। শঙ্কৰদেৱে অসমত আগ্ৰাৱতী ভক্তিধৰ্ম প্ৰৱৰ্তনৰ শুভাৰম্ভ কৰিলে এনেকৈয়ে অভূতপূৰ্ব পদ্ধতিৰে। তেওঁ ঐতিহ্যও ৰাখিলে আৰু তাৰ পৰিবৰ্তনো সাধন কৰিলে। সবাতোকৈ ডাঙৰ কথা হ'ল এয়ে যে, তেতিয়ালৈকে তেওঁ ভাৰতীয় বেদ, উপনিষদ, পুৰাণ, দৰ্শন, কাব্যৰ লগত পৰিচিত হ'লেও সমকালীন ভাৰতবৰ্ষত হোৱা ভক্তি-আন্দোলনৰ প্ৰত্যক্ষ সংস্পৰ্শলৈ যোৱাই নাছিল। নিজৰ জ্ঞান, মেধা, মহত্ব আৰু নৱোন্মষশালিনী উদ্ভাৱন প্ৰতিভাৰে দাস্য ভক্তিমাৰ্গ আৰু শ্ৰৱণ-কীৰ্তনৰ আধাৰত নাম-প্ৰসংগৰ অভিনৱ পদ্ধতিৰ সূচনা কৰিলে। এই পদ্ধতিত নামত বহা সকলো সমান; আসন সমান, মৰ্যাদা সমান। সমূহীয়াভাৱে প্ৰসংগত সকলোৱে সমানে অংশগ্ৰহণ কৰে।

নাম-প্ৰসংগত সন্মুখত থগী বা শৰাইত ভাগৱত অথবা ভাগৱতৰ আধাৰত ৰচিত কীৰ্তন বা গুণমালা প্ৰতিষ্ঠা কৰি লয়। ভাগৱত হ'ল অক্ষৰ ব্ৰহ্মৰ প্ৰতিৰূপ সগুণ ঈশ্বৰ কৃষ্ণৰ আখ্যান। সেই বাবে ভাগৱত হ'ল স্বয়ং কৃষ্ণস্বৰূপ। এতেকে কৃষ্ণক প্ৰতিষ্ঠা কৰি কৃষ্ণৰ নাম-গুণ, শ্ৰৱণ-কীৰ্তন কৰাৰ এই পদ্ধতি স্বাভাৱিকতে সহজ-সৰল আৰু সকলোৱে সমানে অংশগ্ৰহণ কৰিব পৰা পদ্ধতি।

## সংসাৰ-বন্ধনত শঙ্কৰদেৱ

শিৰোমণি ভূঞাৰ বিষয়-বাব কিছুদিন চলোৱাৰ পিছত শঙ্কৰদেৱে অনুভৱ কৰিলে যে বিষয়বাবে তেওঁক তেওঁৰ প্ৰকৃত লক্ষ্যৰপৰা বিচ্যুত কৰিব পাৰে। সেইবাবে খুড়া-ককাক জয়ন্তা দলৈকে মুখ্য কৰি ভূঞা বংশৰ সকলোকে গোটাই নিজৰ ইচ্ছা আৰু আগ্ৰহৰ কথা জনালে আৰু শিৰোমণি ভূঞাৰ দায়িত্ব গটাই দিব খুজিলে। কিন্তু ফল বিপৰীতে হ'ল। খুড়া ককাককে মুখ্য কৰি সকলোৱে তেওঁক দায়িত্বৰ পৰা অব্যাহতি ল'বলৈ নিদিলেই, বৰং তেওঁক বিয়াবাৰু কৰাই গৃহী হ'বলৈ হেঁচা দিলে। বুঢ়ীমাক খেৰসুতীৰ কথা বিশেষভাৱে পেলাব নোৱাৰি তেওঁ শিৰোমণি ভূঞাৰ দায়িত্ব চলাই যাবলৈ আৰু অৱশেষত গৃহী হ'বলৈও সন্মতি দিবলগীয়া হ'ল। শঙ্কৰদেৱে প্ৰৱৰ্তন কৰিবলৈ বিচৰা ধৰ্মতো সন্ন্যাসৰ স্থান নাই। গৃহী হৈ সংসাৰ ধৰ্ম পালন কৰিও যাতে সাধাৰণ সকলো লোকে ধৰ্মাচৰণ কৰিব পাৰে

তেওঁৰ সেই পৰিকল্পনাই আছিল। অৱশেষত ১৩৯২ শকত অৰ্থাৎ একৈশ বছৰ বয়সত তেওঁ হৰিখাঁ ভূঞাৰ কন্যা সূৰ্যবতীক বিয়া কৰাই গৃহী হ'ল। সূৰ্যবতীয়ে বিয়াৰ দুবছৰৰ (কোনো কোনোৰ মতে তিনি বছৰ) পিছত এটি কন্যা সন্তান জন্ম দিলে। সন্তানটিৰ নাম ৰাখিলে হৰিপ্ৰিয়া, ঘৰুৱা নাম মনু। মনুৰ জন্মৰ ন মাহৰ পিছত সূৰ্যবতীৰ মৃত্যু হয়। সূৰ্যবতীৰ মৃত্যুৰ পিছত শঙ্কৰদেৱৰ মনত পুনৰ বৈৰাগ্যৰ ভাব আহে। কিন্তু মাক নাইকিয়া ছোৱালীজনী ডাঙৰ হোৱালৈকে তেওঁ নিজৰ মাৰ্গৰ কাম কৰি থাকিলেও তীৰ্থলৈ হোৱাৰ ইচ্ছা পূৰ্ণ কৰিব পৰা নাছিল।

শঙ্কৰদেৱে ৰামচন্দ্ৰ ভূঞাৰ পুত্ৰ হৰি ভূঞাৰ লগত মনুক কিশোৰী অৱস্থাতে বিয়া দি বত্ৰিশ বছৰ বয়সত তীৰ্থভ্ৰমণৰ কাৰণে ওলায়। লগত গ'ল ১৭ জন ভকত। হৰি জোঁৱাইক আৰু বনগঞাগিৰিক ঘৰ-বাৰীৰ দায়িত্ব দি তেওঁ পশ্চিমলৈ যাত্ৰা কৰিলে। শঙ্কৰদেৱৰ লগত যোৱা সংগীসকল আছিল ৰামৰাম, সৰ্বজয়, পৰমানন্দ, বলোৰাম, বলোভদ্ৰ, গোবিন্দ, নাৰায়ণ, বৰশ্ৰীৰাম, গোপাল, চোট বলোৰাম, মুকুন্দ, মুৰাৰি, হৰিদাস, দামোদৰ আতা, শঙ্কৰদেৱৰ গুৰু মহেন্দ্ৰ কন্দলি আৰু আন দুজন।

## শঙ্কৰদেৱে ভ্ৰমণ কৰা তীৰ্থ

১৪০৩ শকত তীৰ্থ কৰিবলৈ সঙ্গীসকলৰ সৈতে ওলাই যোৱা শঙ্কৰদেৱে বাৰ বছৰ ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থ ভ্ৰমণ কৰে আৰু ১৫০০ শকত প্ৰত্যাবৰ্তন কৰে।

গুৰুচৰিত কথাত আছে পূৰ্ণভৰা কৰতীয়াত স্নান কৰি ভাগীৰথী চিলিপুৰ ঘাটত ৰ'ল। তাৰপৰা গয়া পালেগৈ। বাৰানসী, কাশী, প্ৰয়াগ, পুষ্কৰ তীৰ্থ, অযোধ্যা, সৰযু গঙ্গা, কোষাৱতীপুৰ, প্ৰম্নাৱতী নগৰ, ভৰদ্বাজ আশ্ৰম আদিত বৈ বৈ বৃন্দাবন পালেগৈ। যাওঁতে বাটত বিভিন্নজনে তেওঁত শৰণ লোৱাৰ কথাও চৰিত পুথিত আছে। বৃন্দাবনত ৰাধা নামৰ সন্ন্যাসীয়ে আৰু ৰূপ, সনাতন আৰু বৃন্দাবন দাসে শৰণ লোৱা বুলি কৈছে। বৃন্দাবনৰপৰা হস্তিনাপুৰ, ইন্দ্ৰপ্ৰস্থ, কুৰুক্ষেত্ৰ আদি চাই বদৰিকাশ্ৰম পালেগৈ। এই বদৰিকাশ্ৰমতে "মন মেৰি ৰাম চৰণহি লাগু" এই প্ৰথম গীতটো ৰচনা কৰিছিল। তাৰপৰা হিমালয়ৰপৰা নামি নেপাল, নৈবেধ, পাঞ্চাল আদি বিভিন্ন স্থান ভ্ৰমণ কৰি মাৰ্গ কাশী আৰু বিন্দু কাশী পাইছে। তাৰপৰা কৌশিক তীৰ্থ, পুষ্পভদ্ৰা নদী, কপিল, গণ্ডুকী, মথুৰা, উপ-দ্বাৰকা আদি ভ্ৰমণ কৰি অঙ্গ দিয়া নগৰ, চন্দ্ৰাৱতী, ৰামেশ্বৰ সেতু বন্ধ, সীতাকুণ্ড, সুবাহু, বিদিশা, দণ্ডকা, গোদাৱৰী, গোমতী, তক্ষক, পঞ্চবতী, কিষ্কিন্ধা, পুষ্কৰৱতী পাইছেগৈ। নৰ্মদা, মহানন্দা, কটক দৰ্শন কৰি জগন্নাথত ৰ'ল। তাতে পঞ্চতীৰ্থত স্নান কৰি সমীপৰ তীৰ্থসমূহ ভ্ৰমণ কৰিলে। জগন্নাথত থকাৰ সময়তে শঙ্কৰদেৱে শ্ৰোতাসকলৰ আগত কৃষ্ণচৰিত্ৰ ব্যাখ্যা কৰাৰ কথাও লিখিছে। শঙ্কৰদেৱে ৰচনা কৰা 'ভক্তিপ্ৰদীপ'

গ্ৰন্থখনত এই তীৰ্থসমূহৰ নাম তেওঁ প্ৰসংগক্ৰমে উল্লেখ কৰিছে।

গুৰুচৰিত কথাৰ এই ভ্ৰমণ বৃত্তান্ত পূৰ্ণ শতাংশ শুদ্ধ নহ'লেও বাৰ বছৰ কাল শঙ্কৰদেৱে যে ভাৰতবৰ্ষৰ ঘাই তীৰ্থসমূহ ভ্ৰমণ কৰিছিল সেই বিষয়ে সন্দেহ নাই। তীৰ্থসমূহৰ ভিতৰত বৃন্দাবন আৰু জগন্নাথৰ প্ৰতি অধিক আকৰ্ষণ থকা বুলিও অনুমান কৰিব পাৰি। এই তীৰ্থভ্ৰমণে সমকালীন ভাৰতবৰ্ষত ঘটা ভক্তি আন্দোলনৰ লগত প্ৰত্যক্ষ সংযোগ স্থাপন কৰিবলৈও তেওঁক সুযোগ উলিয়াই দিলে। তেওঁৰ সমকালীন সন্তসকলৰ পন্থা আৰু কামৰ লগত পৰিচিত হোৱাৰ উপৰি ভক্তি-আন্দোলনে সৃষ্টি কৰা গীত, নৃত্য, বাদ্য, অভিনয় আৰু কাব্য ৰচনাৰ জাগৰণৰ লগতো প্ৰত্যক্ষ সংযোগ স্থাপিত নোহোৱাকৈ নাথাকিলে। তেওঁ পৰবৰ্তী কালত অসমৰ আধ্যাত্মিক জগততে নহয় সাংস্কৃতিক আৰু সামাজিক জগততো যি পৰিবৰ্তন সাধন কৰিলে তাৰ আঁৰতো তেওঁৰ তীৰ্থভ্ৰমণৰ অভিজ্ঞতাৰ ফল নিশ্চয় জড়িত হৈ আছে। বিশিষ্ট পণ্ডিত আৰু ৰাজনীতিজ্ঞ চৰ্দাৰ পাণিকৰে শঙ্কৰদেৱৰ সম্পৰ্কে ক'বলৈ গৈ কৈছিল, শঙ্কৰদেৱে ভাৰতবৰ্ষক অসমলৈ সুমাই আনিলে আৰু অসমক ভাৰতবৰ্ষৰ বুকুলৈ নিলে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ বাৰ বছৰ জোৰা সুদীৰ্ঘ কালৰ ভ্ৰমণে ভাৰতবৰ্ষক চাক্ষুষভাৱে তেওঁৰ লগত পৰিচয় কৰাই দিলে। ছাত্ৰশালিত পৰিচিত হৈছিল আধ্যাত্মিক, নৈতিক, বৌদ্ধিক আৰু সাহিত্য-শিল্পৰ তত্ত্ব আৰু ৰসৰ ভাৰতবৰ্ষৰ লগত; এতিয়া পুথিত থকা বিষয়বোৰৰ পবিত্ৰ স্থানসমূহ নিজে চাই আহিল; দেখি শুনি আহিল মাত-কথা, বেশ-ভূষা, আচৰণ, ব্যৱহাৰ, নৃত্য-গীত-অভিনয়কে ধৰি সমস্ত দিশ; লগ পাই আহিল সমগ্ৰ ভাৰতৰ বিভিন্ন স্থানৰ সন্ত-মহন্তসকলক। বিভিন্ন তীৰ্থস্থানত গীত-বাদ্য গোৱা আৰু সংকীৰ্তন কৰা আদি কাৰ্যয়ো শঙ্কৰদেৱক শ্ৰৱণ-কীৰ্তনৰ নিজস্ব ধাৰাটি গঢ়ি তোলাত সহায় কৰিলে। আগতে যি প্ৰণালী কেৱল নিজৰ মনেৰে উদ্ভাৱনা কৰিছিল, এতিয়া বাৰ বছৰীয়া ভ্ৰমণৰ অভিজ্ঞতাৰে সেই প্ৰণালী তেওঁ ন-ৰূপত সজাই পৰাই তুলিবলৈ সুবিধা পালে।

## বৰদোৱাত পুনৰ শঙ্কৰদেৱ

### প্ৰথম নাট চিহ্নযাত্ৰা :

বাৰ বছৰ মূৰত শঙ্কৰদেৱ বৰদোৱালৈ ঘূৰি আহিল। তেওঁৰ বুঢ়ীমাক খেৰসুতী তেতিয়াও জীৱিত। যদিও কোনো কোনো চৰিত পুথিত শঙ্কৰদেৱে তীৰ্থভ্ৰমণলৈ যোৱাৰ আগতে চিহ্নযাত্ৰা ভাওনা কৰাৰ কথা কৈছে সম্ভৱতঃ চিহ্নযাত্ৰা তীৰ্থভ্ৰমণৰ পৰা আহিহে কৰা কাম। তেওঁ বৰদোৱাত আহি গকুল, বৃন্দাবনৰ দিয়া বিৱৰণ শুনি সকলোটিয়ে কৃষ্ণলীলা চাওঁ বোলাত তেওঁ চিহ্নযাত্ৰাৰ এটি অভিনৱ পৰিকল্পনা কৰি উলিয়ালে। তেওঁ তুলাপাতত সাত বৈকুণ্ঠৰ পট আঁকি উলিয়ালে। মহেশ্বৰ নেওগে লিখিছে, "গুৰু গৃহত

ছাত্ৰৰূপী যি কাব্য আৰু নাট্যৰ জ্ঞান আহৰণ কৰিছিল আৰু বাৰ বছৰ তীৰ্থভ্ৰমণত যি অভিজ্ঞতা লভিছিল, তাৰ ওপৰত ভিত্তি কৰি 'চিহ্ন' নামে প্ৰথম অংক বা নাট লিখি তাৰ যাত্ৰা বা ভাওনা কৰে। এই 'চিহ্নযাত্ৰা'ই অসমীয়া সংগীত আৰু নাট্যকলাৰ এক অভূতপূৰ্ব অভিনয় অধ্যায় আৰু ভাৰতীয় সংগীত আৰু নাট্য-সাহিত্যৰ বুৰঞ্জীৰ ই এটি নতুন পাত মুকলি কৰি দিয়ে।"

শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰিয়ালত সঙ্গীতৰ চৰ্চা যে পূৰ্বৰে পৰা আছিল সেই কথা শঙ্কৰদেৱে ৰুক্মিণীহৰণ কাব্যৰ ভণিতাত তেওঁৰ পিতৃ কুসুম্বৰ ভূঞাৰ সম্পৰ্কে উল্লেখ কৰোঁতেই কৈ গৈছে। কুসুম্বৰক তেওঁ সৰ্বজন সমাদৃত সাক্ষাত গন্ধৰ্ব বুলি উল্লেখ কৰাৰ পৰাই এই কথা অনুমান কৰিব পাৰি। দ্বিতীয়তে বৈকুণ্ঠৰ পট আঁকি যাত্ৰা কৰাৰ কথা ওলাওঁতে শঙ্কৰদেৱৰ পেহাক বুঢ়াখাঁই নটুৱা নাচ শিকাবলৈ দিয়া পৰামৰ্শও উল্লেখযোগ্য। গীত আৰু ওজাপালিৰ লগত সংস্কৃত নাট্যকলাৰ উপাদান অন্তৰ্ভুক্ত কৰি শঙ্কৰদেৱে সৃষ্টি কৰিলে একশ্ৰেণী নতুন নাটক। ইয়াৰ আৰম্ভণি হ'ল চিহ্নযাত্ৰাতে। চিহ্নযাত্ৰাৰ বাবে তেওঁ কপিলী মুখৰ মাটিৰে খোল সাজি গৰুৰ ছালেৰে চাই সিজোৱা বৰা চাউলেৰে ঘুণ দি, মৃদঙ্গতকৈ বেলেগ নতুন বাদ্যযন্ত্ৰ প্ৰস্তুত কৰিলে। তাৰবাবে তেওঁ নতুনকৈ তাল আৰু বোল নিজে ৰচনা কৰিলে। কৃষ্ণলীলা দেখুৱাবৰ বাবে বিভিন্ন ভাৱৰীয়াৰ পোচাক-পৰিচ্ছদৰ উপৰি ছোঁ, মুখা আদিও সাজি উলিয়ালে। ৰামৰাম বিপ্ৰৰে সৈতে লগ লাগি নাট্য মণ্ডপৰ ভেটি প্ৰস্তুত কৰি কাঠৰ ফুলজালি কাটি মণ্ডপত ব্যৱহাৰ কৰিলে। হেঙুল-হাইতাল প্ৰস্তুত কৰি, প্ৰস্তুত কৰি লোৱা তুলাপাটত সাত বৈকুণ্ঠৰ ছবি আঁকিলে। জোৰা, মহতা লগাই পোহৰৰ ব্যৱস্থা কৰিলে। যাত্ৰা আৰম্ভ হোৱাৰ আগতে সংস্কৃত নাটকৰ পূৰ্বৰঙ্গৰ পৰিবৰ্তে সমগ্ৰ নাটখনত ব্যৱহৃত তাল আৰু বোলসমূহেৰে নাট-ধেমালি, সৰু ধেমালি, বৰ ধেমালি, ৰাগ-ধেমালি আৰু ঘোষা-ধেমালি ৰচনা কৰিলে। চৰিত পুথিত আছে শঙ্কৰদেৱে দেৱ-ধেমালিত নটা খোল একেলগে বজালে। শঙ্কৰদেৱ সাত বৈকুণ্ঠৰ এখনত নিজে নাৰায়ণ হ'ল আৰু ৰামৰামে সূত্ৰ ধৰিলে। আন এখন বৈকুণ্ঠত ৰামৰাম নাৰায়ণ হ'ল আৰু শঙ্কৰদেৱে সূত্ৰ ধৰিলে। নিজেই নাট্যকাৰ, প্ৰযোজক, পৰিচালক, সূত্ৰধাৰ, নটুৱা, গায়ন-বায়ন হৈ চিহ্নযাত্ৰাৰে তেওঁ এক অভিনৱ আৰু প্ৰায় অলৌকিক কৰ্ম সম্পন্ন কৰিলে। চিহ্যাত্ৰা নাটকৰ পাণ্ডুলিপি নথকাৰ বাবে সংলাপ, গীত-মাত কি আছিল চিন-মোকাম একো নাথাকিল। বৰদোৱা চৰিতত আছে, "এই কাৰ্যটিত সমুদায় মনুষ্য আচৰিত হৈ বিমোহিত হ'ল। সাতদিন সাতৰাতি ক্ৰমে চলি আছিল। পৰিদৰ্শক লোকসকলে এদিন এৰাতি বুলিহে মনতে ভাবিলে।"

চিহ্নযাত্ৰা ভাওনাৰ পিছতেই ৰাইজৰ শঙ্কৰদেৱৰ প্ৰতি গভীৰ ভক্তি উপজিল। তেওঁৰ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলি, তেওঁৰ সহপাঠী বন্ধু ৰামৰাম গুৰু, ৰামৰামৰ ভায়েক চতুৰ্ভুজ আৰু কৰ্ণপূৰ, কবিৰত্ন, বিদ্যাৰত্ন, ৰামসৰস্বতী আদি ব্ৰাহ্মণ পণ্ডিতসকলে, পেহাক

বুঢ়াখাঁকে ধৰি ভূঞাৰ জ্যেষ্ঠ, কনিষ্ঠসকলে আৰু চন্দৰী আইকে ধৰি মহিলাসকলে শঙ্কৰদেৱক গুৰু মানি কৃষ্ণত শৰণ ল'লে। ৰামানন্দৰ চৰিত পুথিৰ মতে তেওঁৰ খুড়া ককাক জয়ন্ত দলৈৰ পত্নী বুঢ়ীমাকক আৰু সম্বন্ধীয়া খুড়াককে ধৰি অনেক জ্যেষ্ঠক প্ৰথমে শৰণ দিছিল। মন কৰিবলগীয়া কথা এইয়ে যে শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা ভাগৱতী বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিবলৈ ইচ্ছুকসকলক তেওঁ সকলোকে ভাগৱতত শৰণ দিয়াইছে। চৰিত পুথিত আছে চিহ্নযাত্ৰাৰ অন্তত শঙ্কৰদেৱে তেওঁৰ গুৰু মহেন্দ্ৰ কন্দলিক যেতিয়া সেৱা কৰিবলৈ গ'ল, মহেন্দ্ৰ কন্দলিয়ে তেওঁক সাৱট মাৰি ধৰি ক'লে, "তোমাকহে মই নমস্কাৰ কৰিব লাগে; তুমি সাক্ষাত ঈশ্বৰৰ অৱতাৰ।" এইবুলি তেওঁ সমজুৱাসকলৰ আগত ঘোষণা কৰিলে, "শঙ্কৰদেৱৰ ঈশ্বৰত্বৰ প্ৰমাণ মই ছাত্ৰশালিতে পাইছোঁ।"

ভাৰতবৰ্ষৰ ধৰ্মৰ ইতিহাসত এই আটাইকেউটি ঘটনাই বিৰল ঘটনা। যদিও বেদ-উপনিষদ ৰচনাৰ সময়ত সম্প্ৰদায় নহয় প্ৰতিভাই উচ্চ স্থান লাভ কৰিছিল, ক্ষত্ৰীয় আৰু নাৰীয়েও বেদমন্ত্ৰ ৰচনা কৰিব পাৰিছিল, পিছৰ কালত সেই অৱস্থাৰ পৰিৱৰ্তন ঘটিছিল, আৰু ব্ৰাহ্মণৰহে এনে কামত অধিকাৰ স্থাপিত হৈছিল। এতেকে অব্ৰাহ্মণ গুৰুৰ ওচৰত ব্ৰাহ্মণে শৰণ লোৱাৰ কোনো অৱকাশেই ভাৰতবৰ্ষৰ আন ক'তো নাছিল। এনে এক পটভূমিত পুৰণি অসমৰ এইসকল ব্ৰাহ্মণে শঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰাৰ কথাই শঙ্কৰদেৱৰ অসাধাৰণ মহত্ব আৰু আনহাতে অসমৰ সমাজজীৱনত বৰ্তি থকা সাম্প্ৰদায়িক উদাৰতা তথা বৰ্ণাশ্ৰম প্ৰথাৰ শিথিলতাৰ পৰিচয় দিয়ে।

চৰিতপুথিৰ মতে শঙ্কৰদেৱৰ অসাধৰণত্ব আৰু মহত্ব সূচক ঘটনাসমূহে তেওঁৰ প্ৰতি সকলোৰে শ্ৰদ্ধা, ভক্তি আৰু বিশ্বাস গঢ়ি তুলিলে। প্ৰথমতে কীৰ্তন ঘৰ সজোৱাৰ সময়ত ওলোৱা বিষ্ণুমূৰ্তি প্ৰতিষ্ঠা কৰিবৰ সময়ত মূৰ্তিত দিয়া ফুল-তুলসী উফৰি আহি শঙ্কৰদেৱৰ মূৰত পৰা ঘটনাত সকলো বিস্মিত হোৱা বুলি বৰ্ণিত হৈছে। ঠিক তেনেকৈ শঙ্কৰদেৱে প্ৰথম বাৰ যেতিয়া বৰদোৱাত ফাকুৱা বা দৌলোৎসৱ পতাৰ আয়োজন কৰিলে তেতিয়াও সদৃশ ঘটনাৰ পুনৰাবৃত্তি ঘটাৰ কথা কোৱা হৈছে। ফাকুৱাৰ বাবে যি স্থানত বিষ্ণু মূৰ্তি আছিল, ৰামৰাম গুৰুৱে সেই মূৰ্তিৰ কাষতে বহি বিষ্ণুপূজাৰ মন্ত্ৰ মাতি মূৰ্তিৰ গালে ছটিওৱা ফাকু [illegible] ৰি শঙ্কৰদেৱৰ মূৰত পৰাত সকলোৱে আচৰিত হৈ তেওঁক ঈশ্বৰৰ অৱতাৰ মানি সেৱা কৰিলে। এই ঘটনাসমূহত তেওঁৰ অসাধাৰণ মহত্ব প্ৰকাশৰ বাবে পিছৰ সৃষ্টি হ'লেও ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে সকলোৰে মাজত শঙ্কৰদেৱৰ অসাধাৰণ গুণ, প্ৰতিভা আৰু মহত্বই যে গভীৰ প্ৰভাৱ পেলাইছিল আৰু সকলোকে বিস্মিত আৰু বিমুগ্ধ কৰিছিল তাৰ প্ৰমাণ দাঙি ধৰে।

শঙ্কৰদেৱৰ মহিমাৰ তেনে অনেক ঘটনা চৰিত পুথিত বৰ্ণিত হৈ আছে। তাৰে এটিৰ লগত জড়িত হৈ আছে সমাজ জীৱনত থকা বৰ্ণভেদ দূৰ কৰাৰ প্ৰচেষ্টাত। সমাজে অন্ত্যজ বুলি ভবাসকলকো উচ্চ কুলজ বুলি ভবাসকলৰ সমান মৰ্যাদা দিয়াৰ ঘটনাটি

স্মৰণীয়। টেম্বুৱানী নামৰ সৰু নৈ এখনে বাৰে বাৰে গড়া খহাই শস্য নষ্ট কৰাৰ বাবে শঙ্কৰদেৱক আহি সকলোৱে ইয়াৰ প্ৰতিকাৰ কৰিবলৈ অনুৰোধ জনালেহি। তেওঁ সকলোকে লৈ জানটো ভেটিবলৈ গ'ল। সকলোৱে যত্ন কৰিও ভেটিব নোৱৰাত শঙ্কৰদেৱে ক'লে যে নিজৰ স্বামীৰ বাহিৰে কোনো পুৰুষৰ ভাব কেতিয়াও মনত ঠাই নিদিয়া সাধ্বী শান্তি এগৰাকীয়ে পানী আনি দিলেহে জানটো ৰ'ব। উচ্চ বৰ্ণসকলৰ মাজত তেনে শান্তি নোলাল। কৈৱৰ্ত সম্প্ৰদায়ৰ ৰাধিকাই পৰীক্ষা কৰি চাবলৈ মন কৰি পানী আনি দিয়াৰ পিছত টেম্বুৱানী বৈ গ'ল। তেতিয়াৰে পৰা সেই জান শান্তি জান নামেৰে প্ৰসিদ্ধ হ'ল। এই ঘটনাটিৰো বাস্তৱতা যিয়েই নহওক এনে ঘটনাৰ বিৱৰণে শঙ্কৰদেৱৰ উদাৰতাৰ প্ৰভাৱৰ কথাকে সোঁৱৰাই দিয়ে।

তেওঁৰ ঐশ্বৰিক মহিমা প্ৰকাশ কৰা আন এটি প্ৰচলিত আখ্যান মতে বৰদোৱাত এবাৰ খৰালি পানী নাইকিয়া হোৱাত আটায়ে কষ্ট পাই শঙ্কৰদেৱক কিবা এটা উপায় কৰিবলৈ ধৰিলেহি। চৰিত পুথিত আছে তেওঁ ৰাতি ওলাই গৈ উত্তৰফালে থকা বৰগছ এজোপাৰ উত্তৰেদি ধেনু ভিৰীয়াকৈ আঁচ এটা মাৰি থৈ আহিল। কথিত যে মাজৰাতি ভয়ঙ্কৰ শব্দ কৰি বৰগছজোপা উভালি পৰিল আৰু সেই ঠাইত ধেনু ভিৰীয়াকৈ গভীৰ জলাশয় এটি সৃষ্টি হ'ল। বৰদোৱাত থকা এই জলাশয় আকাশীগঙ্গা নামে প্ৰসিদ্ধ। চৰিত পুথিত বৰ্ণিত এনে ঘটনাবোৰে শঙ্কৰদেৱৰ গুণ আৰু মহত্ত্ব প্ৰচাৰতো এটি ডাঙৰ ভূমিকা গ্ৰহণ কৰি গৈছে। এই বিষয়েও কোনো সন্দেহ নাই যে গভীৰ মনঃসংযোগ আৰু যোগভ্যাসৰ বলত হয়তো তেওঁ বহু পৰিমাণে অসাধাৰণ ক্ষমতা আৰু প্ৰতিভাৰো অধিকাৰী আছিল। সেইবাবেই পৰবৰ্তী কালৰ ভক্তসকলেও তেওঁৰ ঐশ্বৰিকত্ব সমান বা ততোধিক গুৰুত্বৰেই স্বীকৰ কৰি আহিছে। "শঙ্কৰস্বৰূপে হৰি নিজ অংশে অৱতৰি/ ভকতি প্ৰদীপ জ্বলাই থৈলা" বুলি কৰা বন্দনাৰ মাজত এই বিশ্বাস ফুটি উঠিছে।

## সংসাৰ বন্ধনত আৰু ধৰ্ম প্ৰচাৰত শঙ্কৰদেৱ

দীঘলীয়া তীৰ্থভ্ৰমণৰ পৰা ঘূৰি আহি ঘৰ পোৱাৰ পিছত ধৰ্মপ্ৰচাৰত মনোনিৱেশ কৰিবলৈ লাগিলেও পুনৰ সংসাৰৰ দায়িত্ব ল'বলগীয়া হ'ল। ইফালে বুঢ়ীমাক খেৰসুতীকে ধৰি বংশ-পৰিয়ালৰ সকলোৱে তেওঁক দ্বিতীয়বাৰ বিবাহৰ বাবে হেঁচা দিবলৈ ধৰিলে। কিছুদিনৰ পিছত বুঢ়ীমাক খেৰসুতীৰ মৃত্যু হয়। পিছত সকলোৱে কথা পেলাবলৈ টান পাই ১৪২৫ শকত তেওঁৰ চৌৱন্ন বছৰ বয়সত কালিকা ভূঞাৰ ছোৱালী কালিন্দীক তেওঁ বিয়া কৰালে। বিয়াৰ পিছত ককাক জয়ন্ত আৰু মাধৱকে ধৰি আটায়ে তেওঁক বাৰভূঞাৰ দায়িত্ব ল'বলৈ হেঁচা দিয়াত শঙ্কৰদেৱে ৰাজ্য শাসনৰ পৰিবৰ্তে ধৰ্ম চৰ্চাত মন দিয়াতহে গুৰুত্ব দিলে। উপায় নেদেখি ভূঞাসকলে শঙ্কৰদেৱক এগৰাকী

দি সকলোৰে ওপৰত গোমস্তা পাতি দিলে। চৰিতকাৰৰ মতে শংকৰদেৱে এই দায়িত্ব ল'লে যদিও হৰি জোঁৱাইক সেই ভাৰ গতাই দিলে।

এইবাৰ ১৪৩১ শকত, ৬০ বছৰ বয়সত নামঘৰ, মণিকূটৰ উপৰিও চাৰিওফালে ভকত থকৰ বাবে 'হাঁটী' সজাই দি একান্ত মনে ধৰ্ম চৰ্চাত লাগিল। গীত, পদ, ভটিমা, চপয় আদি গাই খোল, তাল লৈ 'প্ৰসংগ' কৰাৰ পদ্ধতি তেওঁ প্ৰৱৰ্তন কৰিলে। তাৰ বাবে গীত, পদ, কীৰ্তন, ঘোষা ৰচনাত হাত দিলে।

'গৰুড় পুৰাণ'ৰ আধাৰত তেওঁ ৰচনা কৰিলে 'ভক্তিপ্ৰদীপ'। 'ভক্তিপ্ৰদীপ'ত ভক্তিৰ শ্ৰেষ্ঠত্ব তেওঁ প্ৰতিপন্ন কৰিছে। তেওঁ ভক্তিহীন জ্ঞান যে অৰ্থহীন সেই কথা দেখুৱাই কৈছে তৰ্ক, বেদ, বেদান্ত সকলোবোৰ জানিলেও, কোটি কোটি জন্মত যোগ অভ্যাস আৰু জ্ঞান অৰ্জন কৰিলেও ঈশ্বৰক নাপায়। ঈশ্বৰ প্ৰাপ্তিৰ একমাত্ৰ উপায় 'ভক্তি'। "সৰ্বদেৱ তুষ্ট হোৱে কৃষ্ণৰ পূজনে। কহে হেন উপনিষদৰ মন্ত্ৰগণে।।" এনেভাৱেই "জগতৰে আত্মা ব্ৰহ্মাদিৰো মই দেৱ" বুলি কৃষ্ণৰ মুখেৰে কোৱা গীতাৰ বাণীও তেওঁ দাঙি ধৰিছে আৰু কৃষ্ণভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছে। এই সময়তে শংকৰদেৱে 'ৰুক্মিণীহৰণ' কাব্যও ৰচনা কৰে।

বৰদোৱাত থকাৰ সময়তে শংকৰদেৱে ভাগৱতৰ সাৰ লৈ 'কীৰ্তন' পুথি ৰচনাত হাত দিয়ে। অসমৰ বৈষ্ণৱ ধৰ্মৰ চাৰিখুঁটি বুলি কোৱা চাৰিখন পুথিৰ ভিতৰত কীৰ্তন হ'ল প্ৰধান পুথি। বৰদোৱাত থাকোঁতেই তেওঁ 'ওড়েষাবৰ্ণন'ৰ একেছটা কীৰ্তন, পাষণ্ড-মৰ্দন, অজামিল উপাখ্যান আৰু প্ৰহ্লাদ চৰিত্ৰ সম্পূৰ্ণ কৰে। অসমৰ বৈষ্ণৱধৰ্মৰ প্ৰসংগৰ ঘাই পুথিয়েই হ'ল এই কীৰ্তন পুথি। চৰিতত আছে যে ওড়েষা বৰ্ণনৰ কীৰ্তন গাওঁতে দৱনা ফুলৰ গোন্ধ বিয়পি পৰিছিল। আকৌ পাষণ্ড মৰ্দন ৰচনাৰ আঁৰত ধুবাঁহাটাত থকা দুটা বৌধমতীয়া টাটকীয়া বুলি চৰিত পুথি ব্যাখ্যা দি কৈছে যে পাষণ্ড মৰ্দনৰ কীৰ্তন শুনিব নোৱাৰি দুয়োটা টাটকীয়া তাৰপৰা দূৰ হ'ল। যদিও কোঁচ ৰাজ্যত থাকোঁতে হাতী মৰি ভুৰুকাত ভৰাবলৈ ৰজাই কোৱাত একে ৰাতিৰ ভিতৰতে 'গুণমালা' লিখা বুলি কোৱা হৈছে, দৰাচলতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে গাংমৌত সত্ৰ পাতি থাকোঁতেই তেওঁ গুণমালা পুথিখন শাক্ত দেৱীদাসক শৰণ দি তেওঁক দিছিল বুলি লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে। এতেকে এই পুথিও তেওঁ যে বৰদোৱাত থাকোঁতে লিখিছিল সেই বিষয়ে সন্দেহ নাই। চৰিতকাৰসকলে কোৱা মতে নৰনাৰায়ণ ৰজাকো তেওঁ এই পুথি শুনোৱাৰ সম্ভাৱনা নোহোৱা নহয়।

ভূঞাসকলৰ লগত কছাৰীসকলৰ হাই-কাজিয়া লাগি থকাৰ ফলত শংকৰদেৱে ১৪৩৮ শকাব্দত তেওঁ গোমস্তাগিৰি এৰি উত্তৰপাৰৰ আহোম ৰাজ্যত সোমায়গৈ। বৰদোৱা চৰিত মতে শিঙৰীত এৰাতি, বৌতাত ছমাহ, ঘিলাধাৰীত এৰাতি, ভলুকাগুৰিত ডেৰমাহ, কোমোৰাকটাত কিছু দিন থাকি গাংমৌ পালেগৈ। এনেকৈয়ে সাতষষ্ঠি বছৰ

বয়সত শঙ্কৰদেৱে আহোম ৰাজ্যত গৈ আশ্ৰয় ল'লে। ভূঞাসকল কোঁচ ৰজাৰো আক্ৰমণৰ লক্ষ্য হৈছিল। চৰিত পুথি মতে আহোম সৈন্যৰ লগত বাৰ ভূঞাই কোঁচ সৈন্যক ঘটুৱাই গাংমৌত পাঁচবছৰ থাকে। তাত ভোটৰ আক্ৰমণ হোৱাত গাংমৌ এৰি থৈ যায়। এই গাংমৌতে শঙ্কৰদেৱৰ প্ৰথম পুত্ৰ ৰমানন্দৰ জন্ম হয়। গাংমৌৰপৰা ধুঁৱাহাটা বা বেলগুৰি পায়গৈ আৰু তাতে থান-সত্ৰ পাতি ৰয়।

**শঙ্কৰ-মাধৱৰ মিলন ঃ**

এই বেলগুৰিতে ১৪৪৪ শকত মাধৱদেৱৰ লগত মিলন হয়। তেতিয়া শঙ্কৰদেৱৰ বয়স আছিল তেসত্তৰ আৰু মাধৱদেৱৰ বয়স আছিল বত্ৰিশ বছৰ।

মহাপুৰুষ মাধৱদেৱৰ পিতৃ গোবিন্দগিৰি ভূঞা, যাক দীঘলপুৰীয়া আৰু বৰকণাগিৰীও বুলিছিল, তেওঁৰ ঘৰ আছিল বগুকাত। বাণ্ডকা বৰ্তমান পশ্চিম বঙ্গৰ ভিতৰত। তেওঁৰ পত্নী ঢুকুৱাত একমাত্ৰ ল'ৰাটো বগুকাত পৰিয়ালৰ লগত থৈ তেওঁ উজাই আহিল আৰু বৰদোৱাৰ টেম্বুৱানী পালেহি। ইয়াত ভূঞাসকলৰ লগত থাকিবলৈ ল'লে আৰু ভূঞা বংশৰ মনোৰমা নামে কন্যা বিয়া কৰালে। কিছুদিন থকাৰ পিছত তাত হোৱা কছাৰীসকলৰ উপদ্ৰৱত থাকিব নোৱাৰি পলাই যায় আৰু হৰিশিঙা উজীৰৰৱাই পাই দুয়োকে পিতৃ-মাতৃ জ্ঞান কৰি লৈ গ'ল আৰু হৰিশিঙা বৰাৰ ঘৰতে মাধৱদেৱৰ জন্ম হ'ল ১৪১২ শকত। মাধৱদেৱেও ৰাজেন্দ্ৰ অধ্যাপকৰ টোলত শিক্ষা লাভ কৰে আৰু ডাঙৰ হ'লত খেতি-বাতিতো সহায় কৰিবলৈ ধৰিলে। চৈধ্য-পোন্ধৰ বছৰ বয়সত হৰিশিঙা বৰাৰ লগত ৰজাৰ হৈ কৰ-কাতল তোলাত সহায় কৰিবলৈ ধৰিলে। গোবিন্দগিৰিয়ে ল'ৰা-তিৰোতাৰ সৈতে হৰিশিঙা বৰাৰ ঘৰৰ ওচৰতে লেটেকু পুখুৰীত বেলেগে ঘৰ-বাৰী কৰি থাকিল। প্ৰাকৃতিক আৰু অন্যান্য দুৰ্যোগত গোবিন্দগিৰি তাৰপৰা গৈ ঘাগৰ নদীৰ কাষত থকা ঘাগৰী মাজিৰ ঘৰত ৰ'লগৈ। ইয়াতে জন্ম হ'ল মাধৱদেৱৰ ভনীয়েক উৰ্বশীৰ। উৰ্বশীক দহ বছৰ বয়সত গয়াপাণি কায়স্থলৈ বিয়া দিয়ে। পত্নী মনোৰমাক জোঁৱায়েকৰ ঘৰত থৈ গোবিন্দগিৰি মাধৱক লগত লৈ বগুকাত থকা বৰপুত্ৰ দামোদৰৰ তালৈ গ'ল। মাধৱদেৱে বগুকাত ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশালিত ব্যাকৰণ, মহাভাৰত, পুৰাণ, ভাগৱত, ন্যায়, তৰ্কশাস্ত্ৰ ইত্যাদি পঢ়িলে। ইয়াতে গোবিন্দগিৰিয়ে শেষ নিশ্বাস ত্যাগ কৰিলে। বগুকাতে গোবিন্দগিৰিৰ শ্ৰাদ্ধ-বিধি দুই ভাতৃয়ে সমাপন কৰে। পিতৃৰ শ্ৰাদ্ধৰ পিছত বগুকাত কিছুদিন থাকি তেওঁ ধুঁৱাহাটালৈ ঘূৰি আহিল আৰু মাক মনোৰমাৰ টান নৰিয়া বুলি শুনি দেৱীৰ নামত এযোৰ বগা পঠা আগ কৰিলে। ইতিমধ্যে মাক মনোৰমা সুস্থ হ'ল। মাধৱদেৱে ভনী জোঁৱায়েক গয়াপাণিক দেৱীৰ আগত বলি দিবৰ নিমিত্তে পঠা ছাগলী এযোৰ বিচাৰি থ'বলৈ কৈ বগুকালৈ গ'ল। ইতিমধ্যে গয়াপাণিয়ে শঙ্কৰদেৱক ধুঁৱাহাটাত লগ পায় আৰু তেওঁৰ শৰণ লৈ ভক্ত হয়। শঙ্কৰদেৱে গয়াপাণিৰ নাম থ'লে ৰামদাস। মাধৱদেৱ বাণ্ডকাৰ পৰা ধুঁৱাহাটালৈ ঘূৰি আহিল আৰু

গয়াপাণিক বলিৰ বাবে ছাগলী যোগাৰ কৰি থৈছেনে নাই সেই বিষয়ে কথা হওঁতেহে জানিলে যে গয়াপাণিয়ে শাক্ত পন্থা এৰি বৈষ্ণৱ পন্থা গ্ৰহণ কৰিছে। দুয়োৰে মাজত দেৱীপূজা লৈ তৰ্কা-তৰ্কি হ'ল। আৰু মাধৱদেৱক শঙ্কৰদেৱৰ ওচৰ পোৱালেগৈ। তিনি প্ৰহৰ বেলা শঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰবৃত্তি আৰু নিবৃত্তি মাৰ্গ লৈ তৰ্কযুদ্ধ হ'ল। শঙ্কৰদেৱে যেতিয়া ভাগৱত পুৰাণৰ —

যথা তৰোৰ্মূল নিষেচননে তথা তৃপ্যন্তি তৎ স্কন্ধ ভূজোপশাখা।
প্ৰাণো পহাৰশ্চ যথেন্দ্ৰিয়ানাং তথাচ সৰ্বাৰ্চনমচ্যুতেজ্যঃ।।

এই শ্লোকটি গাই যেতিয়া গছৰ গুৰিত পানী দিলেহে ডালে-পাতে পায় বুলি বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিলে, মাধৱে শঙ্কৰদেৱক দণ্ডৱৎ হৈ সেৱা কৰিলে আৰু গুৰু মানিলে। শঙ্কৰ-মাধৱৰ এই মিলনে অসমত নৱ-বৈষ্ণৱ ধৰ্মৰ সোঁতটি প্ৰখৰ আৰু প্ৰবল কৰি তুলিলে। শঙ্কৰদেৱে মাধৱদেৱক 'বঢ়াৰ পো' আৰু 'মাধৱ বান্ধৱ' বুলি সম্বোধন কৰিছিল আৰু মাধৱদেৱে সম্বোধন কৰিছিল 'বাপ' বুলি। শঙ্কৰ-মাধৱৰ এই মিলন হৈছিল ১৪৪৪ শকত।

শঙ্কৰদেৱৰ সান্নিধ্য লাভ কৰি মাধৱদেৱে সমুদায় শাস্ত্ৰৰ তত্ত্ব বুজি বেদান্তৰ ব্ৰহ্ম আৰু ভাগৱতৰ কৃষ্ণক যি আৱেগেৰে একত্ৰ কৰি ল'লে, তাৰ প্ৰমাণ তেওঁৰ দ্বাৰা পিছৰ কালত ৰচিত আৰু চিৰায়ত প্ৰসিদ্ধি লাভ কৰা গ্ৰন্থ 'নামঘোষা'ৰ ছত্ৰে ছত্ৰে জিলিকি আছে। বৈষ্ণৱ তত্ত্ব আৰু ৰসৰ দৃষ্টিৰে জীৱন আৰু বিশ্বব্ৰহ্মাণ্ডক উপলব্ধি কৰা এনে ৰসময় কাব্যৰ পৰা উদ্ধৃতি নিদিয়াকৈ শঙ্কৰদেৱ-প্ৰৱৰ্তিত ভাগৱতী ধৰ্মৰ ব্যাখ্যা সম্পূৰ্ণ কৰাই টান। আচাৰ্য বিনোবা ভাৱেই 'নামঘোষা' পঢ়ি উঠি কৈছিল, "মহাপুৰুষীয়া ধৰ্ম, মহাপুৰুষীয়া সমাজ-ব্যৱস্থা আৰু 'নামঘোষা'ৰ দৰে শাস্ত্ৰ পৃথিৱীত বিৰল। পৃথিৱীৰ সাহিত্যত নৱৰসৰ সমাৱেশ। কিন্তু শঙ্কৰ-মাধৱৰ সাহিত্যত আৰু এটি ৰস আৱিষ্কৃত হ'ল। সেয়া হ'ল 'সেৱা ৰস'।"

শঙ্কৰ-মাধৱৰ মিলনে অসমৰ ধৰ্ম, সমাজ, সংস্কৃতি, সাহিত্যক নতুন আয়তন দিয়াই নহয় নতুন প্ৰাণ, নতুন শক্তিৰে উজ্জীৱিত কৰি তুলিলে। অসমৰ বৈষ্ণৱ সমাজত শঙ্কৰ-মাধৱ অভিন্ন আত্মাৰূপে মান্য হ'ল আৰু 'দুজনাগুৰু' স্বৰূপে পৰিচিত হ'ল। মাধৱদেৱে, নেঘেৰিটিঙত জোৰশ পিন্ধাই থোৱা কন্যাকো এৰি, পৈত্ৰিক সা-সম্পদো ত্যাগ কৰি চিৰকৌমাৰ্যব্ৰত লৈ একান্তমনে গুৰুসেৱা আৰু ধৰ্মচৰ্চাত নিজকে উছৰ্গা কৰিলে।

বেলগুৰিত থাকোঁতেই শঙ্কৰদেৱৰ দ্বিতীয় আৰু তৃতীয় পুত্ৰ ক্ৰমে কমললোচন আৰু হৰিচৰণ আৰু কন্যা ৰুক্মিণীৰ জন্ম হয়। ৰুক্মিণী বেলগুৰিত থাকোঁতেই বিবাহযোগ্যাও হয়। শঙ্কৰদেৱৰ পত্নী কালিন্দীয়ে মাধৱলৈকে ৰুক্মিণীক দিয়াৰ কথা ভাবিছিল। শঙ্কৰদেৱেও তেওঁক গাৰ্হস্থ্য ধৰ্ম গ্ৰহণৰ বাবে ইংগিত দি ক'লে যে গড় মাৰি যুদ্ধ কৰিব লাগে। মাধৱদেৱে ক'লে, "গড় মাৰি যুঁজিলে ৰথী, গড় নমৰাকৈ যুঁজিলে মহাৰথী।"

মাধৱদেৱৰ মনোভাব জানি শঙ্কৰদেৱে তেওঁক এই বিষয়ে আৰু দুনাই একো নক'লে।

বেলগুৰিত থাকোঁতেই জাতি-বৰ্ণ নিৰ্বিশেষে অনেক লোক আহি শঙ্কৰদেৱত শৰণ ল'লেহি। "ভকতিত নাহি জাতি-অজাতি বিচাৰ"। এতেকে অন্ত্যজ বুলি এসময়ত পৰিচিত সকলেও শঙ্কৰদেৱত শৰণ লৈ উচ্চকুলীন সকলৰ সমান মৰ্যাদা লাভ কৰিলে। তেওঁ ঘোষণা কৰিলে ঃ

সিটো চণ্ডালক গৰিষ্ঠ মানি।
জিহ্বাগ্ৰে থাকে যাৰ হৰি বাণী।।
এতেকে, চণ্ডালো হৰিনাম লৱে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ।।

অৰ্থাৎ যি জন চণ্ডালৰ জিভাত হৰিনাম থাকে, তেওঁকো আনতকৈ শ্ৰেষ্ঠ বুলি মই গণ্য কৰোঁ। এতেকে চণ্ডালে যদি হৰিত শৰণ লৈ হৰি নাম লয়, তেওঁক ব্ৰাহ্মণৰ সমানে যজ্ঞাদি কৰ্ম কৰিব পৰাৰ মৰ্যাদা দিব লাগে। হৰিনামে জাতি-অজাতি একো নাবাচে। আকৌ কৈছে, চণ্ডালে হৰিকীৰ্তন কৰিছে বুলি যদি কোনোবা মহাজনে নিন্দা কৰে, তেওঁৰ আজন্ম সঞ্চিত পুণ্য লগে লগে নষ্ট পায়।

শঙ্কৰদেৱে কেৱল তত্ত্বগতভাৱেই মানুহৰ সমতাৰ কথা কোৱা নাই, তেওঁ বাস্তৱ ক্ষেত্ৰতো যে তাক প্ৰয়োগ কৰি গ'ল সেই কথা আগতে পাই অহা হৈছে। আনহাতে বেদৰ কৰ্মকাণ্ডৰ তথা সমকালীন বৰ্ণাশ্ৰম প্ৰথাৰ বিৰোধিতা কৰিলেও বেদৰ জ্ঞানকাণ্ডক তেওঁ অস্বীকাৰ কৰা নাই। বৰং বেদতে যে 'নাৰায়ণ' গুপ্ত হৈ আছে সেই কথা দেখুৱাই দি গৈছে। মাধৱদেৱে ঘোষাত লিখিছে ঃ

বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত।

শঙ্কৰদেৱৰ উদাৰতাই সকলোকে আকৰ্ষণ কৰি আনিলে। ব্যাসকলাই, হৰি মিশ্ৰ, জগন্নাথ আদি ব্ৰাহ্মণ পণ্ডিতেও আহি শৰণ ল'লেহি। বৈয়াব্ৰত গাঁৱৰ ভাস্কৰ নামৰ এজন পণ্ডিতে শঙ্কৰদেৱৰ "গোপালে কি গতি কৈলে" গীতটি শুনি শঙ্কৰদেৱক বিচাৰি আহি শৰণ ল'লেহি। তেওঁ ৰবাব বাদ্য বজাই শঙ্কৰদেৱৰ গীত বৰ সুন্দৰকৈ গাইছিল।

**কৰ্মমাৰ্গীসকলৰ বিৰোধিতা ঃ**

শঙ্কৰদেৱৰ এই জনপ্ৰিয়তা দেখি আৰু ব্ৰাহ্মণ-অব্ৰাহ্মণ শিষ্য আৰু ভকতসকলে পূজা-পাটলৰ পৰিবৰ্তে শ্ৰীমদ্ভাগৱত-আধাৰিত শ্ৰৱণ-কীৰ্তনৰ সহজ, অনাড়ম্বৰ ধৰ্মৰ প্ৰণালী গ্ৰহণ কৰা দেখি কৰ্মমাৰ্গী পণ্ডিতসকল আৰু পুৰোহিতসকল অসন্তুষ্ট হ'ল আৰু "শঙ্কৰদেৱে বৌদ্ধমত প্ৰচাৰ কৰি সকলো ভ্ৰষ্ট কৰিলে" বুলি অপপ্ৰচাৰ কৰিবলৈ ধৰিলে; আনকি বৈষ্ণৱ ভকত কোনো কোনোক অপমান, অপদস্থ কৰিবলৈও ধৰিলে। শ্ৰীধৰ ভট্টাচাৰ্য, কবিৰাজ মিশ্ৰ, ৰামনাচাৰ্য, ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দ ভট্টাচাৰ্য আদি

পণ্ডিতসকলৰ নেতৃত্বত হোৱা এই বিৰোধিতা দূৰ কৰিবলৈ শঙ্কৰদেৱে পেহাক বুঢ়াখাঁৰ ঘৰত এখন সভা পাতি তালৈ কৰ্মমাৰ্গী ব্ৰাহ্মণ পণ্ডিতসকলক নিমন্ত্ৰণ কৰিলে। ৰামৰাম গুৰু, ব্যাসকলাই আদি শঙ্কৰদেৱৰ লগত থকা ব্ৰাহ্মণ পণ্ডিত সকলো উপস্থিত থাকিল। গীতা, ভাগৱত আৰু পদ্মপুৰাণৰ সহস্ৰনামৰ আধাৰত হোৱা দীঘলীয়া আলোচনাৰ অন্তত বিৰোধী পণ্ডিতসকলৰ নেতা ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দ ভট্টাচাৰ্য আদি পণ্ডিতসকলে নাম-ধৰ্মৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিলে।

শঙ্কৰদেৱ ইমানতে ক্ষান্ত নাথাকিল। তেওঁ মূৰ্তিপূজাৰ সমৰ্থকতো নহয়েই, বৰং বিৰোধী। এতেকে, উপাসনাৰ বাবে মূৰ্তি নহয়, ভাগৱত প্ৰতিষ্ঠা কৰি লোৱাই হ'ল তেওঁৰ ধৰ্মৰ ঘাই নিৰ্দেশ। কিন্তু বহু দেৱতাৰ পূজাকসকলক এক কৃষ্ণৰ পূজকলৈ ৰূপান্তৰ কৰিবৰ বাবে যদি বিষ্ণুমূৰ্তি পূজাৰ প্ৰয়োজন হয়, তাকো কৰিবলৈ শঙ্কৰদেৱ প্ৰস্তুত আছিল। সেইবাবে কোবোলা বাঢ়ৈ নামৰ খনিকৰ এজনৰ হতুৱাই শুকান বেলগছৰ কাঠেৰে মদনমোহন চতুৰ্ভুজ জগন্নাথৰ মূৰ্তি এটি সজালে, আৰু এই মূৰ্তি বিৰোধী ব্ৰাহ্মণসকলৰ হতুৱাই প্ৰতিষ্ঠা কৰোৱাই বিষ্ণুমূৰ্তিক সেৱা কৰালে।

**হৰি জোঁৱাইৰ মৃত্যুদণ্ড ঃ**

ইমানতো একশ্ৰেণী কৰ্মমাৰ্গীয়ে শঙ্কৰদেৱৰ বিৰুদ্ধে চুহংমুং দিহিঙীয়া ৰজাক গোচৰ দিলেগৈ। দিহিঙীয়া ৰজাই ধৰ্মৰ কথাত বিশেষ মন নিদি অভিযোগকাৰীসকলক ঘূৰাই পঠালে। কিন্তু, আন এটা বিপদে শঙ্কৰদেৱক আহি ধৰিলেহি। আহোম ৰজাই লখীমপুৰৰ এটা ডাঙৰ অঞ্চলত থকা হাতী ধৰিবৰ বাবে বিষয়া নিয়োগ কৰিলে। এফালে ভেটা দিয়া দায়িত্ব পৰিল ধুৱাঁহাটাৰ ভূঞাসকলৰ ওপৰত। কিন্তু তেওঁবিলাকৰ ফালেই হাতী পলাল। আহোম ৰজাৰ বিষয়াই হৰিজোঁৱাই আৰু মাধৱদেৱক ধৰি লৈ ৰংপুৰ পোৱালেগৈ। ৰাজচ'ৰাত বিচাৰ কৰি হৰিজোঁৱাইক প্ৰাণদণ্ড দিলে আৰু মাধৱদেৱক মেচাগড়ৰ পুখুৰীৰ পাৰতে এৰি থৈ গ'ল। ৰজাঘৰীয়া লোকে এৰি দিলে যদিও যাবলৈ নোকোৱাত তেওঁ পুখুৰী পাৰতে জুপুৰি এটা সাজি তাতে থাকিবলৈ ল'লে। ন-মাহ মানৰ পিছত ৰজাঘৰীয়া আদেশ পাই মাধৱদেৱ ঘূৰি গৈ ধুৱাঁহাটা পোৱাৰ পিছতহে হৰি জোঁৱাইৰ মৃত্যুদণ্ডৰ কথা জানিব পাৰিলে। মাধৱদেৱ আৰু হৰিজোঁৱাই ঘূৰি নোযোৱা দেখি ধুৱাঁহাটাত তেওঁবিলাকৰ মংগলৰ কাৰণে প্ৰথম পালনাম গোৱা হৈছিল। এয়ে পালনামৰ আৰম্ভণি।

**আহোম ৰাজ্যৰ পৰা কোঁচ ৰাজ্যলৈ ঃ**

শঙ্কৰদেৱে আহোম ৰাজ্যত নিৰাপদ নহয় বুলি অনুভৱ কৰিলে, আৰু কামৰূপলৈ যাত্ৰাৰ আয়োজন কৰিলে। কোঁচ ৰজা নৰনাৰায়ণৰ পাণ্ডিত্য, গীত আৰু কবিত্ব গুণৰ কথা শুনি শঙ্কৰদেৱে পশ্চিমত নিৰাপদে ধৰ্মচৰ্চা কৰিব পাৰিব বুলি ভাবিলে। তদুপৰি, কোচ ৰজাই আহোম ৰাজ্য আক্ৰমণৰ যো-জা কৰাৰ কথা জানিব পাৰি, আৰু নাৰায়ণপুৰ

আহোম ৰজাৰ অন্যতম ঘাই কুঠি হোৱাত, বেলগুৰি-ধুবাঁহাটা ত্যাগ কৰি যোৱাকে সমীচিন বুলি ঠাৱৰ কৰিলে।

ধুবাঁহাটা-বেলগুৰি এৰি পৰিয়াল পৰিজন, অনেক ভক্ত-শিষ্য সমান্বিতে শ্ৰীমন্ত শঙ্কৰদেৱ নাৱেৰে ভটীয়াই যাবলৈ ধৰিলে। ঠায়ে ঠায়ে ৰৈ শেহত বৰপেটা বিলৰ পাৰৰ পালেংদিবড়ি পালেগৈ। তাতে চুণপৰা নামৰ ঠাইত সত্ৰ পাতি ৰ'ল। ইয়াত 'পত্নীপ্ৰসাদ নাট'ৰ ভাওনা কৰালে।

চুণপৰাত থাকোঁতেই ভৱানন্দ সাউদে আহি শৰণ লয়হি। গুৰুজনাই তেওঁক নাৰায়ণ ঠাকুৰ নাম দিয়ে। পিছলৈ তেওঁ ঠাকুৰ আতা নামে প্ৰসিদ্ধ হয়। চুণপৰাত থাকোঁতেই জয়ন্তীৰ মাধৱ, গোবিন্দ গৰমালি, বুঢ়া গোপাল আদি অনেকে শিষ্যত্ব গ্ৰহণ কৰে।

**পাটবাউসীত ঃ**

চুণপৰাৰ পৰা গণককুচি, কুমাৰকুচি আদিত কিছুদিন থাকি পাটবাউসীত গৈ সুদীৰ্ঘ দিন ৰয়গৈ। পাটবাউসীত ওঠৰ বছৰ কাল (কোনো কোনোৰ মতে চৈধ্য বছৰ) থকাৰ সময়তে পিছৰ কালৰ ঘাই কাম সম্পন্ন কৰে। বৰদোৱা, ধুবাঁহাটা-বেলগুৰি আৰু পাটবাউসী এই তিনিখন ঠাইতে গুৰুজনাই প্ৰধান কৰ্মসমূহ সম্পন্ন কৰে। ইয়াতেই শ্ৰীমন্ত শঙ্কৰদেৱৰ ভক্তিধৰ্মৰ প্ৰচাৰে শীৰ্ষবিন্দু লাভ কৰে। তেওঁ ধৰ্মীয় আৰু সামাজিক সংস্কাৰক স্বৰূপেও তেওঁৰ প্ৰতিষ্ঠা হৈ পৰে অপ্ৰতিদ্বন্দ্বী। তেওঁৰ সত্ৰৰ গম্ভীৰ, পবিত্ৰ আৰু মনোৰম পৰিবেশে আৰু দৈনিক চৈধ্য প্ৰসংগৰ অনুষ্ঠানে শ্ৰৱণ-কীৰ্তন-আধাৰিত একশৰণ ভাগৱতী ধৰ্মৰ প্ৰতি লোকক আকৰ্ষণ কৰি আনিলে।

**দ্বিতীয়বাৰ তীৰ্থযাত্ৰা ঃ**

পাটবাউসীত থিতাপি লোৱাৰ পিছতেই শ্ৰীমন্ত শঙ্কৰদেৱে বৃন্দাবনলৈ এবাৰ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। তেতিয়া গুৰুজনাৰ বয়স প্ৰায় নবৈৰ ওচৰা-উচৰি। কালিন্দী আয়ে মাধৱদেৱক মাতি নি এই যাত্ৰা বন্ধ কৰিবলৈ ক'লে। আইৰ শংকা যে বৃন্দাবনলৈ গ'লে গুৰুজনা ঘূৰি নাহে। মাধৱদেৱে নিশ্চয়তা দিলে যে আন তীৰ্থলৈ গ'লেও যাতে বৃন্দাবনলৈ যোৱা নহয় তাৰ ব্যৱস্থা তেওঁ কৰিব।

যথাৰীতি ভক্তসকলক লগত লৈ কাশী, গয়া, জগন্নাথ আদি তীৰ্থ কৰিলে। অনেকক শৰণো দিলে। কবীৰৰ ভেটি চালেগৈ, ৰূপ-সনাতনৰ ভাগিনীয়েকে সাক্ষাৎ কৰিলে, গোহাৰী বুঢ়ীয়ে শঙ্কৰদেৱৰ দৈৱিক চৰিত্ৰ বুজি সেৱা আগবঢ়ালে। জগন্নাথত মহাপ্ৰসাদ-বাছনিয়ে হাতত পৰা ভাত এটা খাই পেলোৱাত বাহিৰত থকা গুৰুজনাই দিব্যচকুৰে তাকো দেখাকে ধৰি তেওঁৰ ঐশ্বৰিক প্ৰতিভা-প্ৰকাশক আখ্যানো এই যাত্ৰাৰ বৰ্ণনাত চৰিতকাৰসকলে অন্তৰ্ভুক্ত কৰিছে। [illegible] যি কি নহওক বৃন্দাবনলৈ নোযোৱাকৈ বাকী তীৰ্থ ভ্ৰমণ কৰি ভক্তসকলৰ সৈতে আহি [illegible]

পাটবাউসীত থিতাপি ল'লেহি।

**দামোদৰদেৱৰ ধৰ্মগ্ৰহণ ঃ**

শঙ্কৰদেৱৰ এগৰাকী ব্ৰাহ্মণ বন্ধুৰ পুত্ৰ সন্তান জন্ম হ'ল ১৪১০ শকত, শঙ্কৰদেৱ বৰদোৱাত থাকোঁতেই। ল'ৰা চাবলৈ গৈ শঙ্কৰদেৱেই ল'ৰাৰ নাম দিলে দামোদৰ। পিতৃয়েকৰ মৃত্যুৰ পিছত দামোদৰো পৰিয়ালৰ বাকী সকলৰ লগতে পাটবাউসীলৈ গ'ল আৰু শঙ্কৰদেৱৰ সত্ৰৰ সমীপতে থাকি সত্ৰত হোৱা ধৰ্মীয় কথা-বতৰা শুনাৰ অভ্যাস কৰিলে। ভাগৱত পাঠ শ্ৰৱণ কৰি দামোদৰে শঙ্কৰদেৱত শৰণ ভিক্ষা কৰিলে। ৰমানন্দ দ্বিজৰ চৰিত আৰু গুৰুচৰিত-কথা অনুসৰি শঙ্কৰদেৱে দামোদৰক ৰামৰাম গুৰুত শৰণ দিয়ায়। কিন্তু দৈত্যাৰি ঠাকুৰৰ চৰিত মতে দামোদৰে বিপ্ৰ, ভট্টাচাৰ্য, কন্দলি আদি সকলে শঙ্কৰদেৱত শৰণ লোৱাৰ উদাহৰণ দি "তুমি বিনে নাহি আৰ কহিলোহো সাৰে সাৰ, লৈলো হেৰা শৰণ তোমাত" বুলি কয়। যিয়েই নহওক, দামোদৰদেৱে যে শঙ্কৰদেৱৰ মহত্ব আৰু প্ৰতিভাৰ দ্বাৰা প্ৰভাৱিত হৈয়েই একশৰণ ভাগৱতী ধৰ্ম গ্ৰহণ কৰিলে সেই বিষয়ে কোনো সন্দেহ নাই। তদুপৰি পৰৱৰ্তী কালত, অৰ্থাৎ শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত, দামোদৰদেৱে ব্ৰাহ্মণ-অব্ৰাহ্মণ অনেকক শৰণ দি একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ বৃত্তৰ মাজলৈ সুমাই আনে। এই সকলৰ ভিতৰত এজন প্ৰধান হ'ল বৈকুণ্ঠনাথ ভাগৱত-ভট্টাচাৰ্য বা ভট্টদেৱ। পৰৱৰ্তী কালত কথা গীতা, কথাভাগৱত কথা ভক্তিৰত্নাৱলী, কথা সাত্বততন্ত্ৰ আৰু সংস্কৃতভাষাত ভক্তিবিৱেক গ্ৰন্থ ৰচয়িতা ভট্টদেৱ আছিল প্ৰথমতে এগৰাকী তান্ত্ৰিক। গুৰু দামোদৰত শৰণ লৈ পৰম বৈষ্ণৱ হ'ল ভট্টদেৱ। তেওঁ শঙ্কৰদেৱৰ প্ৰতিও যথাৰ্থ শ্ৰদ্ধা-ভক্তি প্ৰকাশ কৰি গৈছে। ভট্টদেৱে অসমীয়া ভাষাত সপ্তদশ শতিকাতে গদ্যত গ্ৰন্থ ৰচনা কৰি ভাৰতীয় গদ্য সাহিত্যৰ ইতিহাসতো অগ্ৰদূতৰ ভূমিকা পালন কৰি গৈছে। তেওঁ লিখিছে ঃ

"হে সভাসদ ঃ পূৰ্বত সন্ত, মহন্ত, মহা গুণৱন্ত শ্ৰীশঙ্কৰে শ্ৰীভাগৱত শাস্ত্ৰৰ পয়াড় কৰিলা ঃ লোকত ভক্তি পন্থ প্ৰৱৰ্তাইলা, যাক পাই অন্ত্য জাতিও সংশাৰ তৰিলা।" ভট্টদেৱৰ ৰচনাত শঙ্কৰদেৱৰ প্ৰতি অবিমিশ্ৰত শ্ৰদ্ধা ভট্টদেৱৰ ৰচনাত ফুটি উঠিছে।

**হৰিদেৱৰ ধৰ্ম গ্ৰহণ ঃ**

১৪১৫ শকত নাৰায়ণপুৰত, অৰ্থাৎ ধুবাঁহাটা-বেলগুৰিৰ ওচৰতে আৰু দামোদৰদেৱৰ পিতাকৰ বাসস্থানৰ ওচৰতে এটি ব্ৰাহ্মণ পৰিয়ালত জন্ম হৈছিল হৰিদেৱৰ। তেওঁ আহি মুনিয়াৰি গাঁৱত সপৰিয়ালে আছিলহি। তেৱোঁ দামোদৰদেৱৰ পৰা শঙ্কৰদেৱ-প্ৰৱৰ্তিত ধৰ্মৰ বিষয়ে জানি আকৃষ্ট হ'ল আৰু একশৰণ ভাগৱতী ধৰ্ম গ্ৰহণ কৰিলে। ব্ৰাহ্মণ-অব্ৰাহ্মণ অনেকেই তেওঁত শৰণ লৈ বৈষ্ণৱ ধৰ্মৰ বৃত্তৰ মাজলৈ সোমাল। শতাধিক বৰ্ষ পৰমায়ু লাভ কৰি ১৫১৭ শকত তেওঁ জীয়াৰী ভুৱনেশ্বৰী দেৱীক ধৰ্মৰ ভাৰ দি শেষ নিশ্বাস ত্যাগ কৰে।

**অন্যান্যসকল ঃ**

পাটবাউসীত থাকোঁতেই শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মৰ প্ৰতি আৰু অনেক আকৃষ্ট হৈ আহিল। ষাঠিঘৰ যজমান এৰি চক্ৰপাণি দ্বিজ আৰু তেওঁৰ পৰিয়াল, উজনিৰ মুৰাৰি গাঁৱৰ হৰিহৰ, উদাৰ গোবিন্দ, নাওভঙা গোবিন্দ, শ্ৰীৰাম আতা, ৰামপৰীয়াৰ পৰমানন্দ, ছোট বলোৰাম, মাধৱ, গোপাল, মুকুন্দ, জটীৰাম, গকুলচান্দ, বলৰাম, ব্ৰহ্মানন্দ বিপ্ৰ, মুৰাৰি আদি অনেকৰ উপৰিও কবি অনন্ত কন্দলি আৰু সাৰ্বভৌম ভট্টাচাৰ্যই শঙ্কৰদেৱত শৰণ লয়হি। অনন্ত কন্দলিক হৰিচৰণ, শ্ৰীচন্দ্ৰ ভাৰতী, ভাগৱত ভট্টাচাৰ্য নামেৰেও প্ৰসিদ্ধ আছিল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ ব্যক্তিত্ব, মহত্ব, প্ৰতিভা আৰু ঐশ্বৰিক গুণে জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সাধাৰণ মানুহৰ উপৰিও, গুণী, জ্ঞানী, পণ্ডিত সকলকো ওচৰ চপাই আনিলে আৰু সৃষ্টি কৰিলে এটা যথাৰ্থতে আধ্যাত্মিক, সাংস্কৃতিক আৰু সামাজিক নৱজাগৰণ। সঁচাকৈয়ে "ব্ৰাহ্মণৰ চণ্ডালৰো নিবিচাৰি কুল। দাতাত চোৰও যেন হৈবা একতুল" এই বাণীয়েই যেন সৰ্বত্ৰ বিয়পি পৰিল। দৈনিক অজস্ৰ লোক আহি তেওঁত শৰণ ল'বলৈ ধৰিলে। বেদ, বেদান্ত আৰু ভাগৱতৰ সাৰ গ্ৰহণ কৰি প্ৰৱৰ্তন কৰা শ্ৰৱণ-কীৰ্তনৰ সহজ, অনাড়ম্বৰ দাস্য ভক্তি মাৰ্গ হৈ উঠিল সবাতোকৈ আকৰ্ষণীয় মাৰ্গ।

**কমলাপ্ৰিয়াৰ বিয়া ঃ**

শঙ্কৰদেৱৰ লগত তেওঁৰ খুড়াকৰ পুত্ৰ, শঙ্কৰদেৱৰ ভাতৃ ৰামৰায়ো আছিল। ৰামৰায়ৰ কন্যা কমলপ্ৰিয়া বা ভুবনেশ্বৰী আছিল ৰূপে-গুণে অনিন্দ্য সুন্দৰী। তেওঁ শঙ্কৰদেৱ-মাধৱদেৱ-ৰচিত গীতো সুন্দৰকৈ গাব পাৰিছিল। কোচবিহাৰৰ ৰজা নৰনাৰায়ণৰ ভাতৃ চিলাৰায় বা শুক্লধ্বজে ভুবনেশ্বৰীৰ কণ্ঠত "মন মেৰি ৰাম..." গীতটি শুনি আৰু ৰূপ-গুণত মুগ্ধ হৈ বিয়াৰ প্ৰস্তাৱ দিয়ে, আৰু সময়ত ভুবনেশ্বৰী চিলাৰায়ৰ পত্নী হয়গৈ। এই সূত্ৰে কোচ ৰাজপৰিয়ালৰ লগত ভূঞা পৰিয়ালৰ সম্পৰ্ক স্থাপিত হয়।

**কাব্য-নাট আদি ৰচনা ঃ**

পাটবাউসীত মহাপুৰুষগৰাকীৰ প্ৰতিভা আৰু মহত্বৰ পোহৰ পূৰ্ণৰূপত প্ৰকাশিত হয়। পাটবাউসীতে গুৰুজনাই 'ৰুক্মিণী-হৰণ', 'পাৰিজাত-হৰণ', কেলিগোপাল আৰু 'কালি-দমন' এই কেইখনি নাট ৰচনা কৰে। ইয়াৰ আগতে 'চিহ্নযাত্ৰা' বৰদোৱাত আৰু পত্নীপ্ৰসাদ ধুৱাঁহাটাত ৰচনা কৰিছিল। 'ৰামবিজয়' বা 'সীতাসয়ম্বৰ'ৰ ৰচনা কৰে পিছত কোচবিহাৰত থকাৰ সময়ত। মহাপুৰুষ শঙ্কৰদেৱেই উত্তৰ ভাৰতত মৈথিলী ভাষাৰ পিছত প্ৰথম দেশীভাষাত নাট ৰচনা কৰে। পিছত অংকীয়া নাট বুলি খ্যাতি লাভ কৰা এই নাটসমূহ গঠন শৈলীৰ ফালৰপৰা একপ্ৰকাৰ একক শৈলীৰ নাটক। এহাতে সংস্কৃত নাটকৰ উপাদান, আনহাতে নিজস্বভাৱে উদ্ভাৱিত উপাদান আৰু শৈলীৰে শঙ্কৰদেৱে

ৰচনা কৰা নাটক আৰু নাট্যকলা ভাৰতীয় নাট্য সাহিত্য আৰু নাট্যকলালৈ এক অভিনৱ অৱদান।

শঙ্কৰদেৱৰ অভিন্নাত্মা মাধৱদেৱে ৰচনা কৰিলে অংকীয়া নাটৰ আৰ্হিতে চুটি গীতি-নৃত্য-নাটিকা 'ঝুমুৰা'। মাধৱদেৱৰ এই অৱদানো যথাৰ্থতে অভিনৱ।

শঙ্কৰদেৱে পাটবাউসীতে ভাগৱতপুৰাণৰ প্ৰথম, দ্বিতীয়, সপ্তম, অষ্টম, দশম, একাদশ আৰু দ্বাদশ স্কন্ধৰ ভাঙনি কৰে আৰু 'বলিছলন'ৰ পদ কৰে। তদুপৰি, 'কুৰুক্ষেত্ৰ', 'অনাদি-পাতন' আৰু 'নিমি-নৱসিদ্ধ সংবাদ' পুথিও ৰচনা কৰে। জীৱনৰ আগছোৱাত ৰচনা কৰা কীৰ্ত্তন-ঘোষা আৰু শেহছোৱাত ৰচনা কৰা 'আদ্যদশম' শঙ্কৰদেৱ-প্ৰৱৰ্তিত বৈষ্ণৱধৰ্মৰ ঘাই আধাৰ গ্ৰন্থ। আন দুখন হ'ল মাধৱদেৱৰ বিৰচিত 'নামঘোষা' আৰু 'ভক্তিৰত্নাৱলী'। এই চাৰিখন গ্ৰন্থৰ চাৰিটা খুঁটিৰ ওপৰতে একশৰণ ভাগৱতী ধৰ্ম স্থাপিত হৈ আছে।

শঙ্কৰদেৱ আছিল উচ্চ স্তৰৰ কবি। তেওঁ আছিল ৰসবেত্তাও। তেওঁতকৈ প্ৰায় এশ বছৰৰ আগৰ কবি মাধৱ কন্দলিয়ে ৰচনা কৰি যোৱা 'ৰামায়ণ'ৰ আদিকাণ্ড আৰু উত্তৰকাণ্ড নথকাত মাধৱদেৱক আদিকাণ্ড কৰিবলৈ দি শঙ্কৰদেৱে নিজে উত্তৰকাণ্ড কৰে। তেওঁ মাধৱ কন্দলিৰ কবিত্বক হস্তীৰ লগত আৰু নিজৰ ক্ষমতাক শহাপহুৰ লগত তুলনা কৰি প্ৰকাশ কৰা বিনয়ে আৰু কন্দলিৰ প্ৰতি প্ৰকাশ কৰা শ্ৰদ্ধাই শঙ্কৰদেৱৰ মহত্ত্বকে দাঙি ধৰিছে।

পাটবাউসীত থাকোঁতেই মহাপুৰুষগৰাকীয়ে সংকলন আৰু সম্পাদনা কৰি টীকা-ভাষ্য লিখি সংস্কৃতত প্ৰণয়ন কৰে 'ভক্তি ৰত্নাকৰ'। আঠত্ৰিছটা অধ্যায়ত প্ৰণয়ন কৰা এই গ্ৰন্থই শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মীয় দৃষ্টিভংগী, ধৰ্মৰ লক্ষ্য আৰু উদ্দেশ্য ধৰি ৰাখিছে। অধ্যায়সমূহৰ শিৰোনামসমূহেই গ্ৰন্থখনিৰ প্ৰকৃতি আৰু লক্ষ্য তুলি ধৰিছে। এই গ্ৰন্থখনি হ'ল শঙ্কৰদেৱ-প্ৰৱৰ্তিত ধৰ্মৰ প্ৰকৰণ-গ্ৰন্থস্বৰূপ। ভক্তি আৰু ভক্তৰ বিভিন্ন লক্ষণৰ পৰিচয়জ্ঞাপক শ্লোক আৰু শ্লোকসমূহৰ সংস্কৃতত ৰচনা কৰি দিয়া টীকা-ভাষ্যত গ্ৰন্থখনিৰ আন এটি উল্লেখযোগ্য অধ্যায় হ'ল 'ভাৰতভূ-প্ৰশংসা'। প্ৰসংগক্ৰমে উল্লেখ্য যে মহাপুৰুষ শঙ্কৰদেৱে 'ভক্তিৰত্নাকৰ'ৰ ত্ৰয়ত্ৰিংশ অধ্যায়ত সংকলন কৰা দহোটি শ্লোকৰ উপৰিও তেওঁৰ সমগ্ৰ ৰচনাৱলীত মুঠ ছয়চল্লিছবাৰ ভাৰত-প্ৰশংসা কৰিছে। ভাৰতবৰ্ষৰ কোনো সন্তৰ ৰচনাত এনেভাৱে অতি সচেতনভাৱে ভাৰতভূমিৰ এনে প্ৰশংসাসূচক উল্লিখন পোৱা নাই। তদুপৰি, এই কথাও স্মৰ্তব্য যে শ্ৰীমন্ত শঙ্কৰদেৱৰ দিনত অসম, কামৰূপ, বেহাৰ — এই তিনিওখন ৰাজ্য ভাৰতবৰ্ষৰ ৰাজনৈতিক সীমাৰ মাজত নাছিল। তৎসত্ত্বেও শঙ্কৰদেৱৰ এই 'ভাৰত-প্ৰশংসা'ই অসম যে সাংস্কৃতিক ভাৰতৰ অংগ সেই কথাৰ সাক্ষ্য ধৰি ৰাখিছে।

**পুনৰ বিৰোধীৰ সন্মুখীন ঃ**

পাটবাউসীত শঙ্কৰদেৱে লাভ কৰা জনপ্ৰিয়তাই পুনৰ কৰ্মমাৰ্গীসকলৰ দুশ্চিন্তা

বঢ়ালে আৰু ৰজা নৰনাৰায়ণক গোচৰ দিলেগৈ যে অব্ৰাহ্মণ শঙ্কৰে ব্ৰাহ্মণক শৰণ দিছে, 'কৈৱৰ্ত, কলিতা, কোচ, ব্ৰাহ্মণ'ৰ বিচাৰ নাৰাখি সকলোকে একেলগে পকা-কেঁচা অন্ন খুৱাই আৰু এনে অনেক কৰ্ম কৰি ধৰ্ম নষ্ট কৰিছে। ৰজাই এনে কথা বুলি জানি শঙ্কৰদেৱক ধৰি আনিবলৈ মানুহ পঠালে। শঙ্কৰদেৱত ইতিপূৰ্বে ৰাজভাতৃ চিলাৰায় দেৱানে শৰণ লৈছিল। শঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দৰ সৈতে গৈ চিলাৰায়ৰ দোপদৰ পালেগৈ। ৰজাৰ মানুহে শঙ্কৰদেৱক নাপাই নাৰায়ণঠাকুৰ আৰু গকুলচান্দক ধৰি লৈ গৈ শঙ্কৰদেৱ ক'ত আছে উলিয়াবলৈ অনেক শাস্তি দিও নোৱাৰি ভোটত বেচি দিলে। ভোটে দুয়োকে 'দেও মানুহ' বুলি পতিয়ন গৈ ঘূৰাই থৈ গ'লহি।

পুনৰ কৰ্মমাৰ্গীসকলে ৰজাক গোচৰ দিয়াত ৰজাই এইবাৰ "শঙ্কৰৰ ছালেৰে ডবা চোৱাম হাড়েৰে বজোৱাম" বুলি গৰ্জন কৰি শঙ্কৰক বিচাৰিবলৈ মানুহ পঠালে। চিলাৰায়ে জ্যেষ্ঠভাতৃ ৰজা নৰনাৰায়ণৰ পৰা আশ্বাস আদায় কৰি শঙ্কৰদেৱক ৰাজসভালৈ পঠালে। শঙ্কৰদেৱে ৰজাৰ দৰবাৰৰ সাতখলপা উঠি যাওঁতে "মধুদানৱদাৰুণ দেৱবৰং" স্বৰচিত এই সংস্কৃত টোটয় গাই ৰজাক মুগ্ধ কৰিলে। টোটয়ৰ পিছতে চাৰিটি শ্লোকেৰে ৰজাক আশীৰ্বদ কৰিলে। ৰজাই শঙ্কৰদেৱক বহিবলৈ 'দলিচা' দিয়ালে। শঙ্কৰদেৱে "নাৰায়ণ কাহে ভকতি কৰুতেৰা' গীতটি গাই নৰনাৰায়ণৰ প্ৰশস্তিসূচক "জয় জয় মল্ল নৃপতি সুজান" ভটিমাটি গালে। ৰজা নৰনাৰায়ণ তথা মল্লদেৱ নিজেও আছিল বাৰানসীত শিক্ষাগ্ৰহণ কৰি অহা সংস্কৃত পণ্ডিত। ৰজাৰ দৰবাৰত দলিচাত বহিবলৈ কাকো দিয়াৰ নিয়ম নাছিল। ৰজাই শঙ্কৰদেৱক দেখিয়েই আৰু তেওঁৰ টোটয় শুনি তেওঁৰ পাণ্ডিত্য, ব্যক্তিত্ব আৰু প্ৰতিভাত মুগ্ধ হৈ দলিচা দিয়াই বহুৱালে।

ৰজাৰ নিৰ্দেশত তান্ত্ৰিক আৰু কৰ্মমাৰ্গী পণ্ডিতসকলে দৈনিক ৰাজদৰবাৰত শঙ্কৰদেৱৰ লগত কথা তৰ্কবাদত পৰাস্ত হ'বলগীয়া হ'ল। তেওঁক দেৱ, দ্বিজ, তীৰ্থ নামানে বুলি দিয়া অপবাদো শঙ্কৰদেৱে খণ্ডন কৰিলে। শঙ্কৰদেৱে ৰজাক পতিয়ন নিয়ালে যে গীতাৰ একশৰণ, ভাগৱতৰ নৱধাভক্তি, সাত্বত তন্ত্ৰ, পাঞ্চৰাত্ৰ তন্ত্ৰ, বেদ-বেদান্তৰ সাৰ লৈহে তেওঁ ধৰ্ম প্ৰচাৰ কৰিছে। চৰিতত আছে যে এদিন ৰজাই "হাতী মাৰি ভুৰুকাত ভৰাবলৈ" এটি ব্যঞ্জনাত্মক প্ৰত্যাহ্বান পণ্ডিতসকলৰ সম্মুখত দাঙি ধৰিলে। মহাপুৰুষ শঙ্কৰদেৱে ভাগৱতৰ সাৰস্বৰূপ 'গুণমালা' পুথিখনি ৰজাক অৰ্পণ কৰিলত ৰজা কেৱল সন্তুষ্ট হোৱাই নহয়, শঙ্কৰদেৱৰ প্ৰতি শ্ৰদ্ধাৱনত হ'ল। বাকীসকলে ৰজাৰ কথাৰ আক্ষৰিক অৰ্থহে বুজিলে। ৰজাই তান্ত্ৰিকসকলৰ পুথিবোৰ তোৰোা নৈত পেলাই দিয়ালে আৰু শঙ্কৰদেৱৰ ধৰ্মৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিলে।

আন এদিন নদিয়া শান্তিপুৰৰ কবিচন্দ্ৰ নামৰ এজন পণ্ডিতে তিনিকুৰি তিনিজন শিষ্য লৈ সমকক্ষ পণ্ডিত বিচাৰি তৰ্কবাদ কৰিবলৈ আহিল। ৰজাই ক'লে যে ব্ৰাহ্মণ

পণ্ডিত নালাগে, অব্ৰাহ্মণ শঙ্কৰদেৱক হৰুৱাব পাৰিলেই কবিচন্দ্ৰৰ পাণ্ডিত্য স্বীকাৰ কৰা হ'ব। সেইসময়ত শঙ্কৰদেৱে নৱম স্কন্ধ ভাগৱতৰ ভাঙনি কৰি আছিল। তেনে সময়তে কবিচন্দ্ৰ সশিষ্যে গৈ শঙ্কৰদেৱৰ ওচৰ পালেগৈ আৰু অব্ৰাহ্মণে ভাগৱত পঢ়িব নাপায় বুলি দাবী কৰি তৰ্ক আৰম্ভ কৰিলে। পিছে তেওঁ তৰ্ক আৰম্ভহে কৰিলে; শঙ্কৰদেৱৰ তথ্য, যুক্তি, পাণ্ডিত্য আৰু অসাধাৰণ প্ৰতিভাৰ সম্মুখত তিষ্ঠিব নোৱাৰি ৰাতিয়েই স্থান ত্যাগ কৰিলে।

চান্দসাই দৰ্জী ঃ

চিলাৰায় দেৱানৰ হাউলীত থাকি অসুচল পোৱাত চিলাৰায়ে শঙ্কৰদেৱৰ বাবে তোৰাচা নৈৰ দক্ষিণৰ ডোবা এটাৰ পাৰত ন-কৈ ঘৰ-দুৱাৰ কৰাই দিলে। তাতে থাকোঁতে চিলাৰায়ে চান্দখাঁ নামৰ মুছলমান দৰ্জী এজনক গুৰুজনৰ ওচৰলৈ পঠালে এটা দগলা (চোলা) সী দিবৰ বাবে। চান্দখাঁ ই চোলা সীবৰ বাবে যাওঁতে শঙ্কৰদেৱক বোলে চতুৰ্ভুজ জ্ঞান কৰি চাৰিখন হাত থকা চোলা এটা সী ছিল। চান্দখাঁই শঙ্কৰদেৱত শৰণ লৈ ভকত হয় আৰু শঙ্কৰদেৱে তেওঁৰ নাম থয় জয়হৰি। চান্দখাঁৰ নামত দুটামান ভকতীয়া গীতো আছে।

বৃন্দাবনী বস্ত্ৰ ঃ

চিলাৰায় দেৱানে শঙ্কৰদেৱৰ মুখত শ্ৰীকৃষ্ণৰ লীলা শুনি ছবিত চাবলৈ ইচ্ছা হোৱাৰ কথা গুৰুজনাক জনোৱাত তেওঁ কাপোৰত কৃষ্ণৰ জন্মৰ পৰা কংসবধলৈকে তুলিবৰ বাবে দিহা কৰিলে। তেওঁ মৰলসকলক গোটাই ৰঙা, বগা, ক'লা, হালধীয়া, সেউজীয়া, নীলা, গৌৰশ্যাম বৰণেৰে সূতা বোলোৱাই এশ বিহু হাত কাপোৰ বাটি কৰালে। বছৰৰ মূৰত চিত্ৰৰে বিচিত্ৰ আৰু আখৰ তুলি দিয়া চিত্ৰৰ পৰিচয়েৰে ছকুৰি হাত দীঘল 'বৃন্দাবনী বস্ত্ৰ' ওলাল। বৃন্দাবনী বস্ত্ৰ চিলাৰায় দেৱানৰ তালৈ নিয়াই, দেৱানক ব্ৰতে-উপবাসে ৰাখি পিছদিনা বস্ত্ৰৰ চিত্ৰ বুজাই দিলে। দেৱানে গুৰুক, ৰূপ, সোণ, বস্ত্ৰ দি মাননি ধৰিলে। ৰজা নৰনাৰায়ণেও বৃন্দাবনী বস্ত্ৰ দেখি মুগ্ধ হৈ শঙ্কৰদেৱক ঈশ্বৰ মানি এক বিশাল অঞ্চল ব্ৰহ্মোত্তৰ কৰি ঘৰবাৰী কৰাই দি দান কৰিলে।

বৃন্দাবনী বস্ত্ৰ দেখুওৱাৰ কিছুদিনৰ পিছত শঙ্কৰদেৱে 'সীতা সয়ম্বৰ' বা 'ৰামবিজয়' নাট ৰচনা কৰে। এয়ে শঙ্কৰদেৱৰ শেষ ৰচনা। এই নাট লিখাৰ সময় ১৪৯০ শক বুলি সংকেত পোৱা গৈছে। এই নাট লিখাৰ পিছতে "গুৰুজনে কাপ-কাঠী এৰিছে"।

বেহাৰলৈ যাত্ৰা ঃ মহাপ্ৰয়াণ

পাটবাউসীত এমাহমান গৈ থাকি কাওল মাহত বেহাৰলৈ যাত্ৰা কৰে। যাওঁতে

বাটত গণককুছিত মাধৱদেৱৰ থানত বৈ মাধৱদেৱক শঙ্কৰদেৱে কৰা কীৰ্ত্তন-ঘোষা পুথিখন সংগ্ৰহ কৰি একগোট কৰিবলৈ আৰু মাধৱদেৱক 'নামঘোষা' পুথি লিখিবলৈ পৰামৰ্শ দিয়ে। এই কথাও কয় যে 'কীৰ্ত্তন-দশম'তে তেওঁক বিচাৰি পাব।

বেহাৰ গৈ পোৱাৰ পিছত চিলাৰায় আৰু কমলপ্ৰিয়া পৰম আনন্দিত হ'ল। ফাগুনৰ পৰা ভাদলৈকে শঙ্কৰদেৱে আগবেলা চিলাৰায়ৰ হাউলীত আৰু পিছবেলা নৰনাৰায়ণৰ ৰাজসভাত বহিছিল। শঙ্কৰদেৱৰ প্ৰতি আকৃষ্ট হৈ ৰজাই শঙ্কৰদেৱত শৰণ বাঞ্ছা কৰিলে। কিন্তু ৰজা আৰু কৰ্মমাৰ্গ এৰিব নোৱৰাসকল ইচ্ছুক হ'লেও তেওঁবিলাকে অব্যভিচাৰী একশৰণ বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব আৰু শিক্ষাৰ মৰ্যাদা ৰক্ষা কৰিব নোৱাৰিব বুলি মহাপুৰুষ গৰাকী নিশ্চিত আছিল। ৰজাৰ অনুৰোধ পেলাব নোৱাৰি তেওঁ পিছুদিনালৈ সময় ল'লে। কিন্তু পিছদিনাই গুৰুজনাৰ আস্থানত (আথানত) এটা বিহ-ফোঁহা হৈ তীৱৰ্কপে জ্বৰ উঠিল। তিনিদিন এই ব্যাধি থাকিল। তিনিদিনৰ অন্তত ১৪৯০ শকৰ ভাদ মাহৰ একৈছ দিন যাওঁতে শুক্লা দ্বিতীয়া তিথিত বৃহস্পতিবাৰে দিনৰ এক-দেড় প্ৰহৰ বেলা বা দুপৰ চাৰি দণ্ড যাওঁতে, আৰ্দ্ৰা নক্ষত্ৰত, এশ উনৈশ বছৰ আৰু তিনি কি চাৰি মাহত অৰ্থাৎ প্ৰায় ছকুৰি বছৰত এইগৰাকী মহাপুৰুষে শেষ-নিশ্বাস ত্যাগ কৰিলে।

এইগৰাকী মহাপুৰুষৰ শৰীৰী জীৱনৰ অবসান ঘটিল। কিন্তু, তেওঁৰ আধ্যাত্মিক, নৈতিক, ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক জীৱনে লাভ কৰিলে অনন্ত ব্যাপ্তি। অসমৰ মানুহৰ সিৰায়-সিৰায় প্ৰৱাহিত হ'ল কেৱল এটা নাম — 'শঙ্কৰদেৱ'। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ক'তো নিজকে কোনো প্ৰকাৰে 'মহাপুৰুষ' স্বৰূপে, 'অৱতাৰী পুৰুষ' স্বৰূপে নাইবা কোনো অসাধাৰণ প্ৰতিভাৰ অধিকাৰী স্বৰূপতো প্ৰক্ষেপ কৰাই নাই, বৰং নিজকে সদায় 'কৃষ্ণৰ কিংকৰ' স্বৰূপেই প্ৰক্ষেপ কৰিছে। ক'তো, কেতিয়াও তাৰ উৰ্দ্ধলৈ যোৱা নাই।

**শঙ্কৰদেৱৰ ধৰ্ম আৰু ধৰ্মৰ দাৰ্শনিক ভেটি**

মহাপুৰুষ মাধৱদেৱে নামঘোষাত লিখিছে,

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰভাঙি দিলে
বহে ব্ৰহ্মাণ্ড ভেদি।।

আন এটা ঘোষাত তেওঁ কৈছে,

নিৰ্গুণ কৃষ্ণৰ গুণৰ প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।

শ্ৰৱণ কীৰ্তন কৰি মহা সুখ
পাপীও সংসাৰ তৰে।।

শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰা ধৰ্ম হ'ল একশৰণ ভাগৱতী ধৰ্ম। এই ধৰ্মৰ চাৰিটি আধাৰ ঃ গুৰু, দেৱ, নাম আৰু ভকত। কথিত যে শঙ্কৰদেৱে নাম, দেৱ আৰু ভকত এই তিনিটি আধাৰহে ধৰ্মৰ 'বস্তু' স্বৰূপে গ্ৰহণ কৰিছিল। তেওঁৰপৰা ধৰ্মগ্ৰহণ কৰাসকলেহে তেওঁক গুৰু ৰূপে মান্য কৰি এই আধাৰটিও সংযোগ কৰিলে। সি যিয়েই নহওক শঙ্কৰদেৱে প্ৰৱৰ্তিত ধৰ্ম বুলিলে গুৰুকো সামৰি চাৰিটি আধাৰকে নিৰ্দেশ কৰা হয়। শঙ্কৰদেৱে গীতাৰপৰা গ্ৰহণ কৰিলে 'একশৰণ', সহস্ৰ নামৰপৰা গ্ৰহণ কৰিলে 'নাম' আৰু ভাগৱতৰপৰা গ্ৰহণ কৰিলে 'সৎসঙ্গ'। দেৱ হ'ল দৈৱকীনন্দন দেৱ 'কৃষ্ণ', নাম হ'ল 'কৃষ্ণৰে নাম' আৰু ভকত হ'ল এই কৃষ্ণৰে নাম লোৱা 'ভক্তসকল'। শঙ্কৰদেৱৰ ধৰ্মৰ আধৰ গ্ৰন্থই হ'ল কৃষ্ণৰ ঐশ্বৰিক লীলা আৰু মহত্বৰ ধাৰক 'শ্ৰীমদ্ভাগৱতপুৰাণ'। এই ভাগৱত পুৰাণৰ লগত শঙ্কৰদেৱৰ পৰিচয় যে মহেন্দ্ৰ কন্দলিৰ ছাত্ৰশালিতেই হৈছিল সেই কথা পাই অহা হৈছে। মহাপুৰুষ শঙ্কৰদেৱে ইতিপূৰ্বে 'গড়ুৰপুৰাণ'ৰ আধাৰত 'ভক্তিপ্ৰদীপ' গ্ৰন্থ ৰচনা কৰিছিল। 'হৰিবংশ'ৰ আধাৰত কৰিলে 'ৰুক্মিণীহৰণ' কাব্য। ইয়াৰ আগতে 'ভাগৱত'ৰ আধাৰত 'উদ্ধৱ সংবাদ' ৰচনা কৰি তাতেই ইচ্ছুকসকলক শৰণ দিয়া হৈছিল। এতিয়া তেওঁ 'ভাগৱপুৰাণ' অসমীয়াত ৰচনা কৰিবলৈ মন মেলিলে। এই সময়তে ত্ৰিহুতৰপৰা জগদীশ মিশ্ৰ নামৰ এজন ব্ৰাহ্মণে স্বপ্নাদৃষ্ট হৈ লগত দ্বাদশস্কন্ধ ভাগৱত লৈ শ্ৰীমন্ত শঙ্কৰদেৱক বিচাৰি ওলালহি। গুৰুচৰিতত আছে, "পাচে গুৰুৱে সুধিলে ক'ৰপৰা অহা হৈছে? লগত কি শাস্ত্ৰ অনা হৈছে? বিপ্ৰই ক'লে বাৰানসীৰ ত্ৰিহুতত ঘৰ। ব্ৰহ্মানন্দৰ ছাত্ৰশালিত বাৰ বছৰ অধ্যয়ন কৰিলোঁ। গুৰুৱে নাম দিলে জগদীশ। বাৰস্কন্ধ ভাগৱত মোৰ কণ্ঠস্থ হোৱাত জগন্নাথত শুনাবলৈ গ'লোঁ। স্বপ্নত জগন্নাথে ক'লে, মই ইয়াত অংশহে, পূৰ্ণ শঙ্কৰ বআদিগ্ৰামত আছে। তেওঁত শুনালে আমিও পাম। সুধি-পুচি ছমাহত আপোনাক পাইছোঁহি।"

জগদীশ মিশ্ৰৰ এবছৰ থাকি বাৰস্কন্ধ ভাগৱত পাঠ কৰি শুনালে। এবছৰত ভাগৱতো পঢ়া শেষ হ'ল আৰু জগদীশ মিশ্ৰয়ো শেষ নিশ্বাস ত্যাগ কৰিলে। শঙ্কৰদেৱে জগদীশ মিশ্ৰৰ ঊৰ্ধ .হৈক ' ' কাম ৰৰদোৱাতে কৰোৱালে। জগদীশ মিশ্ৰৰ লৈ অহা ভাগৱতখন আছিল শ্ৰীধৰস্বামীয়ে ভাষ্য লিখা 'শ্ৰীমদ্ভাগৱতভাবাৰ্থদীপিকা'। শ্ৰীধৰস্বামী আছিল পুৰীৰ গোবৰ্দ্ধন মঠৰ মহন্ত। আনহাতে জগদীশ মিশ্ৰই গুৰু ব্ৰহ্মানন্দ আছিল অদ্বৈত সম্প্ৰদায়ৰ হংস বিষ্ণুপুৰী সন্ন্যাসী।

সি যি কি নহওক ভাগৱত সম্প্ৰচাৰৰ দুটি সম্প্ৰদায় আছে, এটা হ'ল ব্ৰহ্ম বা নাৰায়ণ সম্প্ৰদায় আৰু আনটো হ'ল অনন্ত সম্প্ৰদায়। অসমৰ বৈষ্ণৱসকলে ব্ৰহ্মা বা নাৰায়ণ সম্প্ৰদায়ৰ ধাৰাটিকে গ্ৰহণ কৰালৈ চাই শঙ্কৰদেৱে ভাগৱতৰ এইটি ধাৰাকে গ্ৰহণ কৰিছিল। শ্ৰীধৰস্বামীৰ 'ভাগৱত ভাবাৰ্থ দীপিকা'তো একশৰণৰ ওপৰতে গুৰুত্ব দিছে

আৰু ভাগৱতৰ পদ কৰিবৰ সময়ত শ্ৰীধৰস্বামীৰ টীকাৰ পৰাও আৱশ্যকীয় সমল গ্ৰহণ কৰিছে। তেওঁৰ ধৰ্ম প্ৰতিষ্ঠা আৰু প্ৰচাৰৰ ঘাই আধাৰেই হ'ল শ্ৰীমদ্ভাগৱত পুৰাণ। এতেকে শঙ্কৰদেৱৰ ধৰ্ম হ'ল কৃষ্ণকেন্দ্ৰিক ভাগৱতী বৈষ্ণৱ ধৰ্ম। এই ধৰ্মত দেৱতা এজন আৰু তেৱেঁই একমাত্ৰ সেব্য। গীতাৰ ভাঙনি কৰি একাদশ স্কন্ধ ভাগৱতত তেওঁ কৰা অন্তৰ্ভুক্তিত কৈছে,

সৰ্ব ধৰ্ম এৰি এক শৰণ সাক্ষাত।
সুদৃঢ় বিশ্বাসে মানি লৈয়োক আমাত।।
নাহি কিছু ভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্ত পাপক মই কৰিবো নিস্তাৰ।।

ভাগৱতৰপৰা অনা সৎসঙ্গ সম্পৰ্কে তেওঁৰ শিকনি হ'ল,

যদি ভৱ ভয় ভঙ্গ মনে ইচ্ছা কৰা ভাই
সাধু সঙ্গ সদা কৰা সাৰ।
একক্ষণে মানে মাত্ৰ কেৱল সাধুৰ সঙ্গ
হোৱে নাৱ ভৱ তৰিবাৰ।।

নাম সম্পৰ্কে দিয়া শিকনি হ'ল —

যিটো দেৱ ভগৱন্ত বেদে যাক নজানন্ত
তেন্তে নিজ কীৰ্তনত বশ্য।
জানি মাধৱৰ নাম কীৰ্তন কৰিয়ো সদা
ইটো সবে শাস্ত্ৰৰ ৰহস্য।।

পৰৱৰ্তী কলত নামঘোষাত মাধৱদেৱে শাস্ত্ৰস্বৰূপে গীতা, দেৱতা স্বৰূপে কৃষ্ণ আৰু মন্ত্ৰ স্বৰূপে এই কৃষ্ণৰ নামৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি গৈছে। ভাগৱতৰ কৃষ্ণই আৰাধ্য দেৱতা আৰু তেওঁৰ নামেই আৰাধনাৰ মন্ত্ৰ স্বৰূপ বুলি কোৱাৰ উপৰি গীতাক আধাৰ স্বৰূপে গ্ৰহণ কৰাৰ কথাই মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্মৰ ঢাক খাই থকা দাৰ্শনিক সুদৃঢ় ভেটিটোলৈ আঙুলিয়াই দিয়ে।

ভাৰতবৰ্ষৰ ভক্তি আন্দোলনৰ লগত বেদৰ, উপনিষদৰ, উপনিষদৰ সাৰ গীতাৰ, ষড়দৰ্শনৰ, বিশেষকৈ 'উত্তৰ মীমাংসা'ৰ আৰু পুৰাণৰ এটি ধাৰাবাহিক সংযোগ আছে। ইয়াৰ ভিতৰত আকৌ বেদৰ মাজত 'ঋকবেদ'ৰ, 'উপনিষদ'ৰ সাৰ গীতাৰ আৰু পুৰাণৰ ভিতৰত শ্ৰীমদ্ভাগৱত পুৰাণৰ মাজেদিয়েই এই সংযোগ সেতু প্ৰৱাহিত হৈ আহিছে। শঙ্কৰদেৱৰ ধৰ্মৰ মাজতো আমি এই প্ৰৱাহটো দেখা পাওঁ। যদিও তেওঁ 'ভক্তিপ্ৰদীপ'ত কৈছে, "তৰ্ক বেদাগম জ্ঞানযোগ শাস্ত্ৰে পুৰুষক কৰে অন্ধ" নাইবা ভক্তিক "জ্ঞানতো কৰ্মতো কৰি অধিক" বুলি ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে। তেওঁৰ ধৰ্মৰ ভেটিত জ্ঞান নীৰৱে বিয়পি আছে। শঙ্কৰদেৱ নিজে জগন্নাথতে সৰহ দিন আছিলগৈ। এই জগন্নাথৰ

তথা ওড়িবাৰ ভক্তি হ'ল জ্ঞানমিশ্ৰ ভক্তি। এতেকে ওড়িষাত লাভ কৰা অভিজ্ঞতাৰ ফলো তেওঁ প্ৰয়োগ কৰাৰ সম্ভাৱনা নোহোৱা নহয়।

শঙ্কৰদেৱে বিভিন্ন সময়ত বেদান্ত আৰু ব্ৰহ্মৰ উল্লেখ বাৰে বাৰে কৰিছে। ব্ৰহ্মৰ বাহিৰে যে সকলো অসৎ আৰু অসত্য সেই কথাও বিভিন্ন প্ৰসঙ্গত ব্যক্ত কৰিছে। কীৰ্ত্তন ঘোষাৰ প্ৰথমৰ চতুৰ্বিংশতি অধ্যায়ৰ প্ৰথম শাৰীটোতে ব্ৰহ্মৰূপী সনাতনক প্ৰণাম কৰিছে। পাষণ্ডমৰ্দন আৰম্ভ কৰিছে, "কহিলো শুনক বেদান্তৰ মৰ্ম" এইবুলি। পাষণ্ডমৰ্দনৰ 'দ্বিতীয় কীৰ্তন' শেষ কৰিছে ঃ

পুৰাণ সূৰ্য মহাভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব।

'হৰমোহন'ৰ দ্বিতীয় কীৰ্তনত আৰু অধিক স্পষ্ট ভাষাৰে কৈছে ঃ

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নুহিকে তোমাত ব্যতিৰেক।।
তুমি কাৰ্যকাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণে কুণ্ডলে যেন নুহিকে অন্তৰ।।
... ... ... ...
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বাহিৰে বিচাৰত।।
তুমিসে সত্য কেৱল মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান।।

"বেদস্তুতি'ত বেদসমূহে স্তুতি কৰিছে এইবুলি ঃ

আনন্দ ব্ৰহ্মক যিটোজনে ভজে স্বামী।
তাহাৰ মহিমা আৰ কি কহিবো আমি।।

তাতোকৈ স্পষ্টভাৱে কৈছে ঃ

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশো
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।

নাইবা,

অসন্ত জগতখান তোমাত উত্তব ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়।।

বেদে বাখ্যা কৰিছে,

"তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হৌক চিত্ত" — এইবুলি।

'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ'ত কৃষ্ণৰ মুখেৰে কোৱাইছে ঃ

সমস্ত ভূততে ব্যাপি আছোঁ মঞি হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।

ব্ৰহ্মাৰে এই অদ্বৈত ৰূপৰ সত্যক আধাৰ কৰিলেও মহাপুৰুষ শঙ্কৰদেৱে শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদক গ্ৰহণ কৰা নাই। গুৰুচৰিতত এটি কাহিনী বৰ্ণিত হৈছে। এজন অদ্বৈতবাদী সন্ন্যাসী খৰ্গেশ্বৰ আহিছিল শঙ্কৰদেৱৰ লগত তৰ্কযুদ্ধ কৰিবলৈ। তেওঁ এটা গৰুৰ পিঠি উঠি অহাত তেওঁক এনে কাম কিয় কৰিছে বুলি সোধাত সন্ন্যাসীয়ে ক'লে যে, "ব্ৰহ্মাত ব্ৰহ্মা উঠিলে একো দোষ নহয়। গৰুও ব্ৰহ্মা, ময়ো ব্ৰহ্মা।" শঙ্কৰদেৱে সন্ন্যাসীক বৰ ত এটা মাৰি ক'লে, "ব্ৰহ্মাই ব্ৰহ্মাক মাৰিলে একো নহয়।" সন্ন্যাসীয়ে থৰ-কাছুটি হেৰুৱাই সেই ঠাই এৰিলে। যি হওক শঙ্কৰাচাৰ্যৰ অদ্বৈতবাদত ভক্তিৰ স্থান নাই, জ্ঞানৰহে আছে। তদুপৰি ভক্তি য'ত আছে তাত ঈশ্বৰ আৰু ভক্ত দুয়োৰে অস্তিত্ব আছে। যেতিয়া তেওঁ ভগৱানৰ লীলা অৱতাৰৰ কথা কয়, সগুণ আৰু নিৰ্গুণ ঈশ্বৰৰ কথা কয়, ঈশ্বৰক উপাসনা কৰিলে জীৱৰ কৰ্মজড় পূৰ হোৱাৰ কথা কয়, তেতিয়া তেওঁ ৰামানুজাচাৰ্যৰ বিশিষ্টাদ্বৈতবাদৰ ওচৰ চপা যেন লাগে। ভক্তিত উপাস্য আৰু উপাসক থাকিবই। তদুপৰি উপাস্য হ'ল প্ৰভু, উপাসক হ'ল দাস। শঙ্কৰদেৱে বিষ্ণুৰ মাজেদি, অৰ্থাৎ কৃষ্ণ স্বৰূপ ঈশ্বৰৰ ৰূপৰ মাজেদি ব্ৰহ্মাকে উপাসনা কৰিলেও তেওঁ ব্ৰহ্মাতত্ত্বৰ শিক্ষা দিবৰ বাবে যত্ন কৰা নাই, বৰং ব্ৰহ্মাক সগুণ ঈশ্বৰৰ ৰূপত চিনি পাবলৈ আৰু এই বোধৰ যোগেদি ... ছেদ কৰি সকলো প্ৰাণীতে ঈশ্বৰক দেখা পাবলৈ বাট কাটি দিছে। তেওঁক তত্ত্বগতভা... ৰামানুচাৰ্যৰ ওচৰ চপা যেন লাগিলেও তেওঁ ৰামানুজাচাৰ্যৰ অৰ্চা, বিভব, ব্যূহ, সূক্ষ্ম আৰু অন্তৰ্যামী ভগৱানৰ এই পঞ্চ অধিষ্ঠানৰ লগত জড়িত পঞ্চ উপাসনা পদ্ধতি গ্ৰহণ কৰা নাই। তাৰ পৰিবৰ্তে তেওঁ শ্ৰৱণ আৰু কীৰ্তন, এই সহজ পদ্ধতি প্ৰবৰ্তণ কৰি গৈছে। অৱশ্যে জীৱ আৰু ঈশ্বৰৰ সম্পৰ্ক বিচাৰত ৰামানুজাচাৰ্যৰ ওচৰ চাপিলেও বিশিষ্টাদ্বৈতবাদৰো সমৰ্থক বুলিব নোৱাৰি। শঙ্কৰদেৱে অদ্বৈতবাদ আৰু বিশিষ্টাদ্বৈতবাদৰ মাজত এডাল সাঁকো পাৰি গৈছে। ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ চৰ্চা আৰু প্ৰয়োগৰ ক্ষেত্ৰত তেওঁ কৰা এই সংযোগ এটি গুৰুত্বপূৰ্ণ সংযোগ। □